**BIṠAKANȲAR PARAS** : *a social novel, written by Amulya Hazarika and published by Makhan Hazarika of M/s Banalata, Dibrugarh, Price Rupees Sixty only.*

---

প্ৰকাশক ঃ
শ্ৰীমাখন হাজৰিকা
বনলতা
ডিব্ৰুগড়-১

শাখা ঃ
পাণবজাৰ
গুৱাহাটী-১

প্ৰথম প্ৰকাশ — নৱেম্বৰ, ২০০৩ চন

মূল্য ঃ ৬০.০০ টকা

ডি.টি.পি. ঃ
ইমেজ
কংগ্ৰেছ ভৱন, যোৰহাট-১

মুদ্ৰক ঃ
বৰকটকী এণ্ড কোঃ প্ৰাইভেট লিমিটেড
যোৰহাট-১

**মৰমৰ 'জানটো' (লীনা)**

*এই কিতাপখন তোমালৈ আগবঢ়ালোঁ। উপন্যাসখন ৰচোঁতে বহুক্ষেত্ৰত তুমি সহায়ৰ হাত আগবঢ়াইছিলা।*

**দে'তা**

৯ চেপ্তেম্বৰ, ২০০৩

এই গ্ৰন্থখনিত উল্লেখিত কোনো ব্যক্তিবিশেষ বা অনুষ্ঠানৰ লগত কোনো প্ৰকৃত — জীবিত অথবা মৃত — ব্যক্তি বা অনুষ্ঠানৰ কোনো প্ৰকাৰৰ চাৰিত্ৰিক বা বৈষয়িক সাদৃশ্য থকা যেন পালেও ই নিতান্তই আকস্মিক আৰু কল্পনাপ্ৰসূত। গ্ৰন্থখনিৰ চৰিত্ৰসমূহ আৰু ঘটনাবলী সম্পূৰ্ণ মনোজগতউদ্ভূত।

।। এক ।।

## জীৱন নাটৰ আৰম্ভণি

অভিনৱে ছোৱালী চাবলৈ যাবলৈ ওলাইছে। "জুবেল যাবই লাগিব। জুবেল নগ'লে ময়োঁ নেযাওঁ।" তেওঁ বায়েক বন্দনাক চিঞৰি চিঞৰি ক'লে। আস! নিচিঞৰিবিচোন। ভাল কামটোলৈ যাবলৈ ওলাইছো। কেলেই? আন বন্ধু নাই নেকি? সম্ভ্ৰান্ত মানুহৰ ঘৰ। পুৰণি ডাঙৰ মানুহ। ধনী হ'ব পাৰে, শিক্ষিত হ'ব পাৰে। জেন চলাই ফুৰিব পাৰে — কিন্তু তথাপিও তোৰ বন্ধু জুবেল মাছ-বেপাৰী বুলি আটায়ে জানে। সেই সম্ভ্ৰান্ত মানুহৰ ঘৰলৈ ছোৱালী চাবলৈ যাওঁতে, বিয়াৰ বন্দোবস্ত কৰিবলৈ যাওঁতে দেখিলেই গুণ্ডা গুণ্ডা লগা সেই ল'ৰাটোক লৈ গ'লে মানুহ ঘৰে বা কি ভাবিব? হ'ব পাৰ তই নাম কৰা ডাক্তৰ — কিন্তু মানুহক লগবোৰৰ পৰাহে চিনিব পাৰি।"

এইবাৰ অভিনৱৰ আৰু সহ্য নহ'ল। তাৰ ধৈৰ্য হেৰাই গ'ল। তাৰ মাত আৰু ডাঙৰ হ'ল। "মোৰ অন্তৰঙ্গ বন্ধু জুবেলৰ কথা তই তেনেকৈ নকবি। তহঁতৰ মনবোৰ ইমান ঠেক। হ'ব পাৰে সি বেলেগ জাতৰ। হ'ব পাৰে সি মাছ বেপাৰী, কিন্তু তাৰ নিচিনা বহল হৃদয়ৰ, খোলা অন্তৰৰ মানুহ এই পৃথিৱীত নাই বুইছ। অন্ততঃ মই লগ পোৱা নাই। সুখে-দুখে, বিপদে-আপদে সি সদায় মোৰ লগৰী। কি আচৰিত। নেজান নেকি সি আৰু মই ক্লাচ ফাইভৰ পৰা সদায় একেলগে। মেট্ৰিক পাচ কৰাৰ পিছত, কটনৰ পৰা একেলগে B.Sc. পাচ কৰাৰ পিছত সি বেপাৰত ধৰিলে আৰু মই ডাক্তৰী পঢ়িবলৈ ওলালোঁ। কিন্তু ইটোৱে-সিটোৰ লগ নেৰিলোঁ। এতিয়া ছোৱালী এপাত চাবলৈ যাওঁতে তাক লগত নিলে আকাশখন খহি পৰিব নেকি? ভাণ্ডি দে এইখন বিয়া। সি খঙেৰে পিন্ধি থকা জোতাযোৰ খুলি জোৰেৰে বেৰৰ ফাললৈ দলিয়াই দিলে— ঢপচ্ ঢপচ্।এপাত জোতাৰ চ'লটোৰ ফালে গজাল অকণমান ওলাই আছিল হ'বলা। বেৰৰ পেইণ্ট অকণমান এৰাল। বায়েকে মুখেৰে একো নেমাতি কোঠাটোৰ পৰা ওলাই গ'ল। মনত অকণ আঘাত পালে। কথাবোৰ খঙেৰেতো কৈছেই। নিজৰ টিপাটোও এৰি দিয়া নাই। তদুপৰি জোতাযোৰ যেন তেওঁৰ গাললৈহে দলিয়ালে। এই অভ্যংটো কটা। বায়েকে থিৰ কৰিলে। এঘণ্টা মানৰ পিছত তাৰ খংটো শাম কাটিলে ওলাব লাগিব। নিয়ক আৰু সেই ডালক। জুবেল নে ফুবেল। জিদ নেৰে সি। যিটো কৰিম বুলিব কৰিবই।

বায়েক যোৱাৰ লগে-লগেই তাৰ খংটো কমিল। তাৰ খংটো তেনেকুৱাই। গাখীৰ গৰম কৰোতে ওফন্দি গ'লে ফু এটা মাৰি দিলে পোঁ-পোঁকৈ তললৈ বহি যোৱাৰ দৰে তাৰ খংটোও প্ৰতিকাৰ এটা পালে তৎক্ষণাৎ দমি যায়। কিন্তু তাকে নকৰিলে বক্‌বকাই উতলি, ওফন্দি পাৰ উপচি পৰি যায়।

তাৰ লাজো লাগিল, বেয়াও লাগিল। বায়েকক ইমান টানি ক'ব নেলাগিছিল। পিছে কি হ'ব। জুবেলৰ কথা কোনোবাই বেয়াকৈ ক'লে তাৰ দেখোন একেবাৰেই সহ্য নহয়। জুবেল! তাৰ পৰম বন্ধু, জুবেল! ইটোৱে-সিটোক এৰি থাকিব নোৱাৰে। সদায়, সকলোতে একেলগে। সুখে-দুখে, ভালত-বেয়াত, ফুৰা-চকাত সদায় একেলগে। আনকি ক'বলৈ লাজেই লাগে হোষ্টেলত থাকোতে কেতিয়াবা লৰালৰি হ'লে একেটা গা-ধোৱা ঘৰত একেলগে দুয়োটাই গা ধোৱে। শৰীৰৰ প্ৰত্যেকটি অঙ্গ মনৰ প্ৰত্যেকটি গোপনীয় কোঠালি, দুয়ো-দুয়োৰে চিনাকি। সিহঁত দুটাৰ মাজত লাজ বোলা বস্তুটো নাই। সিহঁত দুটাৰ ভিতৰত কোনো গোপনীয়তাও নাই। লাক-ঢুক নোহোৱাকৈ দুয়ো-দুয়োৰে লগত কথা পাতে। ভাল-বেয়া, সৎ-অসৎ নানান কথা।

অভিনৱৰ গাৰ বৰণ বগা। ওখ-পাখ মানুহটো দেখিবলৈ ধুনীয়া। নিয়মিত ব্যায়াম কৰে। জোৰী মানুহ। মাংসপেশীবোৰ সবল-সুঠাম। কিন্তু দেখাত মানুহজন, কেলেই জানো, কোমল কোমল লাগে। চকু কিটা কোমল কাৰণেই নেকি? নে বগা ৰঙৰ কাৰণে? অৱশ্যে মানুহজন ধীৰ-স্থিৰ। খং উঠিলেহে কথাবোৰ খৰ হয়।

জুবেল সম্পূৰ্ণ ওলোটা। ক'লা ৰঙৰ। কিন্তু আচৰিত ভাবে চিক্‌চিকিয়া। হাড় শকত ; কিন্তু মাংসপেশীবোৰ বৰ ফুলি থকা নহয়। সৰু চাইজৰ মাচল্। কিন্তু যিখিনি আছে শিলৰ নিচিনা টান। হাড়বোৰ লোহাৰ নিচিনা টান। বল খেলোঁতে হাড় মাৰি (ভৰিৰ হাড়েৰে অন্য খেলুৱৈৰ ভৰিৰ হাড়ত আঘাত কৰা) বহুতকে তেওঁ এসময়ত ঘাইল কৰিছিল। অভিনৱো মাৰি যোৱা নাছিল। জুবেলক দেখিলেই বৰ জোৰী মানুহ যেন লাগে। চকুকিটা তিৰবিৰাই থাকে। হাঁহি থকা চকুকিটাত কিবা অদ্ভুত আকৰ্ষণ এটা আছে। মানুহটো চটফটীয়া, এনাৰ্জেতিক, ইংৰাজীত যাক কয় full of beans.

অভিনৱে জুবেলৰ গাটো চিকচিকিয়া আৰু পিচল কাৰণে কেতিয়াবা তেওঁক ধেমালিতে সাপ বুলি মাতে। জুবেলে কিন্তু বেয়া নেপায়। তেওঁ কয়, তই "ছালা কি বুজিবি। মোৰ testosterone, মানে male hormone বেছি বুইছ। সেই কাৰণে sebumৰ secretion ও বেছি। Sebumৰ secretion বেছি হোৱাৰ কাৰণে মোৰ শৰীৰৰ আৰু মনৰ ওপৰত অন্য কি ধৰণৰ প্ৰভাব হ'ব পাৰে সেইটো ডাক্তৰ হিচাপে মোতকৈও হয়তো তই বেছি জান। মুঠতে তই স্বীকাৰ কৰিবই লাগিব যে মোৰ পুৰুষত্বত তাৰ প্ৰভাব আছে। মই লৌহ মানৱ"।

অভিনৱে খালৰ কচু গাত ঘঁহি লোৱাৰ নিচিনা হ'ল। অলপ থতমত খাই ক'লে, হ'ব-হ'ব। শুকক বেদ পঢ়ুৱাব নেলাগে। সেইবোৰ মোৰ জনা আছে। কিন্তু এটা কথাত

মই ভাল পাইছো যে তই ব্যৱসায় কৰি হোৱা-হোৱে টকা ঘটিছ যদিও বিজ্ঞানৰ লগত সম্পৰ্ক ছেদ কৰা নাই। ময়ো বুইছ, ডাক্তৰী কৰিছো যদিও বুৰঞ্জীৰ অধ্যয়ন এটা নিচা হিচাপে চলাই আছো। তই জানই; বিশেষকৈ দক্ষিণ ভাৰতৰ বুৰঞ্জীৰ প্ৰতি মোৰ আকৰ্ষণ কেনেকুৱা। গোটেইখন জপটিয়াই নুফুৰোঁ। বিজয় নগৰ আৰু বাহমনি ৰাজ্য দুখনৰ ওপৰতে অধ্যয়ন কৰিছোঁ। বিজয়নগৰৰ ৰজা কৃষ্ণদেৱৰায়ৰ জীৱনৰ ভিত্তিত এখন উপন্যাস লিখিবলৈ বৰ মন আছে অ'। দক্ষিণাত্যৰ বিক্ৰমাদিত্য (নে চন্দ্ৰগুপ্ত মৌৰ্য?) কৃষ্ণদেৱৰায়ক মই বৰ ভাল পাওঁ। (শ-শ বছৰীয়া প্ৰাচীন ৰজা এজনকনো ক'ৰবাত কোনোবাই ভাল পায়নে?) তেওঁৰ কথাবোৰ কাণ্ড-কাৰখানাবোৰ মোৰ বৰ ভাল লাগে।"

দুই বন্ধুৱে এনেকৈয়ে মুখ-চুপতি মাৰে। নানান আলোচনা-বিলোচনা কৰে। তৰ্ক কৰে। যুদ্ধ কৰে। সন্ধি কৰে। কিন্তু অন্তৰত কপট নেৰাখে। বন্ধুত্বৰ এনাজৰীদাল চিঙিবলৈ নিদিয়ে। চেহেৰাই-পাতিয়ে, কথাই-বতৰাই, বিদ্যাই-বুদ্ধিয়ে, ব্যৱসায়-বৃত্তিয়ে সিহঁতৰ বহুত তফাৎ ; কিন্তু তথাপিও সিহঁত একাত্মা, অভিন্নহৃদয়।

সেইকাৰণেই বায়েক বন্দনাই জুবেলৰ কথা তেনেকৈ কোৱাত অভিনৱৰ বেয়াকৈ খং উঠিছিল আৰু তাক ছোৱালী চাবলৈ যাওঁতে লগত নিবলৈ আঁকোৰ-গোঁজকৈ ধৰি আছিল।

শেষত সেইটোৱেই হ'ল। অভিনৱে মাৰুতি কাৰখন নিনিলে। সৰু গাড়ীখনত বাগানৰ ৰাস্তাত যাবলৈ ভাল নহ'ব। জুবেলৰ জেন খনতে যাবলৈ সুচল হ'ব। গাড়ীখনো গহীন। ষ্টিয়েৰিং হুইলত জুবেল নিজে। ড্ৰাইভাৰ নল'লে। এনেবোৰ কামত ড্ৰাইভাৰ নিনিলেই ভাল। কথা-বতৰা পাতিবলৈ সুবিধা। তাতে নায়ক বোলা ড্ৰাইভাৰটো এনেকুৱা শহাকণীয়া, মালিকে কাৰ লগত কি কথা পাতিছে একো সাৰি যাবৰ সাধ্য নাই। মনেমনে গোটেইখিনি শুনি থাকি হুবহু কাৰোবাৰ আগত বখানিব আৰু মজা লুটিব।

আগৰ চিটত জুবেলৰ লগত অভিনৱ বহিল। পিছফালে বায়েক বন্দনা আৰু ভিনিহিয়েক। ভিনিহিয়েক শান্ত-শিষ্ট ভদ্ৰলোক। শিক্ষক মানুহ। পৰিবাৰে যি কয় তাকেই মানে। ওজৰ-আপত্তি নাই। সময়মতে তামোলখন, চাহকাপ আৰু ভাতমুঠি পালেই হয়। ছোৱালী-টোৱালী চাই ভাল নাপায়। তাতে বাগানবালা মানুহ। "এই ধনী, ডাঙৰ মানুহবোৰৰ ঘৰলৈ যাবলৈ ভাল নেলাগে দেখোন। অলপ ভয়-ভয় লাগে। কিজানি আমাৰ নিচিনা সাধাৰণ মাষ্টৰ মানুহক দেখিলে নাক কোঁচায়।" বন্দনা কিন্তু বেপৰোৱা। "বাগানবালা হ'ল পিছে কি হ'ল? আমাকহে খাতিৰ কৰি আছে। আমাৰ ল'ৰা নাম কৰা ডাক্তৰ। ডাক্তৰবতো টকাৰ অন্ত নাই। বাগানবালাবহে টকা আছে নেকি? দেখাই-শুনাই সকলোপিনে এনেকুৱা ভাল ল'ৰা পাবলৈ ছোৱালীৰো কপাল লাগিব। কি কোঁৱাহে জুবেল?" অভিনৱে মনে-মনে শুনি থাকিল। মুখেৰে একো নেমাতি মিচিকিয়াই হাঁহি এটি মাৰি জুবেলৰ মুখলৈ চালে। তেওঁ ভাবিলে, এই মাইকী মানুহবোৰ যে।

ৰাতিপুৱা জুবেলকক লগত নিয়াত আপত্তি। এতিয়া, দুঘণ্টাৰ পিছতে কথাৰ অন্ত নাই —('কি কোঁৱাহে জুবেল?')

সেই মুহূৰ্ততে বাগানৰ ঠেক ৰাস্তাত ছাগলী এটা বচাবলৈ গৈ গাড়ীখনে বাগিচাৰ গছ এজোপাত কথমপি খুন্দা মৰাহে! জুবেলে ব্ৰেক মাৰোতে বোকাত গাড়ীখনে skid কৰিছিল। যি কি নহওক তেওঁ সুন্দৰকৈ গাড়ীখন control লৈ আনিলে। চকুয়ে-মুখে এনে ভাব যেন একোৱেই হোৱা নাই।

"হয় বাইটি। বাগান মালিকে আমাকহে খাতিৰ কৰিছে। ছোৱালী যাচি দিছে। পিছে, ধুনীয়া ছোৱালী পাবলৈ ল'ৰাৰো কপাল লাগে দেই। সেইপিনে আমাৰ নছিব বেয়া। আমালৈ যিহে ফেদেলীবোৰ যাচে।" এই বুলি কৈ তেওঁ ঢেকঢেকাই হাঁহিবলৈ ধৰিলে। "তোৰ খিয়াল লাগিছে নেকি ৰে?" অভিনৱে বাওঁহাতৰ তৰ্জনী আঙুলিৰে জুবেলৰ পেটত লাহেকৈ খোচা এটা মাৰি হাঁহিত যোগ দিলে।

হয়। অভিনৱইঁতে যি জনী ছোৱালী চাবলৈ ওলাইছে সেইজনী হেনো অপূৰ্ব সুন্দৰী। অভিনৱে দেখিছে। জুবেলেও হেনো বহুদিনৰ আগতে গুৱাহাটীৰ Indoor Stadiumত দেখিছিলে। টেবুল টেনিচ খেলোঁতে। জুবেলৰ মতে ছোৱালীজনীৰ ফিগাৰ দেখিলে চকু ঘূৰাবই নোৱাৰি। ৰংটো বৰ ধুনীয়া। চকচকীয়া বগা। জুবেলৰ মতে মুখৰ কাটটো যেনেকুৱাই নহওক ছোৱালীবোৰ স্মাৰ্ট, বগা আৰু ভাল ফিগাৰৰ হ'লেই সুন্দৰীৰ লেখত পৰিব। অভিনৱৰ আকৌ ধকধকীয়া বগাতকৈ অলপ ক'লা, মানে যাক কয় মিঠা বৰণীয়া, তেনেকুৱা ৰঙৰ ছোৱালীহে ভাল লাগে। অৱশ্যে ভাল ফিগাৰনো কোনে নিবিচাৰে? কিন্তু এটা কথা ঠিক। অভিনৱে মুখখন ধুনীয়া নহ'লে ছোৱালী এজনীক সুন্দৰীৰ আখ্যা নিদিয়ে। পিছে চাহ বাগানৰ মালিক সৰ্বানন্দ বৰুৱাৰ জীয়েক পল্লী সকলোপিনৰ পৰা ধুনীয়া। মানে সৰ্বাঙ্গ সুন্দৰী। মুখৰ গঢ়টো ধুনীয়া, মৰম লগা। আৰু ৰংটো চকুত লগা। ফিগাৰৰ কথা নকলোৱেই বা! তেনেকুৱা ধুনীয়া ফিগাৰৰ ছোৱালী গুৱাহাটীত কিজানি হাতৰ আঙুলিত গণিব পাৰি।

সেইকাৰণেই দুই বন্ধুয়ে ছোৱালীৰ ঘৰৰ পৰা প্ৰস্তাৱ অহাৰ লগে লগেই আগবাঢ়িবলৈ ইচ্ছা প্ৰকাশ কৰিলে। অভিনৱৰ বায়েক বন্দনাই আগ-ভাগ ল'লে।

গাড়ীখন গেটৰ ওচৰ চাপোতেই দাৰোৱানে গেটখুলি চালাম দিলে। সময়টো হয়তো দাৰোৱানক মালিকে জনাই থৈছিল। গুৱনিকৈ পাৰি দিয়া ইটাৰে বন্ধা ৰাস্তাটোৱেদি প্ৰকাণ্ড lawn খনৰ মাজেদি বঙলাৰ porchটোত জেনখন নিশব্দে ৰ'লগৈ। কিন্তু ডাঙৰ মানুহবোৰৰ ঢংবোৰ যে! মালিক-মালিকনি ওলাই নাহিল। ঘৰত কাম কৰা বাগানীয়া ল'ৰা এটা ওলাই আহি মিলিটেৰীয়ে চেলুট মৰাদি জবৰদস্ত চেলাম এটা মাৰি বহিবলৈ কৈ ভিতৰলৈ বেগাই সোমাই গ'ল। তাৰ ভৰিত ক'লা কাপোৰৰ জোতা, গাত ঘন নীল ৰঙৰ হাফপেন্ট আৰু পাতল নীলা কামিজ। বঙলাৰ চৌকিদাৰ যেন লাগিল।

অলপ পিছত সপত্নীক সৰ্বানন্দ বৰুৱা গহীন-গম্ভীৰ খোজেৰে ওলাই আহিল। "আঁহা, আঁহাহঁক। মই বৰ ভাল পাইছোঁ। তোমালোকে একেবাৰে timeত আহিছা। মই মানে — এই-সময়ৰ হেৰ-ফেৰ হ'লে বৰ টান পাওঁ। অসমীয়া মানুহে সময়ৰ মোল নুবুজে, বুইছা।" জুবেলৰ খঙেই উঠিল পেটে-পেটে। এঃ! এওঁ আকৌ আলহীক punctualityৰ ওপৰত জ্ঞান দিবলৈ আহিছে। বাপু, আমি তোমাৰ বাগানৰ চাকৰী বিচাৰি অহা নাই। আহিছোঁ, তোমাৰ জীয়ৰীক নিবলৈ। কথাকিটা স্বগতোক্তি। এইবাৰ বৰুৱাই জুবেলৰ ফালে চাই সুধিলে, "এওঁক যে চিনি পোৱা নাই। তোমাৰ কিবা হয় নেকি? চেহেৰাৰ মিল দেখা নাই কিন্তু।"

বন্দনাই উত্তৰ দিলে, খুড়া। এওঁৰ নাম আব্দুল খালেক। ভাল business-man। আমি পিছে এওঁক জুবেল বুলিয়েই মাতোঁ। জুবেল বুলিহে বেছি জনাজাত। অভি, মানে, অভিনৱৰ অন্তৰঙ্গ বন্ধু। বন্ধু মানে বেলেগ ধৰণৰ। ইটোৱে-সিটোক এৰি একেবাৰে থাকিব নোৱাৰে। ইটোৱে-সিটোৰ কথা মতেহে চলে। অন্যৰ কথাত ইহঁত দুটা নচলে। বৰুৱাই বুজি পালে। তাৰ মানে বিয়াখন হোৱা-নোহোৱাটো বহুখিনি নিৰ্ভৰ কৰিব এই জুবেল বোলাটোৰ ওপৰত। এতেকে, ইয়াক অলপ ভালকৈ মালিচ কৰিব লাগিব। অ' আব্দুল খালেক এৱেঁই নেকি? তোমাৰ নাম মই শুনিছোঁ। বেয়া নেপাবা দেই তোমা-তুমি কৰাৰ কাৰণে। ল'ৰাৰ লগৰ ল'ৰাটো! ইমান কম বয়সৰ ভিতৰতে তুমি বহু কৰিলা। আমাৰ নিচিনা planter তোমালোকে দহোটা কিনিব পাৰিবা।" জুবেলে একো নেমাতি মিচিকিয়াই হাঁহি এটা মাৰি অভিনৱৰ ফালে চালে। অভিনৱেও হাঁহিলে।

বৰুৱাৰ পত্নীগৰাকী কিন্তু বৰ গহীন। দেখিলেই আঢ্যৱন্ত যেন লাগে। পোছাকে-পৰিচ্ছদে, খোজে-কাটলে, কথাই-বতৰাই আভিজাত্যৰ চিন স্পষ্টভাবে ওলাই পৰে। পিন্ধনত কিন্তু আজিৰ যুগৰ জাক-জমকতা নাই। মুগাৰ মেখেলা (পূৰা ইস্ত্ৰি থকা), ঢক্‌ঢকীয়া বগা চাদৰ — গুণাৰ সৰু পাৰি দিয়া, বগা ব্লাউজ। এয়েই। বয়স ৪৫ বছৰমান হ'ব যেন লাগে। অলপ শকত যদিও দেখাত ধুনীয়া হৈয়েই আছে। বেছি কথা নকয়। লাহে লাহে, সৰুসৰুকৈ দুই এটা কথা কয় যদিও মানুহৰ কিন্তু অন্তৰ জয় কৰিব পাৰে। বৰুৱানীক দেখিয়েই অভিনৱৰ মনটো ভাল লাগি গ'ল। তেতিয়াই স্থিৰ কৰিলে —এইখন বিয়া হ'বই (জীয়েককতো দেখিছেই।)

"তোমালোক বহাঁচোন. মই একাপ চাহৰ ব্যৱস্থা কৰোঁ। চাহৰ লগত কিবা অকণ খাব লাগিব কিন্তু। নহা আলহী আহিছা।" বৰুৱানী ভিতৰলৈ গ'লগৈ। ভিতৰফালে অলপ গুণ-গুণনি শুনা গ'ল।

ক্ষন্তেক পিছতে তেওঁ সোমাই আহিল। "পলীয়ে সকলো যোগাৰ কৰিলেই। তোমালোক আহাঁচোন ভিতৰলৈ। আপুনিও আহক। লগতে বহক। কৰিডৰটোৱেদি

সোমাই সোঁফালে অফিচ ৰুমটো পাৰ হৈয়েই বৃহৎ ডাইনিং ৰুমটো পোৱা যায়। বৰুৱানীয়ে আটাইকিজনকে আথে-বেথে বহুৱালে। কাৰবাৰ দেখিতো আলহীসকল অবাক! আলুৰ পৰথা, ৰাজমা, কুকুৰা মাংস ভজা — তাত মাখনৰ টুকুৰা কেইটামান গলি-গলি ওপঙি আছে। মাংসৰ মাজে মাজে কাজু আৰু পেষ্টাৰ টুকুৰা। গোটেই বস্তুবোৰ গোন্ধে মলমলাই 'মোক-খা, মোক-খা' কৰি আছে। টেবুলৰ এটা অংশত ডাঙৰ ডাঙৰ বাতিত ক্ৰীম আৰু বিয়াগোম আকাৰৰ ৰসগোল্লা। এটা ফ্ৰুট বাচকেটত কমলা টেঙা, আপেল আৰু ক'লা আঙুৰ। দুই বন্ধুৱে বৰ ভাল পালে। খোৱাত দুয়োৰো চখ। আমাৰ মাষ্টৰবাবুৰহে বিপদ। ৰাতিপুৱাৰ পৰা পেটটো কিবা ফুলি থকাৰ নিচিনা হৈ আছিল হেনো। বন্দনাই মৰাণ আদা নিমখ মিহলাই খাবলৈ দিলতহে ভাল পালে। খাব পাৰিব হয়তো ; কিন্তু পিছত বা কি হয়? যি হয় হ'ব — দেখা যাব। মাষ্টৰে ভাবিলে।

এনেতে আটাইৰে চকু টেবুলখনৰ সিফাললৈ গ'ল। বৰুৱানীয়ে সেইফালে মাকৰ আঁৰতে বৈ থকা পলীক ক'লে, "তইনো কি মোৰ গাৰ আঁৰত বৈ আছ? Serve কৰি দে।" আটায়ে এইবাৰ পলীক চালে। আকাশী ৰঙৰ চেলোৱাৰ কামিজ পিন্ধা পলীয়ে পাতলীয়াকৈ মেক-আপ কৰিছিল। বগা কপালত ডাঠ নীলা ৰঙৰ এটা ফোট — টিয়ঁহৰ গুটিটোৰ নিচিনা। লিপষ্টিক সনা নাই। তেওঁৰ ওঁঠ দুটা এনেয়ে ধুনীয়া আৰু ৰসাল যাক ইংৰাজীত কয় luscious। মুঠতে তেওঁ আছিল অপৰূপা, মোহময়ী, লাস্যময়ী।

"নেলাগে, আমাক দি নিদিলেও হ'ব। আমি নিজেই লৈ খাম।" অভিনৱে তপৰকৈ মাত দিলে। বেচেৰীয়ে নাৰ্ভাচ কৰিব বুলি অভিনৱে ভয় কৰিছিল নেকি? "মইতো খোৱাত — খোৱাত কিয়, কোনো কথাতে লাজ-তাজ নকৰোঁ, মানে কৰিব লাগে বুলি নেভাবোঁ। নিজৰ ল'ব-লগাটো লৈ লওঁ, এৰাত নাই" —জুৱেলে স্পষ্টকৈ ক'লে। পলীয়ে জুৱেললৈ চালে। মানুহটো অলপ বেলেগ ধৰণৰ। অভিনৱলৈ চাই সৰুকৈ ক'লে, "ভাল আপোনালোকে আৰম্ভ কৰকচোঁন। প্ৰয়োজন হ'লে মই সহায় কৰি দিম। ভালকৈ খাব লাগিব কিন্তু।"

সৰ্বানন্দ বৰুৱাৰ ঘৰৰ পৰা উভতি আহোঁতে ৰাতিয়েই হ'ল। অভিনৱহঁতে একো হাঁ-না নোকোৱাকৈ গুছি অহাত বৰুৱা-বৰুৱানী চিন্তাতেই পৰিছিল। পিছে, বন্দনাই পলীৰ হাতখনত অৰ্থপূৰ্ণ টিপা এটা মাৰি "যাওঁ দেই। তোমাকতো লগ পায়েই থাকিম।" বুলি কৈ অহাৰ কাৰণে বৰুৱানীয়ে positive বুলিয়েই ধৰি ল'লে। অভিনৱ আৰু জুৱেলৰ মুখকিখন হাঁহিত জিলিকি থকাত আৰু ফূৰ্তি-ফাৰ্তাকৈ খোৱা-বোৱা কৰাত বৰুৱাই নিশ্চয়কৈ ধৰি ল'লে যে বিয়াখন হ'বগৈ। পচন্দ নিশ্চয়কৈ হৈছে। জুৱেলৰ

চকুকিটাই অনবৰতে (অন্ততঃ খং নুঠা অৱস্থাত) হাঁহি থাকে। বৰুৱানীৰ আকৌ হাঁহি থকা চকুৰ মানুহ দুষ্ট বুলি ধাৰণা এটা আছে। তাতে আকৌ মানুহটোৰে গাটো অনবৰতে ভাণ্ডি থাকে। পিছে বৰুৱানীয়ে এটা কথা পাহৰি গৈছে, বা মন কৰা নাই। কথাটো হৈছে, তেওঁৰ সুন্দৰী জী, পলীৰো ডাঙৰ, ধুনীয়া ক'লা চকুজুৰিয়ে. অনবৰতে হাঁহি থাকে। মাকে কিন্তু নিজৰ জীয়েকক কেতিয়াও দুষ্ট বুলি সপোনতো ভবা নাই। নেভাবিবৰে কথা। পলীৰ চকুকিটাই হাঁহি থকা কথাটো কিন্তু অভিনৱৰ শিক্ষক ভিনিহিয়েকে মন কৰিছিল। কিয় জানো তেওঁৰ মনটো কিন্তু খোলোচা হোৱা নাছিল। ডাঙৰ মানুহৰ সুন্দৰী দুহিতৃ। চুটি পেণ্ট পিন্ধি জপিয়াই জপিয়াই (লাজ লাগি যায়!) টেবুল টেনিচ খেলা আধুনিকা ছোৱালী। খাপ খাব জানো অভিনৱৰ লগত? পিছে তেওঁৰ মতামত কোনেও বিচৰা নাই। অভিনৱেও সোধা নাই একো। বন্দনাইও 'কেনে লাগিল? ছোৱালীজনী ভাল হ'ব নে বাৰু?" বুলি একাষাৰ সোধা নাই। তেওঁ, সেইগুণে মতামত কেলেই দিব? তেওঁ সাক্ষী গোপালহে? বন্দনাৰতো বৰ পচন্দ। ইতিমধ্যে তেওঁ ভায়েকৰ মনটো জানিছিলেই। এই ভিজিটটো এটা ফৰ্মেলিটিহে। নিয়ম এটা মাত্ৰ। তথাপিও তেওঁ উভতি আহোঁতে গাড়ীতে দুয়ো বন্ধুক কথা সুধি হায়ৰান। "পচন্দ হৈছেনে? পলীক কেনেকুৱা লাগিল? (ইমান ধুনীয়া। ইমান মৰমলগা। ইমান স্মাৰ্ট। ইমান....) ভাল লাগিলনে তোমালোকৰ? বৰুৱা-বৰুৱানীক কেনে পালা? (ইমান ডাঙৰ মানুহ। অথচ গপ-ভেম নাই। ইমান অমায়িক। ইমান খোলা। ইমান....।) মোৰ হ'লে, আটাইকে ইম্মান ভাল লাগিল। এইখন বিয়া হ'বই লাগিব। কি কোৱাহেঁ জুৰেল? "জানো। মালিকে কি কয় বা? কি অ', হ'ব নে নাই? পচন্দ হৈছেতো? মন খাইছেতো?" জুৰেলে উত্তৰত ওলোটাই অভিনৱকহে প্ৰশ্ন কৰিলে। অভিনৱে ক'লে, "বাৰু তোৰ মতা-মতটো দে-চোঁন।"

"বন্দনা বাইদেউ, ভিনিহিদেউ, বেয়া নেপাব দেই। মই খোলোচাকৈ কওঁ। (মোৰ আকৌ পেটত কথা নেথাকে — ফচংকৈ ওলাই আহে) বুইছ অভিনৱ। এনেকুৱা ছোৱালী এজনী পালে মই কিন্তু চিলনীয়ে পাৰ চৰাই থপিয়াৰ দৰে থপিয়ালোহেতেন।"

উত্তৰত অভিনৱে ক'লে, "চব ঠিকেই আছে। ছোৱালীজনীযে ধুনীয়া সেই বিষয়ে সন্দেহ নাই। বেচ মৰম লগা। স্বাস্থ্য-পাতি ভাল। মাক-দেউতাকো বেয়া নহয় যেন লাগে। দেউতাক সৰ্বানন্দ বৰুৱা মানুহজন খোলা, কিন্তু চাহ বাগানৰ মালিক কাৰণেই হ'বলা, কিবা এটা complex আছে। মাক গৰাকী কিন্তু সাইলাখ গোসানী। কিন্তু, এটা কথাই মোক দিগদাৰী কৰিছে। ব্ৰহ্মপুত্ৰৰ পানী যেনেকৈ ওপৰে-ওপৰে ধীৰ, শান্ত-শিষ্ট, কিন্তু তলত খৰস্ৰোতা — ঠিক তেনেকৈ ছোৱালীজনী বাহিৰৰ পৰা দেখাত শান্ত-সৌম্য কিন্তু ভিতৰি ভিতৰি যেন অতি চঞ্চল। নৃত্যৰতা মন এটা যেন শৰীৰটোৰ মাজত বলেৰে লুকুৱাই থোৱা আছে। চকুকিটাত সেই চঞ্চলতা কিন্তু ফুটি উঠে

স্পৰ্শকে।” তেওঁৰ মুখৰ পৰা কথা কেইটা কথা-কবিতাৰ দৰেই ওলাই আহিল স্বতঃস্ফূৰ্ত ভাৱে। এৰা হয়, এনেকুৱা চিটুৱেচনত কবিতা নোলাই কেতিয়া ওলাব? অভিনৱৰ মন্তব্যৰ উত্তৰ স্বৰূপে জুৱেলে মাত্র এটা শব্দহে উচ্চাৰিলে, “ভালহে!”

অভিনৱে জুৱেলৰ এটা শব্দেৰে প্রকাশ কৰা বাক্যটোৰ অর্থ বুজিলে-নে-নুবুজিলে ঠাৱৰ কৰা টান।

বন্দনাই এই আওপকীয়া কথাবোৰৰ মাজত নোসোমাই চিধাচিধিয়েই সুধি পেলালে, “সেই গণ্ডগোলীয়া কথাবোৰ বাদ দে। ডাক্তৰে বেমাৰী চোৱাদি ছোৱালীজনী বখলিয়াই নেচাবিচোঁন। মুঠতে তই মান্তি হয়-নে নহয়? পচন্দ হৈছে নে নাই? বিয়াখন হ'ব নে নহয়?”

“হ'ব দে হ'ব।” অভিনৱৰ মুখৰ পৰা শব্দ তিনিটা আকস্মিকভাবে ওলাই পৰিল। লগে লগে জুৱেলে চিঞৰিলে, “বাঃ বাঃ, তেতিয়া হ'লে কথা পক্কা। খেলা খতম।”

অভিনৱৰ ভিনিহিয়েক মনে মনে আছিল যদিও কথাবোৰ একানপতীয়াকৈ শুনি আছিল। অভিনৱৰ চিৰিয়াচ কথাবোৰ বন্দনাই লঘু কৰি নিদিয়া হ'লে তেওঁ হয়তো কিবা এটা সেই লাইনতে ক'লেহেতেন। পিছে বন্দনাই ফুলষ্টপ দি দিলে। কমা আৰু প্রশ্নবোধক চিনলৈ সুযোগ নথলে। তেওঁ কিন্তু জুৱেলৰ এটা শব্দৰ বাক্যটোত কিবা যেন অশ্লীল ইঙ্গিত আছে তেনেকুৱা যেন পালে। চঞ্চলতা! “ভালহে!” এইটো কি ধৰণৰ কথা?

সঁচা কথা ক'বলৈ গ'লে জুৱেল মানুহটোক তেওঁৰ বৰ ভাল নেলাগে। কিয় ভাল নেলাগে ক'ব নোৱাৰে। টকা আছে কাৰণেই নেকি মানুহটোৰ কথাবোৰত এটা বেপৰোৱা, মানে ডেম-কেয়াৰ ভাব তেওঁ দেখা পায়।

অভিনৱে বিয়াত মত দিলে। কিন্তু ইমান সোনকালে, হঠাতে যে কথাবোৰ পকা হৈ যাব—সেইটো তেওঁ প্রত্যাশা কৰা নাছিল। বায়েকৰ পোনপটিয়া প্রশ্নৰ উত্তৰ হিচাপে “হ'ব দে” বোলা কথাষাৰ যেন তেওঁৰ মুখৰ পৰা ওলোৱা নাছিল। কোনোবাইহে যেন তেওঁৰ হতুৱাই কথা কিটা কোৱালে। সেইটোৱেই অদৃষ্ট নেকি? নে কুগ্রহৰ প্রভাৱ? বিয়াত মত দিয়াৰ পিছত তেওঁৰ মনটো কেলেই গধুৰ গধুৰ লাগিছে? বেলেগ এটা শক্তিয়ে (কোনোৱে সেইটোক Sixth sense বুলি কয় নেকি?) তাক মৃদু ভাবে হ'লেও বাধা দিছে নেকি? ধেৎ তেৰী। চহৰ খনৰ এজন ডাঙৰ ডাক্তৰ, আধুনিক শিক্ষাত শিক্ষিত মানুহ হৈও এইবোৰ কি অদৰকাৰী কথা মনলৈ আহিছে? তেওঁৰ মনটো ইমান দুর্বলনে? কুসংস্কাৰৰ পৰা তেওঁৰ মনটো মুক্ত হ'ব পৰা নাইনে? এইবোৰ ভাব আঁচলতে inferiority complex অর্থাৎ নীচাত্মিকা মনোভাৱৰ কাৰণেহে তেওঁৰ মনলৈ আহিছে। আৰু, তেওঁ চঞ্চল বুলি ইঙ্গিত দিওঁতে জুৱেলে “ভালহে!” বুলি কওঁতে অভিনৱে বেলেগ অর্থ কিয় উলিয়াব লাগে? সিতো সদায় তেনেকৈয়ে

কথা কয়। তাৰনো কথাৰ কি লাগ-বান্ধ আছে? তাৰ অন্তৰখন ভাল ; কথাবোৰ হে খহটা। অভিনৱে ভাবি যায়।

গাড়ীখন কন্দনাইঁতৰ ঘৰত ৰওঁতেহে অভিনৱৰ চিন্তাৰ সোঁতত যতি পৰিল। ইমান সময় তেওঁ মনে মনে বহি আছিল। বাটকণ কেনেকৈ পাৰ হ'ল তেওঁ ক'বই নোৱাৰিলে। তেওঁলোক আটাইকিজনকে নমাই গুড্‌নাইট আৰু বেষ্ট্ অব্ লাক্ দি জুবেল গ'লগৈ। তিনিওজনে আন্তৰিকতাৰে ধন্যবাদ দি তেওঁক বিদায় দিলে।

## ।। দুই ।।

# মোৰ কথা ঃ মই জুৱেলে কৈছো

মোৰ নাম আব্দুল খালেক। মোক সকলোৱে জুৱেল বুলিয়েই জানে। মানে, মই জুৱেল নামেৰেই অসম বিখ্যাত। মোক কোনোৱে জুয়েল মাৰ্চেন্ট, কোনোৱে জুয়েল বেপাৰী (তাচ্ছিল্যাৰ্থত), কোনোৱে জুয়েল বিষয়া (বিষয়া বুলি কোৱাৰ অৰ্থ পিছত ক'ম বাৰু), আৰু কোনো-কোনোৱে জুয়েল বিৰলা (ঢেৰ টকা আছে কাৰণে) বুলি কয়। অৱশ্যে বেপাৰী বুলি আগত ক'বলৈ সাহস নকৰে কোনেও।

মোৰ আব্বাজানক সকলোৱে মইনুল বিষয়া বুলিয়েই জানে। তেওঁ মাছৰ ডাঙৰ ব্যৱসায়ী আছিল। অসমৰ বহুতো ডাঙৰ ডাঙৰ বিল 'ডাকি' লৈছিল। ব্ৰহ্মপুত্ৰৰো এছোৱা তেওঁৰেই দখলত আছিল। শ শ বিহাৰী, নমঃশূদ্ৰ আৰু মৈমনচিঙীয়াই তেওঁৰ হে কাম কৰিছিল। তেওঁ লাখে লাখে টকা উপাৰ্জন কৰিছিল। মাছখোৱা অঞ্চলৰ আধাখিনি ঘৰৰ মালিক যে মই হ'বলৈ পালো তাৰ মূলতেই হ'ল মোৰ আব্বাজান। তেওঁৰ পৰা মই একমাত্ৰ পুত্ৰ হিচাপে সকলো স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ মালিক হ'বলৈ পালো। তেওঁৰ ব্যৱসায়টো মই অক্ষত ৰাখিছো। বৰঞ্চ ব্যৱসায়টো বহলালোহে। অসমৰ সমগ্ৰ ইলিচ মাছ মই বাংলাদেশৰ পৰা আমদানি কৰোঁ। মই অনা ইলিচ মাছহে অসমবাসীয়ে খাবলৈ পায়। বছৰেকত প্ৰায় ৫০ কোটিমান টকাৰ ইলিচ মই আনো। অকল সেইটো কাৰবাৰৰ পৰাই খৰচ বৰচ বাদ দি বছৰেকত ৪/৫ কোটি টকা লাভ থাকে। বাকীবোৰ কাৰবাৰৰ কথা নকলোৱেই বা! মুঠতে মোৰ অৱস্থা বৰ স্বচ্ছল। স্বচ্ছল বুলিলে কমকৈহে কোৱা হ'ব। বাহিৰৰ পৰা মানুহে ৰবকৈ ধৰিব নোৱাৰে। মইও নেদেখুৱাওঁ। মই অসমৰ আটাইতকৈ ধনী মানুহজন নহ'লেও, অন্ততঃ অসমৰ দহজন ধনীৰ ভিতৰত এজন নিশ্চয় হ'ম। মোৰ আব্বাজানে জিলা লেভেলত কাৰবাৰ কৰিছিল। জিলাৰ বৰমূৰীয়া হাকিম সকলক বৌটো - চিটলটো আৰু ছোগ বুজি পাঠাটো-খাহীটো দি মন ভুলাইছিল আৰু সুবিধা আদায় কৰিছিল। বিহু -ঈদৰ সময়ত দৈ-ক্ৰীম আৰু মানুহ চাই ড্ৰাই ফ্ৰুট্‌চ দিছিল। হাকিমনীবোৰে হেনো সেইবোৰ বস্তুৰ তাৰিফ কৰিছিল। পিছে, এতিয়া জমানা বদলিল। মই সেইবোৰ নিদিওঁ। সেইবোৰ দিলে মানুহৰ চকুত পৰে। বিশেষকৈ সেই চুৰাখোৱা খবৰ কাগজবালাবোৰৰ সাংবাদিক নে সাংঘাতিক, সেইসোপাৰ। সেইসোপাই আকৌ মোৰ কথা লিখে, চোৰাং বেপাৰী, কানি বেপাৰী, **drug pedlar**, বাংলাদেশী এজেন্ট, আই.এছ.আই এজেন্ট ইত্যাদি। সেই সোপাই

দেখিব লগীয়াবোৰ নেদেখে, দেখিব নলগীয়াবোৰ দেখে। লেখিব লগীয়াবোৰ নেলেখে, নেলেখিব লগীয়াবোৰ লেখে।

আব্বাজানৰ নিচিনাকৈ মই মাছ-তাছ বিলাই নুফুৰোঁ। মই সেইবোৰৰ কাণৰ কাষত ঠনঠনীয়া বজাওঁ ; ঠনঠনীয়া বুলিলে ফুল হ'ব। খম-খমীয়াহে। ১০০ টকীয়া আৰু ৫০০ টকীয়া নতুন নোটৰ খম-খম শব্দই সিহঁতৰ কাণ জুৰ পেলায়। কুকুৰে নেগুৰ মোটোকাই শুই দিয়াৰ দৰে সিহঁতবোৰে মোৰ ওচৰত লেতু-সেতু হৈ শুই দিয়ে। মই সদৰ্পে সিহঁতক নেওচা দি ডেই গুছি যাওঁ। "সিহঁতবোৰ" মানে আপোনালোকে কোন বুলি ভাবিছে? সিহঁতবোৰৰ ভিতৰত পৰে, মন্ত্ৰী, (মুখ্য চুখ্য চব) এম্ এল্ এ, বিষয়া কৰ্মচাৰী সকলো। নকৈ নোৱাৰি — নৰম পন্থী, গৰম পন্থী, মধ্যম পন্থী, বিপ্লৱী সকলোবোৰ ৰাজনীতিৰ বেপাৰীক মই হাতৰ মুঠিত খমখমীয়া নোটৰ বাণ্ডিল ভৰাই দিব লগাত পৰে। নহ'লে যে বাপু business নচলে। তদুপৰি অস্ত্ৰধাৰীসকলৰ পকেট গৰম কৰিবই লাগিব নহ'লে যে জীৱনৰে আধ্যা। মুঠতে খমখমীয়া নোটৰ বাণ্ডিল হ'ল, কৃতকাৰ্যতাৰ মিছাইল। লক্ষ্য অব্যৰ্থ। কিন্তু, মিছা কথা ক'ব নেপায়। "সিহঁতবোৰৰ" ভিতৰত দুই-এজন মন্ত্ৰী, এম্ এল্ এ, বিষয়া কৰ্মচাৰী কিন্তু সাংঘাতিক আছে। ছালাইঁতে এক পইচাও খাব নোখোজে। ঘৰত হয়তো খাবলৈকে নাই। তথাপিও ডাস্কোপ নেৰে। ক'লা টকা হেনো লেতেৰা, নোচোঁৱে। শুনা নাই নে শিৱসাগৰৰ ফালৰ সেই ৰাজ্যিক পৰিবহন নিগমত কাম কৰা আহমেদ নামৰ লাইন ইন্সপেক্টৰটোৰ কথা? টিকট নিদিয়াকৈ বাচৰ যাত্ৰীৰ পৰা পইছা লোৱা কণ্ডাক্টৰবোৰে দিয়া তামোল এখনো হেনো সি নেখায়। হাৰাম! মই পিছে সেই শ্ৰেণীৰ ধৰ্ম যুধিষ্ঠিৰ আৰু ছলোমনবোৰক বাৰুকৈয়ে শিকাওঁ। বদলি কৰাই, কথা শুনাই, ধমকি দিয়াই, টেলিফোনত ভয় খুৱাই, প্ৰমোচন দেৰী কৰাই নগুৰ নাগতি কৰোঁ। আব্বাজানে নকৰা আৰু এটা কাম মই কৰোঁ। মই থানিকা পাতোঁ ৰাজধানীত। গুৰিত পানী ঢালো। জিলাৰ সোপালৈ বৰকৈ পৰোৱাই নকৰো। অলপ-চলপ ছটিয়াই দিলেই হয়।

আগৰ অধ্যায়কিটাত লিখক অমূল্য হাজৰিকাই মোৰ কথা দুই এটা লিখিছে। কিন্তু সেইবোৰ সম্পূৰ্ণ নহয়। তেওঁৰ জ্ঞান সীমিত। তথ্য অসম্পূৰ্ণ। কিছুমান কথা তেওঁ লিখিছে অনুমানৰ ভিত্তিত আৰু কিছুমান অভিনৱৰ পৰা শুনি (অভিনৱ মানে ডাঃ অভিনৱ বৰুৱাৰ কথা কৈছো।) মোৰ পৰম বন্ধু অভিনৱেও মোৰ কিছুমান কথা নেজানে। মানে, মই নজনাওঁ। তাৰ ভিতৰত এটা হ'ল মোৰ business secret বোৰ অৰ্থাৎ কাৰবাৰৰ গোপন কিটিপ বা কথাবোৰ। দ্বিতীয়টো হ'ল—মোৰ মনৰ ভিতৰৰ নিভৃত কোণৰ সাঁচতীয়া গুপুত কথাবোৰ বা আশাবোৰ। এই দুটা বস্তুৱেই মই অতি যতনেৰে সঙ্গোপনে ৰাখোঁ। কিন্তু এটা কথা ঠিক। দুনিয়াত যদি সঁচাকৈ কাৰোবাক মই ভাল পাওঁ — সি হ'ল অভিনৱ। সি মোৰ অভিন্ন হৃদয় বন্ধু। সিও অৱশ্যে মোক সম্পূৰ্ণকৈ চিনিব পৰা নাই। নোৱাৰেও। মই কিন্তু তাক হাড়ে-হাড়ে চিনো, বুজো।

সকলতেই মাক-দেউতাকক হেৰুৱা অভিনৱৰ সংসাৰত বায়েক বন্দনা আৰু তিনিহিয়েকৰ বাহিৰে কোনো নাই। তেওঁলোকৰ ঘৰতেই সি ডাঙৰ-দীঘল হোৱা। তেওঁলোকেই তাক মানুহ কৰিছিল। আমি, মানে আব্বাজানে তাক বহুত সহায় কৰিছিল। আমাৰ কাৰণে সি অৰ্থাভাৱত কোনোদিন ভূগিব লগীয়া হোৱা নাছিল। মেডিকেলত পঢ়ি থাকোতে human skeletone এটা, টকাৰ অভাৱত কিনিব নোৱাৰি মন মাৰি বহি থকা দেখা পাই মই তাক মোৰ হাত খৰচৰ টকাখিনিকে সাউতকৈ উলিয়াই দিয়াত সি হুকহুকাই কান্দি পেলোৱা কথাটো মোৰ প্ৰায়েই মনত পৰে। সি মোৰ হাতদুখনত খামোচ মাৰি ধৰি কৈছিল, "জুবেল! তোৰ উপকাৰবোৰৰ কথা মই জীৱনত পাহৰিব নোৱাৰো অ'। তই মানুহ নহয় — দেৱতা।"

"থ-থ। sentimental কথাবোৰ নকৰি। মই দেৱতাও নহয়, অসুৰো নহয়। মানুহ, বুইছ? তেজ-মঙহৰ এটা সাধাৰণ মানুহ। মোৰ টকা পইছা যথেষ্ট আছে। মালিকে দিছে। তোৰ নাই। তোৰ দৰকাৰ। মই দিছো। সেয়েই। ব'ল-ব'ল। ওলা। অলপ ফুৰি আহোঁ দুয়োটাই। বেদীৰ হোটেলত গৈ গৰম-গৰম কচুৰী আৰু লগতে একাপ-একাপ গৰম কফি খাই দিলে তোৰ মেজাজটোও গৰম হৈ যাব, ব'ল।" মই তাক শান্ত কৰিবলৈ কৈছিলো।

অভিনৱৰ পৰা লুকুৱাই মই আৰু এটা ব্যৱসায় কৰোঁ। অভিনৱ কিয়? বহুতেই নজনাকৈ কৰা ব্যৱসায় সেইটো। সেইটো হৈছে বাংলাদেশৰ পৰা কিছুমান চোৰাং সামগ্ৰী উত্তৰ-পূব ভাৰতলৈ, বিশেষকৈ অসম আৰু মণিপুৰলৈ আমদানি। আমদানিয়েই ; মাত্ৰ অবৈধ। আগতেই কৈছো : তাৰ পৰা বাকচে-বাকচে ইলিচ মাছ আহে। ডাঙৰ বাকচৰ তলত বৰফৰ এটা তৰপ থাকে। মাজত শাৰী শাৰীকৈ ইলিচমাছবোৰ থাক কৰা হয়। মাছৰ থাকবোৰত বৰফৰ গুড়ি বা flakes ছটিওৱা থাকে। ওপৰত আকৌ বৰফৰ চামনি। সেই বাকচবোৰ শীত-তাপ নিয়ন্ত্ৰিত ট্ৰাকত চিলেটৰ পৰা মেঘালয়া সীমান্তইদি উত্তৰ-পূব ভাৰতলৈ আহে। কেতিয়াবা এছোৱা ৰেলগাড়ীৰে, এছোৱা ট্ৰাকেৰে শিলিগুড়ি হৈও আহে।

শাৰী-শাৰীকৈ থাক পতা ইলিচ মাছবোৰৰ মাজে মাজে বগা বগা প্লাষ্টিকৰ টোপোলাৰ মাজত যে আৰব দেশৰ সোণ থাকে আৰু সেই সোণ মই India লৈ smuggle কৰো সেইটো জানিবৰ কাৰো সাধ্য নাথাকে। কোটি কোটি টকাৰ সোণ তেনেকৈ মই আনি উত্তৰ-পূব ভাৰত ওপচাই দিওঁ। ইয়াৰ পৰা তেনেকুৱা সোণৰ বিস্কুট আৰু মোহৰ ভাৰতৰ অন্য ঠাইলৈও যায়। কোনোদিন ধৰা নপৰিলো। ধৰা কেনেকৈ পৰিম? মোৰ নামতটো সেই কাৰবাৰবোৰ নচলে। মোৰ এজেণ্ট আছে চিলচৰত, ধুবুৰীত, কৰিমগঞ্জ আৰু গুৱাহাটীত। কেতিয়াবা কোনোবা চকুচৰহাই ভিতৰুৱাকৈ গম পালে কেন্দ্ৰীয় আবকাৰী আৰু শুল্ক বিভাগত লগায়। তেতিয়া দুই চাৰিলাখ টকা খৰচ হয় — সিমানেই। বৰ্ডাৰ চিকিউৰিটি ফ'ৰ্চেহে বৰ দিগদাৰত পেলায়।

তেনেকুৱাত বহুত বেছি পইচা খৰচ হয় আৰু দুই-এটা এজেণ্ট ধৰা পৰি জেইল খাব লগা হয়। দুই এটা মূৰ্খক এজেণ্টে গুলী খাই মৰিছেও আৰু কেবাটাও ঘাইল হৈছে। সেইটো হয় সিহঁতৰ দোষত। কুকুৰ দেখিলে যেনেকৈ দৌৰি পলাব নেপায়, দৌৰিলে সিহঁতে খেদি গৈ খেং কৈ পিছফালৰ পৰা ডবিব কলাফুলত কামুৰি এবখলা এৰকাৰ। ঠিক তেনেকৈ B.S.F. ৰ হাতত ধৰা পৰিলে দৌৰি পলাব নেপায়। পলালেই সিহঁতে ফায়াৰ কৰি দিয়ে। কুছিয়াৰা নৈয়েদি সীমা পাৰ হৈ কৰিমগঞ্জলৈ আহোঁতে মোৰ কেবাটাও মানুহৰ তেনেকৈ হানি-বিঘিনি ঘটিছিল।

আমাৰ অসম পুলিচৰ মানুহবোৰ হ'লে বৰ ভাল দেই। বৰ ভদ্ৰলোক। বেছিকৈ দিগদাৰী নকৰে। খুব খং উঠিলে মানুহবোৰক অসমীয়া অবাইচ আতটো মাতি গালি পাৰে —............ বাংলাদেশী। চোৰাং কৈ সোণ আনিছ? জেলৰ ভাত খুৱাম বাপেৰে বুইছ। ইত্যাদি, ইত্যাদি। দুই-চাৰিটা ইলিচ মাছ আৰু দুই-চাৰিশ টকা গুজি দিলেই অন্যফালে চাই চাই গুছি যায়। কেতিয়াবা খালি দুই-এটা লেকেটীয়া জীৱই (মানে পুলিচৰ কথা কৈছো) তিতা-কেঁহা লগাই দিয়ে। "আমাৰ চাৰৰ কাৰণে দুটা ডাঙৰ ইলিহি দিয়ক। দুটা সোণৰ মোহৰ দিয়ক।" ইত্যাদি ইত্যাদি। সেইবোৰেও বেছি প্ৰব্লেম নকৰে। মুঠৰ ওপৰত মোৰ কাৰবাৰ নিৰ্বিঘ্নে চলে, বিলাই-বিপত্তি নোহোৱাকৈ।

মই অৱশ্যে কিছু principle মানি নচলা নহয়। মই চোৰাং কাৰবাৰ কৰিব পাৰো, সোণৰ গুপুত ব্যৱসায় কৰি টকা ঘটিব পাৰো ; কিন্তু 'সিহঁতবোৰ'ৰ নিচিনাকৈ ড্ৰাগচৰ ব্যৱসায় নকৰোঁ। মানুহৰ জীৱন শেষ কৰি মৃত্যুৰ মুখলৈ ঠেলি পঠিওৱা heroin আমদানি-ৰপ্তানি নকৰোঁ। তিনিচুকীয়াৰ বহুত পাৰ্টি মই জানো যি বিড়ীৰ পেটাৰীত বান্দৰ মাৰ্কা বিড়ীৰ মাজত হিৰইন সুমুৱাই বাংলাদেশলৈ চালান দিয়ে। বাংলাদেশৰ পৰা পৃথিৱীৰ বিভিন্ন জাগালৈ যায়। মানুহ মৰা বস্তুৰ ব্যৱসায় মই নকৰোঁ। সেইবোৰ টকা মোক নেলাগে। সোণৰ কথা বেলেগ। সোণেতো মানুহক অপকাৰ নকৰে। মানুহ নেমাৰে। মানুহে অলঙ্কাৰ বনাই পিন্ধেহে। চোৰাংকৈ অনা বন্দুক, গ্ৰেনেডে মানুহ মাৰে। ড্ৰাগ্‌চেও মাৰে। সেইবোৰ বেপাৰ মোক নেলাগে।

এটা কথা সকলোৱে জানে আৰু কোৱা-কুই কৰে যে মই মানুহটো হেনো বৰ energetic আৰু, virile, অৰ্থাৎ শক্তি সম্পন্ন আৰু পুৰুষোচিত। মোৰ হেনো নাৰীক আকৰ্ষণ কৰিব পৰা কিবা শক্তি আছে — যিটো চুম্বক শক্তিৰ নিচিনাকৈ চকুৰে নেদেখি ; অনুভৱ হে কৰিব পাৰি। সেইটো হেনো বডী কেমিষ্ট্ৰী। শৰীৰৰ ৰাসায়নিক প্ৰক্ৰিয়াই কিছুমান বডী লেংগুৱেজ অৰ্থাৎ শাৰীৰিক ভাষাৰ সৃষ্টি কৰে। সেই বডী লেংগুৱেজ বুজাই বুজে। মানুহকে ধৰি সকলো জীৱ-জন্তুৱে, বিশেষকৈ বিপৰীত লিংগৰ স্ত্ৰী-পুৰুষে স্বাভাৱিকতেই সেইবোৰ বুজি পায়, হৃদয়ঙ্গম কৰে। ইটোৱে-সিটোৰ প্ৰতি আকৃষ্ট হয়। এইটো হয়তো এটা আদিম প্ৰবৃত্তি। স্বাভাৱিক পদ্ধতি।

মোৰ কিন্তু ক'বলৈ কোনো সঙ্কোচ নেলাগে যে কিছুমান মাইকী মানুহ দেখিলে (বোৱাৰীয়েই হওক বা জীয়ৰীয়েই হওক) মোৰ গাটো চিৰিংকৈ উঠে। সাহিত্যিকৰ ভাষাত 'কিবা শিহৰণ' জাগে। শিহৰণটো হৰমোণৰ খেলা বুলিয়েই মই ভাবো। কয়তেই কয়, ডাঃ অভিনৱ শইকীয়াইও কয়, যে মোৰ হেনো শৰীৰত পুৰুষ হৰমোনৰ প্ৰাদুৰ্ভাৱ বেছি। সেইকাৰণেই মোৰ গাৰ ছালখন চিকচিকিয়া, তেলেতীয়া। সেইকাৰণেই হেনো মোৰ মাংসপেশীবোৰ সুদৃঢ়, হাড় মজবুত আৰু মই হেনো সকলোপিনে উগ্ৰ আৰু এগ্ৰেচিভ।

কিন্তু এইটোওটো হ'ব পাৰে যে এই ৰাসায়নিক ক্ৰিয়া-প্ৰক্ৰিয়াবোৰ আৰু তাৰ পৰা উদ্ভৱ হোৱা প্ৰতিক্ৰিয়াবোৰ এজনৰ ফালৰ পৰা নহয়। দুয়োজনৰ ফালৰ পৰা হ'ব লাগিব। বিপৰীত ধৰ্মী হ'লে ক্ৰিয়া-প্ৰক্ৰিয়াবোৰ বেছি vigorous অৰ্থাৎ জোৰদাৰী হয় নেকি? ক'ব নোৱাৰোঁ দেই। মোৰ গোটেই কথাবোৰ বা ধাৰণাবোৰ ভুলো হ'ব পাৰে। কিন্তু অভিনৱৰ জানো ভুল হ'ব? সিটো এজন জনা-বুজা ডাক্তৰ।

যি কি নহওক মই সচাকথীয়া মানুহ। নাৰীৰ সান্নিধ্য মই ভাল পাওঁ ; বিশেষকৈ স্বাস্থ্যৱতী, সুন্দৰী নাৰীৰ। কিয় জানো ক'ব নোৱাৰোঁ, ধুনীয়া হ'লেও শান্ত-শিষ্ট-সৌম্যা নাৰীয়ে মোক সিমান আকৰ্ষণ কৰিব নোৱাৰে। মোক বেছিকৈ আকৰ্ষণ কৰে অলপ দুষ্টামিৰে ভৰা হাঁহি থকা চকুৰে, স্মাৰ্ট নাৰীয়ে।

অভিনৱে মোৰ মতামত লওঁতে একাষাৰে পলীক বিয়া কৰাবলৈ তাক পৰামৰ্শ দিছিলো। কৈছিলোঁ, "এইজনী ছোৱালী মোলৈ যচা হ'লে, চিলনীয়ে পাৰ চৰাই থপিওৱাৰ দৰে থপিয়ালো হেতেন।"

মই ক'বলৈ কুণ্ঠাবোধ নকৰোঁ যে পলীক দেখাৰ লগে লগে মোৰ গাটো চিৰিংকৈ উঠিছিল, আৰু চকুৰে চকু পৰাৰ লগে লগে মোৰ গাত এটা অদ্ভুত শিহৰণ জাগিছিল। সেই ঘটনাটো ঘটিছিল সকলোৰে অলক্ষিতে। তাইৰ চকুৰ হাঁহিটোত যেন কিবা গোপন ইঙ্গিত লুকাই আছে। নাই নাই, মোৰ গোটেইবোৰ ধাৰণাই ভুল হ'ব পাৰে। মহাভুল! মোৰ প্ৰিয় বন্ধুৰ ভাবী পত্নীৰ কথা তেনেকৈ ভবাটো মহাভুল নহে কি? পলী, ছোৱালীজনী সচাকৈয়ে অভিনৱৰ যোগ্যা। তাই অভিনৱৰ ভাৰ্যা হ'লে কিমান ভাল লাগিব।

অৱশেষত মই জানিব পাৰি ভাল পালোঁ যে বিয়াৰ বন্দোবস্ত পকা হ'ল। পলী ৰুকুৱা। মিচেচ অভিনৱ ৰুকুৱা হ'বলৈ আৰু বেছিদিন নাই।

## ।। তিনি ।।

## ডাঃ অভিনৱ বৰুৱাৰ কথা

মোৰ নাম অভিনৱ বৰুৱা। মই দুৰ্ভগীয়া নে ভাগ্যৱান ক'ব নোৱাৰোঁ। দুৰ্ভগীয়া বুলি ক'বলৈ এইকাৰণেই মন যায় যে সৰুতেই মই মোৰ আই বোপাইক হেৰুৱালোঁ। বন্দনা বাইদেউ আৰু ভিনিহিদেৱে মোক মানুহ কৰিলে। স্কুলীয়া শিক্ষাৰ পৰা মেডিকেল পঢ়ালৈকে তেওঁলোকে নেথাই নৰে, অশেষ কষ্ট স্বীকাৰ কৰি মোৰ তত্ত্বাৱধান ল'লে। ভিনিহিদেউৰ নাম প্ৰমোদ বৰা। তেখেত এজন শিক্ষক। হাইস্কুলৰ শিক্ষক। মানুহজন বৰ সৰল আৰু প্ৰকৃতাৰ্থত ভাল মানুহ। মানুহজনে বেছি কথা নকয়। কিছুমান মানুহ আছে, নিজকে বিদ্বান আৰু বুদ্ধিমান বুলি সুযোগ পালেই দেখুৱাবলৈ বিচাৰে। জনাবলৈ বিচাৰে। পিছে ভিনিহিদেউ একেবাৰে ওলোটা। কথা বৰ কম কয় ; দেখিলে অজলা যেনহে লাগে। কিন্তু প্ৰকৃততে তেওঁ খুব বুদ্ধিয়ক আৰু জ্ঞানী। কিছুমান কথা তেওঁ এনেয়ে গম পায় ; পিছে ক'বলৈ নিবিচাৰে। জীৱনত বোধ হয় তেওঁ আজিলৈকে কাৰো কামত হকা-বধা বা হস্তক্ষেপ কৰা নাই। নোৱাৰাত কেতিয়াবা দুই এটা তেনেধৰণৰ কথা ক'বলৈ বিচাৰে। পিছে বন্দনা বাইদেৱে সুযোগেই নিদিয়ে। তেওঁ, মানে বন্দনা বাইদেউ অলপ dominating type।

পলীক চাবলৈ যোৱাৰ পিছত তেওঁ যেন কিবা এটা ক'বলৈ বিচাৰিছিল, তেনেকুৱা অনুমান এটা মোৰ হৈছিল। কিন্তু বন্দনা বাইদেৱে সুযোগেই নিদিলে। বোধকৰো পলী বৰ ধনী মানুহৰ ছোৱালী কাৰণে আমাৰ ঘৰখনৰ পৰিবেশত খাপ নেখাব বুলিয়েই ভিনিহিদেৱে ভাবিছিল। আৰু এটা কথা। জুবেলক তেওঁ হয়তো মোৰ বন্ধু হিচাপে ভালেই পাইছিল ; কিন্তু তাৰ কথা-কাণ্ডবোৰ যেন তেওঁৰ মনঃপুত নাছিল। বিশেষকৈ তাৰ খাৰাংখাচ কথাবোৰত তেওঁ অস্বস্তিবোধ কৰা যেন লাগিছিল। পেটে-পেটে জুবেলক ভিনিহিদেৱে অলপ সন্দেহৰ চকুৰে চাইছিল যেন লাগে।

সময়ত যেতিয়া মই ডাক্তৰী পঢ়িবলৈ মন কৰিলো তেতিয়া ভিনিহিদেৱে মোৰ প্ৰস্তাৱ সমৰ্থন কৰিলে ; কিন্তু তেওঁৰ আৰ্থিক অসমৰ্থতাৰ কাৰণে জুবেলহঁতৰ সহায় লবলৈ বাধ্য হ'ল। জুবেলৰ দেউতাক মইনুল বিষয়া আনন্দেৰে আগবাঢ়ি আহিল মোক সহায় কৰিবলৈ। তেওঁ ভিনিহিদেউ আৰু মোলৈ চাই লাহে লাহে সৰু গড়গড়ীয়া মাতটোৰে ক'লে, "বোপাই অ" অভি। (দুই-এক মোক মৰম লাগিলে অভি বুলি মাতে) তোক এইৰূপ সহায় কৰিবলৈ পাই মোৰ যে কিমান ভাল লাগিছে সেয়া একমাত্ৰ আল্লাইহে জানিব। বুজিছা বৰা, তুমি নেজানা। অভিৰ দেউতাকে জুবেলৰ জীৱন ৰক্ষা

কৰি থৈছে। সেইটো মই কেতিয়াও পাহৰিব নোৱাৰো। "অভিক মই সহায় কৰিলে তোমাৰ মৃত শহুৰৰ প্ৰতি মোৰ কৃতজ্ঞতা প্ৰকাশ কৰা হ'ব।"

অভিনৱৰ মনত পৰিল—।

সিহঁত দুয়োটাৰ তেতিয়া বয়স দহ বছৰ মান হ'ব। অভিনৱ দুই এমাহ মানৰ ডাঙৰ। সিহঁত দুটাৰ ঘৰ ওচৰা-ওচৰি। মইনুল বিষয়াৰ দুকঠা মাটিৰ প্ৰকাণ্ড পুখুৰীটো দুয়োঘৰৰ মাজতে। অভিনৱৰ দেউতাক ওচৰৰে বাগান এখনৰ হাজিৰা মহৰী। দুকঠা মাটিৰ সৰু বাৰী আৰু সৰু ঘৰ তেওঁলোকৰ। সংসাৰখন কোনোমতে, কাৰো ওচৰত হাত নপতাকৈ চলে। মইনুল বিষয়াৰ পুখুৰীটোত বৌ বাহু চিতল আৰু খঁৰীয়া মাছে ঠাহ খাই থাকে। মইনুলে ওচৰ চুবুৰীয়া বন্ধু নৰেন বৰুৱা (অভিনৱৰ দেউতাক)ক কয়, "নৰেন, ডাঙৰ সৰু যি মাছ ধৰি খাব, খাবি। কিন্তু বৰশীহে বাব পাৰিবি। জাল নেমাৰিবি। তহঁতে মাছ কিনি খাব নেলাগে।" সেইমতেই দেউতাই প্ৰায়েই পিছবেলা আৰু বন্ধৰ দিনবোৰত ৰাতিপুৱা বেলা হেপাহ পলুৱাই মাছ ধৰে।

এদিন জহকালি আবেলি ৫টা মান বজাত খালি গাৰে দেউতাই বৰশী বাই আছিল। ডাঙৰ মাছৰ কাৰণে গেলা পুঠি দি ডাঙৰ বৰশী এটা পাতি থৈ সৰু বৰশীৰে কেচুৰ টোপ (আৰু কেতিয়াবা বৰলৰ টোপ) দি মাগুৰ-গৰৈ ধৰি আছিল। কেতিয়াবা দুই এটা ডাঙৰ ক'লা-ক'লা কাৱৈ মাছো উঠিছিল। জুবেল আৰু মই পুখুৰীৰ প্ৰকাণ্ড পাৰটোত দৌৰা-দৌৰি কৰি আছিলোঁ। দৌৰা বন্ধ কৰি কেতিয়াবা আমি দুই-এটা বেলেগ ধৰণৰ কম্পিটিচন কৰিছিলো। —কোনে কিমান দূৰলৈ থুৱাব পাৰে আৰু পেচাব কৰোঁতে কোনে কিমান দূৰলৈ মূতৰ ধাৰটো পেলাব পাৰোঁ। বৈ থকা বেং-ভেকুলীৰ গাটো তিয়াব পাৰিলেতো কথাই নাই!

এবাৰ আমাৰ এটা নতুন কথা মনত খেলালে। গোটেই পুখুৰীটোৰ চাৰিওকাষে কোনে দৌৰি আগবাঢ়িব পাৰিব? 'কোন জিকিব চাওঁ' বুলি দুয়োটাই দৌৰি কিছুদূৰ সমানে সমানে যাওঁতেই হঠাতে টেঁকীয়াৰ মূঢ়া এটাত উজুটি মাৰি কৰ্ফাল খাই জুবেল পানীত পৰিল। পুখুৰীত পৰি কৰ বকাবলৈ ধৰিলে। সি সাঁতুৰিব নেজানিছিল। মইতো নেজানিছিলোঁ, দেউতাইও সাঁতুৰিব নেজানিছিল। সি পানীত পৰি বুৰি মৰে বুলি দেউতাই আটাহ পাৰি বলীয়াৰ দৰে ছটফটাবলৈ ধৰিলে। দুই এবাৰ ইফালে সিফালে লৰা-ঢপৰা কৰি শেষ উপায় হিচাপে নিজৰ পিন্ধি থকা চুৰিয়াখনকে খুলি নুৰিয়াই তাৰ ফালে দলিয়াই দিলে। দলিয়াই দিওঁতে এটা মুৰ টানকৈ ধৰি আনটো মুৰ যিমান দূৰ পাৰে জুবেলৰ ওচৰত পেলাইছিল। প্ৰথম বাৰ দলিয়াওঁতে তাৰ পৰা আঁতৰত পৰাৰ কাৰণে সি ধৰিব পৰা নাছিল। পিছবাৰ "ভয় নকৰিবি। ধৰ। ধৰ" বুলি গাৰ জোৰেৰে সিটো মুৰ দলিয়াই তাৰ একেবাৰে ওচৰতে পেলালত সিও খপকৈ চুৰিয়াখনৰ

আগটোত ধৰি পেলালে। দেউতাই তাক হো-হোৱাই টানি আনি পাৰত পেলালে। পাৰত উঠোৱাৰ লগে লগে তেওঁ বহি লৈ আঁঠুকিটাৰ ওপৰত তাক এনেভাবে তলমূৰাকৈ শুৱাই দিলে যাতে পেটটোত হেঁচা খায় আৰু মূৰটো তললৈ হাউলি থাকে। তেনে কৰাৰ ফলত তাৰ মুখেদি হক-হককৈ পানী ওলাবলৈ ধৰিলে। কোৱা বাহুল্য যে সি হোলোকা-হোলোকে পানী খাই উশাহ ভালকৈ ল'ব নোৱাৰি প্ৰায় বেহুঁচ হৈছিল। যি কি নহওক দেউতাৰ প্ৰচেষ্টাত সি বাচিল। লাহে লাহে তাৰ জ্ঞানো আহিল। কিন্তু মজাৰ কথা এই যে, এই কামবোৰ কৰোঁতে যে দেউতা সম্পূৰ্ণ উলঙ্গ অৱস্থাত আছিল সেইটো তেওঁ পাহৰি গৈছিল। আগতেই কৈছো যে দেউতা উদং গাৰে আছিল। পিন্ধনত আছিল মাত্ৰ চুৰিয়াখন। সেই চুৰিয়াখনকে খুলি সম্পূৰ্ণ উলঙ্গ হৈ দেউতাই জুবেলক পানীত ডুবাৰ পৰা বচাইছিল। মোৰ দহবছৰীয়া জীৱনত দেউতাক সেই প্ৰথমবাৰ সম্পূৰ্ণ নাঙঠ অৱস্থাত মই দেখিবলৈ পাইছিলো। গোটেই ঘটনাটো ঘটাৰ সময়ত মই ভয় আৰু উৎকণ্ঠাত যিমান ভুগিছিলো তাতকৈও বেছি হতভম্ব হৈছিলো দেউতাক নাঙঠ হৈ দৌৰা-দৌৰি কৰা দেখি।

একমাত্ৰ পুতেকৰ জীৱন ৰক্ষা কৰাৰ কাৰণে মইনুল বিষয়াই দেউতাক সাৱট মাৰি ধৰি গালে-মুখে চুমা খাই কৃতজ্ঞতা প্ৰকাশ কৰিছিল। তেওঁৰ চকুৰ পানীয়ে দেউতাৰ গাল-মুখো তিয়াই পেলাইছিল। সেই দৃশ্য মোৰ চকুৰ আগত এতিয়াও ইমান স্পষ্ট যেন কালিহে ঘটনাটো ঘটিছিল।

জুবেলৰ পৰা, জুবেলহঁতৰ পৰিয়ালৰ পৰা মই ইমান সহায় পাইছিলো, মৰম পাইছিলো, উৎসাহ-উদ্দীপনা পাইছিলো যে মা-দেউতা আৰু ভাই-ককাইৰ অভাৱ কোনোদিন অনুভৱ কৰা নাছিলোঁ। বাল্যাবস্থাৰ পৰা চহৰখনৰ এজন শ্ৰেষ্ঠ ডাক্তৰ হিচাপে প্ৰতিস্থিত হোৱালৈকে এই দীৰ্ঘ সময়ছোৱাত আমাৰ বন্ধুত্বৰ আৰু আত্মীয়তাৰ এনাজৰীডাল শিথিল হোৱা নাছিল ; বৰঞ্চ সময় আগবঢ়াৰ লগে লগে আমাৰ সম্বন্ধ আৰু গাঢ় হৈ উঠিছিল।

কিন্তু সদায় এটা কথাই মোক বৰ দিগদাৰী কৰি থাকে আৰু মই বৰ অস্বস্তি অনুভৱ কৰোঁ। সেইটো হৈছে : সি মোতকৈ নিজকে বেছি পুৰুষোচিত বুলি ভাবে আৰু প্ৰকাশ্যে ক'বলৈ কুণ্ঠাবোধ নকৰে। সি হেনো বহুততকৈ 'বেছি পুৰুষ', more manly -- masculine! তাৰ কথাবোৰে মোৰ পুৰুষত্বত আঘাত কৰে ; আৰু কেতিয়াবা মোৰ ভিতৰে ভিতৰে বেলেগ ধৰণৰ খং এটা উঠে। কিন্তু ক্ষন্তেকলৈহে। পিছ মুহূৰ্ততে মোৰ মনটো শান্ত হৈ পৰে। কি দৰকাৰ, আগ-গুৰি নোহোৱা কথাবোৰত মোৰ মনটো কলুষিত কৰা? মানুহকতো ভালদৰে জীৱন নিৰ্বাহ কৰিবলৈ কিছু অবলম্বন লাগে। জীৱনটোত সাৰ্থকতা আনিবলৈ কিছু আত্ম সন্তুষ্টি লাভ কৰিছে - কৰক। মোৰ সুঠাম সুন্দৰ দেহা আছে। বিদ্যা-বুদ্ধি আছে। বৰ্তমান কিছু টকাও আছে। আৰু কি লাগে? অ' আৰু এটা বস্তু মোৰ আছে, যিটো জুবেলৰ নাই, অন্ততঃ বৰ্তমানলৈকে।

পলীৰ নিচিনা এজনী অপৰাধা নাৰী মোৰ বাগদত্তা। তাই মোৰ অংকশায়িনী হ'বলৈ আৰু বেছি দিন নাই।

পলীৰ লগত বিয়াৰ বন্দোবস্ত হোৱাৰ কাৰণে জুবেলৰ বাৰু ঈৰ্ষা হৈছে নেকি? নাৰীৰ প্ৰতি, বিশেষকৈ সুন্দৰী নাৰীৰ প্ৰতি আকৰ্ষণ আৰু দুৰ্বলতা তাৰ সদায় বেছি। সদায় দেখোঁ, বাটত ধুনীয়া ছোৱালী এজনী অহা দেখিলে সি মোক পিছলৈ ঠাহেকে ঠেলা এটা মাৰি নিজে আগবাঢ়ি যায় — যাতে তাক আগতে ছোৱালীজনীৰ চকুত পৰে। কোনোবা মোৰ চিনাকি ছোৱালীয়ে মোলৈ চাই হাঁহিলে বা মোক মাত দিলে সি মৰিব পাৰে। "ছালা! তোকহে নজৰ মাৰিলে!" সি বিৰক্তিত কয়। মোৰ খং উঠে। "এই, মনে মনে থাক। শুনিলে কি ভাবিব?" মই তাক দবিয়াওঁ।

পুৰুষত্ব লৈ সদায় তাৰ আৰু মোৰ মাজত মানসিক অন্তৰ্দ্বন্দ আৰু টনা-আজোৰা — তাৰ বাহিৰে আমাৰ গুণগত পাৰ্থক্য একেবাৰেই নাই। দৈহিক পাৰ্থক্য অৱশ্যে আছে। মই বগা। সি ক'লা— ক'লা মানে মিঠা বৰণীয়া। তাৰ গাৰ ছালখন চিকচিকাই থাকে - তেলেতীয়া। মোৰ অলপ খহটা। মই দীৰ্ঘদেহী। তাৰ মধ্যমীয়া উচ্চতা। মোৰ চকু দুটা ডাঙৰ। তাৰ চকুকিটা সৰু কিন্তু তিৰবিৰাই থাকে। মই বেচ শকত। সি লাহী। সি চটফটাই থাকে। মই অলপ গহীন আৰু ধীৰ। সি উগ্ৰ। মই সাধাৰণতেই নৰম। কেতিয়াবাহে অঁকৰা খং এটা উঠে। সি বৰ জোৰী আৰু লেকেটা। ময়ো বৰ বলী কিন্তু লিকটা বিধৰ নহয়।

আকৌ পলীৰ কথালৈ আহোঁ। কিয় জানো সেই একেটা ভাব বাৰে বাৰে মোৰ মনলৈ আহিছে। মোৰ মনটো ইমান বেয়া নে? কিন্তু কথা হৈছে, পলীক মই বিয়া কৰাত সি ইমান জোৰ দিছে কিয়? উৎসাহ দিছে কিয়? কি "চিলনীয়ে ঠপিওৱাৰ" কথা কৈছে? সৰ্বানন্দ বৰুৱাৰ ডাইনিং হলত পলীক দেখাৰ সময়ত সি ইমান উত্তেজিত হৈছিল কিয়? মইতো সম্পূৰ্ণ বুজি পাওঁ সি কেতিয়া উত্তেজিত হয়। Excited হ'লে তাৰ চকুৰে-মুখে কেনে প্ৰতিক্ৰিয়া হয় সেইটো মোৰ জনা আছে। তাৰ কপালখন আৰু নাকৰ আগটো ঘামে। কানদুখন ৰঙা পৰে। হাতকিখনত এটা মৃদু কঁপনি ধৰে। আৰু কিবা-কিবি হয়—সেইবোৰ মইহে বুজিব পাৰোঁ।

তাৰ বাৰু পলীক ভাল লাগি গৈছিল নেকি? পলীৰ প্ৰতিক্ৰিয়া কি হৈছিল? তাইও তাৰ প্ৰতি আকৰ্ষিত হৈছিল নেকি? তাইৰ চকুৰে যে বিজুলী খেলা দি খেলিছিল- মোক দেখিনে তাক দেখি বাৰু?

তাইৰ দুচকুত ফুটি উঠা চঞ্চলতাক সি "ভালহে" বুলি কিয় কৈছিল? কোন পতিয়ে পত্নীৰ চঞ্চলতাক সহিব পাৰিব? সেই কাৰণতেই মই কথাটো খোৰতে উলিয়াবলৈ প্ৰয়াস কৰিছিলোঁ।

মোৰ এই গোটেই চিন্তাধাৰাটোৱেই এটা ভ্ৰম নেকি বাৰু? নে এটা বাতুলতা? এটা complex? এনে এটা জটিল মানসিক মেৰ-পেঁচত মই কিয় সোমাই পৰিছোঁ?

০০০০

## ।। চাৰি ।।

# কৃষ্ণদেৱৰায়ৰ কথা

অভিনৱ বৰ চিন্তাত পৰিছিল। বিয়ালৈ মাত্ৰ ৬ মাহ মানহে আছে। ছমাহৰ পিছত তেওঁ এটা বান্ধোনৰ মাজত সোমাই পৰিব। বিয়াৰ পিছত সময়বোৰ আৰু নিজৰ হৈ নেথাকে। কিছু অংশ ভাৰ্যাহি ল'ব। সময় ভাগ হ'ব। ডাক্তৰৰ এনেয়েও সময় কম। ডাক্তৰবোৰৰ সময় কম, পইচা বেছি। বিশ্ৰাম কম, শ্ৰম বেছি। শাও আৰু আশীৰ্বাদ ৫০:৫০। অভিনৱৰ চিন্তাৰ প্ৰধান কাৰণ হ'ল তাৰ বুৰঞ্জীমূলক উপন্যাসখনৰ কি হ'ব? ইমানবোৰ মেটাৰ অ'ৰ-ত'ৰ পৰা গোটালে! ইমান টকাৰ কিতাপ গোটালে! সেইবোৰতো সৎ ব্যৱহাৰ কৰিব লাগিব। বিয়াৰ আগতে কিতাপখন যেনে-তেনে লেখি উলিয়াব লাগিব। তেওঁ বিজয় নগৰৰ ৰজা কৃষ্ণদেৱৰায়ৰ প্ৰতি বৰ আকৃষ্ট। আকবৰ, শিবাজী আৰু কৃষ্ণদেৱৰায়ৰ প্ৰতি অভিনৱৰ বেলেগ আকৰ্ষণ আছে। তেওঁলোকৰ, বিশেষকৈ কৃষ্ণদেৱৰায়ৰ প্ৰত্যেকটো কথা-কাণ্ড, কাম-কাজ, ধৰণ-কৰণ তেওঁৰ ভাল লাগে। কোনোবা পূৰ্বজন্মত তেওঁ বাৰু বিজয়নগৰত উপজিছিল নেকি? এবাৰ excursion এটাত যাওঁতে বিজয় নগৰৰ ৰাজধানীৰ ধ্বংসাৱশেষ চাই চাই তেওঁ বিভোৰ হৈ পৰিছিল। এঘাৰখন বৃহৎ বৃহৎ দুৱাৰৰ হাতীশালখনত এঘাৰটা গম্বুজ। বিভিন্ন কাৰুকাৰ্যৰে ভৰা। গোটেইবোৰ শিলেৰে বন্ধোৱা। দেখিলে হাতীশাল যেন নেলাগে। ৰাজপ্ৰাসাদ যেনহে লাগে। তুঙ্গভদ্ৰা নদীৰ পাৰৰ বিৰূপাক্ষ মন্দিৰ, মন্দিৰৰ শিলেৰে বন্ধোৱা চোতাল, অষ্টভূজা কৃত্ৰিম নিজৰা, প্ৰকাণ্ড কুৱাঁৰ পাৰৰ বিভিন্ন ডিজাইনৰ খটখটি, চকচকীয়া শুদ্ধ বগা মাৰ্বলেৰে তৈয়াৰী 'গোপৰম', (এই গোপৰম অৰ্থাৎ বাটচ'ৰাইদি বিৰূপাক্ষ মন্দিৰলৈ সোমায়।) শ্ৰীকৃষ্ণৰ বিভিন্ন মূৰ্তিৰ দ্বাৰা শোভিত হাজাৰা ৰাম মন্দিৰ — এই আটাইবোৰ কাৰুকাৰ্য খচিত ধ্বংসাৱশেষে তেওঁৰ মনটো উৰুৱাই নিছিল কোনোবা নজনা-নুশুনা হেৰাই যোৱা অতীতলৈ।

গোলকুণ্ডা, বিজাপুৰ আদি চাৰিখন মুছলমান ৰাজ্য (বাহমনি ৰাজ্যৰ উত্তৰাধিকাৰী বুলিয়েই ক'ব পাৰি)ৰ সৈন্য বাহিনী লগ-লাগি ধ্বংস স্তূপত পৰিণত কৰা হাম্পিৰ এই কীৰ্তি চিহ্ন সমূহ দেখি অভিনৱৰ চকুপানী ওলাইছিল। কোনোবা এজন পশ্চিমীয়া বুৰঞ্জীবিদৰ মতে "এনেকুৱা ৰাজধানী-নগৰী এনেভাৱে নিঠুৰ আৰু দুখ লগাকৈ ধ্বংস কৰা দৃষ্টান্ত পৃথিৱীৰ বুৰঞ্জীত বিৰল।" সেয়েই নহয়—বিজয় নগৰৰ শেষ নৃপতি, যি জনে

৮০ বছৰীয়া বৃদ্ধ হৈও খোলা তৰোৱালেৰে, ঘোঁৰাত উঠি, অমিত বিক্ৰমেৰে যুদ্ধ কৰি অসংখ্য শত্ৰুসৈন্য নিহত কৰিছিল, তেবোঁ শেষত সম্মিলিত মুছলমান শক্তিৰ হাতত পৰাজয় স্বীকাৰ কৰিব লগা হৈছিল। তেওঁ বন্দী হোৱাৰ লগে-লগেই বিজয়নগৰৰ স্বাধীনতাৰ সূৰ্য অস্তমিত হৈছিল। শত্ৰুসৈন্যই বৃদ্ধ ৰজাক ৰাজোচিত ব্যৱহাৰ নকৰি যুদ্ধক্ষেত্ৰতে সকলোৰে চকুৰ আগত গড়ত থৈ শিৰচ্ছেদ কৰিছিল। সেই ভয়াবহ দৃশ্য দেখি বিজয় নগৰৰ সৈন্যবিলাক পলাই গৈছিল। ৰখীয়াহীন অৱস্থাত ৰাজধানীৰ হেজাৰ-বিজাৰ বুঢ়া-তিৰোতা-ল'ৰা-ছোৱালীক শত্ৰু সৈন্যই নিষ্ঠুৰ ভাবে হত্যা কৰি নগৰখন নিৰ্দয় ভাবে ধ্বংস কৰাত ব্যস্ত হৈছিল।

হাম্পিৰ ধ্বংসাৱশেষৰ মাজত বহি অভিনৱে সেই কথাবোৰকে ভাবি আছিল, আৰু তেতিয়াই সঙ্কল্প কৰিছিল যে বিজয়নগৰৰ ৰজা কৃষ্ণদেৱৰায়ৰ জীৱনৰ ওপৰত ভিত্তি কৰি তেওঁ এখন বুৰঞ্জীমূলক কাহিনী লিখিব। ঠিক উপন্যাস হয়-নে-নহয় তেওঁ ক'ব নোৱাৰে ; কিন্তু বুৰঞ্জীৰ সত্য ঘটনাৰ পৰা সমল লৈ তেওঁ এটি দীঘলীয়া কাহিনী নিশ্চয় লিখিব পাৰিব।

আহোম ৰজা প্ৰতাপ সিংহৰ আমোলৰ মোমাই তামুলী বৰবৰুৱাৰ জীৱনৰ ভিত্তিত লিখা "ৰাজ আলিৰ পৰা ৰাজসভালৈ" নামৰ কাহিনীখনে ইতিমধ্যে যথেষ্ট সমাদৰ লাভ কৰিবলৈ সমৰ্থ হৈছিল আৰু লিখক ডাঃ অভিনৱ বৰুৱা এজন জনপ্ৰিয় লিখক হিচাপে পৰিগনিত হৈছিল। এতেকে..........।

বিয়াৰ ঠিক তিনিমাহৰ আগেয়ে অভিনৱে লেখিবলৈ আৰম্ভ কৰিলে। তেওঁৰ লেখাৰ পদ্ধতিটো অলপ বেলেগ ধৰণৰ। তেওঁ লেখোঁতে ধাৰাবাহিকতালৈ মন-কান নিদিয়ে। যিটো অধ্যায় মনলৈ আহে লিখি যায়। পিছত সম্পাদনা কৰি প্লট্ অনুযায়ী সজাই নিয়ে। বহুত অগা-পিছা হয়। কাট্‌কুট হয়। পিছত চিজিল লাগে।

তেওঁৰ এটা দুৰ্বলতা আছে। কিবা এটা অধ্যায় লিখি কাৰোবাক 'পঢ়ি কেনেকুৱা লাগিল,' 'ভাল লাগিল নে' জানিবৰ কাৰণে পঢ়িবলৈ দিবলৈ ইচ্ছা কৰে। যাকে-তাকে দিবও নোৱাৰি। সাহিত্যিক বা লিখক নহ'লেও সাহিত্যত ৰাপ থকা, পঢ়ি ভাল পোৱা মানুহক দিলেহে কামত দিয়ে। নহ'লে কিছুমানে বেয়া পাই বুলি নি বহুতদিন পেলাই এনেয়ে 'ভাল হৈছে' বুলি ঘূৰাই দিয়ে।

একমাত্ৰ জুৰেলেহে মন দি পঢ়ে। বাহিৰত দেখাত তেনেকুৱা যদিও তেওঁ কিন্তু পঢ়ি ভাল পোৱা বিধৰ। বিশেষকৈ অসমীয়া কিতাপ আৰু আলোচনী তেওঁ বেছিকৈ পঢ়ে। অভিনৱৰ লগত পৰি তেবোঁ বুৰঞ্জী-ভিত্তিক গ্ৰন্থ ভাল পোৱা হৈছে আৰু ইতিমধ্যে যথেষ্টখিনি তেনেধৰণৰ কিতাপ তেওঁ মন দি পঢ়িলে। সেইকাৰণেই যিকিটা অধ্যায় লিখি শেষ কৰিলে সেইকেইটা অভিনৱে নুশুধকৰাকৈয়ে জুৰেলক পঢ়িবলৈ দিলে। তেওঁ পঢ়ি গ'ল ঃ

"ৰজা কৃষ্ণদেৱৰায়ৰ সুসজ্জিত প্ৰধান শোৱনি কোঠাটোৰ কাষতে দুটা আৰু মজলীয়া আকাৰৰ কোঠা আছে। এটা ৰজাৰ ব্যায়ামাগাৰ। আনটো ৰজাৰ তৈলস্নানাগাৰ। এই কোঠা দুটা আৰু শোৱনিকোঠাত মহাৰাণী, মাজুৰাণী, সৰুৰাণী আৰু ৰজাৰ বিশ্বস্ত কাৰেঙৰ লিগিৰীৰ বাহিৰে অন্যৰ প্ৰৱেশ নিষেধ। এই তিনিওটা কোঠাৰ বেৰকিখন চালে চকু ৰোৱা, অতি ধুনীয়া-ধুনীয়া চিত্ৰৰে সুশোভিত। বেছিভাগ চিত্ৰই কামোত্তেজক। গা ৰম-জমাই যোৱা বিধৰ। ৰতি আৰু কামদেৱ, উৰ্বশী আৰু পুৰুৰবা, মেনকা আৰু বিশ্বামিত্ৰ, কৃষ্ণ আৰু গোপীসকল— এই সকলৰ প্ৰেমালাপ, প্ৰেমালিঙ্গন আৰু ৰতিক্ৰিয়াৰ অপূৰ্ব, স্বৰ্গীয় চিত্ৰেৰে বেৰবোৰ জীৱন্ত। ৰজা-ৰাণী অথবা কাৰেঙৰ পৰিচাৰিকা, কোনেও এই চিত্ৰবোৰত অশ্লীলতা নেদেখে। তেওঁলোকে অনুভৱ কৰে এটা স্বৰ্গীয়, অমৃতময় অনুভূতি। তৈলস্নানাগাৰটোত আচবাব বুলিবলৈ আছে এখন পালেং। পালেংখন বগা চন্দন কাঠেৰে নিৰ্মিত। তাত এখন হাতীদাঁতৰ পাটী পৰা আছে। কোঠাটোৰ মজিয়াত ইমূৰৰ পৰা সিমূৰ জোৰা এখন প্ৰকাণ্ড বাঘৰছাল লিপিট খুৱাই পাৰি থোৱা আছে।

ৰজা কৃষ্ণদেৱৰায়ে ব্যায়ামাগাৰটোত দুহাতে দুটা মজলীয়া আকাৰৰ মুদ্গৰ কিছু সময় ঘূৰোৱাৰ পিছত এটা ডাঙৰ মুদ্গৰ দুয়োহাতে কোঁ-কোঁৱাই ঘূৰাই ক্ষন্তেক জিৰনি ল'লে। ইতিমধ্যে তেওঁৰ শৰীৰৰ পৰা ওলোৱা বিন্দু বিন্দু ঘামে চিকমিকাবলৈ ধৰিছে— যেন গাত কোনোবাই ক্ষুদ্ৰ-ক্ষুদ্ৰ মুকুতাহে ছটিয়াই দিছে। সবল-সুঠাম ৰাজকীয় দেহৰ সুগঢ়ী মাংসপেশীবোৰে ঢৌ খেলিছে।

তেনেতে দুজনী দীৰ্ঘদেহী সুন্দৰী পৰিচাৰিকা সোমাই আহিল। তেওঁলোকৰ এজনীৰ হাতত ৰূপৰ এখন ডাঙৰ থাল আৰু আনজনীৰ হাতত তামৰ এটা পাত্ৰ। ৰূপৰ থালখনত কেবাখনো কোমল কপাহী শুদ্ধ বগা বস্ত্ৰ। তামৰ পাত্ৰটোত চপচপীয়াকৈ শুদ্ধ, সুগন্ধি তিল-তেল। প্ৰথমজনী পৰিচাৰিকাই মহাৰায়ক সসম্ভ্ৰমে প্ৰণাম জনাই ভৰিৰ ফালৰ পৰা শুক্লবস্ত্ৰখনেৰে লাহে লাহে মুচিবলৈ ধৰিলে। সৰ্বশৰীৰৰ ঘামবোৰ টুকিলে। তাৰ পিছত আন এখন গাত্ৰমাৰ্জনীৰে মহাৰাজৰ ৰাজকীয়া দেহাটি শুকোৱালে। সেইখিনি কাম কৰি প্ৰথম গৰাকী পৰিচাৰিকাই মহাৰাজক সেৱা জনাই কক্ষ ত্যাগ কৰিলে। দ্বিতীয় গৰাকী পৰিচাৰিকাৰ নাম সৌদামিনী। তাই ওখ-ডাঙৰ যদিও অতীৱ সুন্দৰী। গাৰ ৰং উজ্জ্বল গৌৰবৰ্ণৰ। হাত-ভৰি-উৰু নোদোকা-নোদোক। খামুচীয়া কঁকাল। সৌদামিনীয়ে ৰজাক তৈলস্নান কৰাবলৈ উদ্যত হ'ল। প্ৰথমতে মহাৰাজক প্ৰণাম জনাই চৰণ দুখনিৰ পৰাই মৰ্দন আৰম্ভ কৰিলে। ভৰিৰ তলুৱাৰ পৰা আৰম্ভ কৰি সৰ্বশৰীৰ তিল তেলেৰে ধুৱাই দি ধীৰে-ধীৰে অথচ দৃঢ়ভাৱে ঘঁহিবলৈ ধৰিলে। গণি-গণি সাত আঁজলি তেল তাই ঘঁহি ঘঁহি দেৱৰায়ৰ শৰীৰত সুমুৱাই দিলে। ৰজাই বৰ সন্তোষ পালে। তেওঁৰ গা-মন ফৰকাল লাগি গ'ল।

সম্ৰাট কৃষ্ণদেৱৰায়ৰ আকৌ ওখ-ডাঙৰ সুন্দৰী তিৰোতাৰ প্ৰতি মোহটো অলপ বেছি। তাতে সৌদামিনী সকলো কামতে পাকৈত। তৰোৱাল যুদ্ধ, কাঁড় মৰা, মুদগৰ ঘূৰোৱা, আনকি ঘোঁৰা চলোৱাটো তাই অতি পাৰ্গত। সম্ৰাটে তাইক যে কেৱল এজনী নাৰী হিচাপেহে ভাল পায়, সি নহয়। যুদ্ধলৈ যাওঁতে, মৃগয়ালৈ যাওঁতে, আনকি ৰাণীসকলৰ লগত জলক্ৰীড়ালৈ যাওঁতেও সৌদামিনী ছাঁটোৰ দৰে সম্ৰাটৰ লগত থাকিবই।

দাক্ষিণাত্যৰ অন্যান্য ৰজা-প্ৰজাসকলৰ দৰে বিজয়নগৰৰ মহাপ্ৰতাপী নৃপতি কৃষ্ণদেৱৰায়ৰো গা-ধোৱাত বৰ চখ। তেওঁ কেতিয়াবা তুঙ্গভদ্ৰা নদীত, কেতিয়াবা ৰজাঘৰৰ কাৰণে বিশেষভাবে নিৰ্মিত চাৰিওফালে শিলৰ খটখটি থকা পৰিষ্কাৰ পানীৰে ভৰা পুখুৰীত নাইবা কেতিয়াবা ৰাজপ্ৰাসাদৰ স্নানাগাৰত স্নান কৰে। স্নান আৰম্ভ কৰাৰ আগতে এজনী বেলেগ পৰিচাৰিকাই মহুৰা ফুলৰ গুটিৰ গুড়ি ঘঁহি আগতে ঘঁহা তেলবোৰ চিন মোকাম নোহোঁৱাকৈ শৰীৰৰ পৰা নাইকিয়া কৰে। তাৰ পিছত মহাৰজাই লাহেকৈ পানীত নামে। কেবাজনী পৰিচাৰিকাই চাৰিওপালৰ পৰা বেৰি ধৰি ঘঁহি-মাজি সম্ৰাটক ধুঁৱায়। চম্পক ফুলৰ তেল মূৰত ঘঁহি দিয়ে। পানী পৰি আউল লগা চুলিবোৰ সুন্দৰীহঁতে লিহিৰী লিহিৰী আঙুলি বুলাই জঁট ভাঙে। চুলিৰ জোঁট ভাঙোতে মূৰত মাজে মাজে একো আঁজলি সুগন্ধি গোলাপ জল ছটিয়ায়। তাৰ পিছত চুলিত উচিৰিকা গুটিৰ গুড়ি মিহলোৱা পিহা-চন্দন ঘঁহে। আকৌ মাজে মাজে মূৰত কস্তুৰী মিহলোৱা গোলাপজল ঢালি থাকে। স্নানৰ শেষত মিহি, কোমল মছলিন কাপোৰেৰে গা আৰু মূৰ মোহাৰি শুকুৱায়। ওপৰত উল্লেখ কৰা বিভিন্ন কাম বেলেগ বেলেগ পৰিচাৰিকাই কৰে। এজনীয়ে মাত্ৰ এটা কামহে সম্পন্ন কৰে। কোৱা বাহুল্য যে ৰাজাধিৰাজক স্নান কৰোৱাৰ আগতে পৰিচাৰিকাবোৰে কেঁচা মাহ হালধি ঘঁহি ভালকৈ গা-পা ধুই পবিত্ৰ হৈ লোৱাটো এটা নিয়ম।

দৈনন্দিন স্নান কৰাটো আছিল কৃষ্ণদেৱৰায়ৰ কাৰণে এটা নিয়ম ; কিন্তু গৰমৰ দিনবোৰত তেওঁ জলক্ৰীড়া বা জলকেলি কৰি বৰ আমোদ পাইছিল। চাৰিওপাৰ শিলৰ খটখটীৰে বন্ধোৱা বৃহৎ আকাৰৰ জলাধাৰৰ শীতল, পৰিষ্কাৰ, ফটফটীয়া পানীত জলক্ৰীড়া কৰি তেওঁ আনন্দ লাভ কৰাই নহয়, দক্ষিণাত্যৰ উগ্ৰ গৰমত শৰীৰটিও জুৰ পেলাইছিল। ফলত তেওঁৰ কাৰ্যক্ষমতা আৰু দক্ষতা বাঢ়িছিল, আৰু ৰাজ্যৰ সমৃদ্ধি আৰু মঙ্গলৰ কাৰণে অশেষ পৰিশ্ৰম কৰিব পাৰিছিল। যুদ্ধক্ষেত্ৰত তেওঁ আছিল এজন অমিত বিক্ৰমী যোদ্ধা আৰু দক্ষ, ৰণ কৌশলী সেনানায়ক। শান্তিৰ সময়ত তেওঁ আছিল এজন সাহিত্য আৰু কলাৰ পৃষ্ঠপোষক। তেওঁৰ ন্যায়বিচাৰ আৰু ন্যায় পৰায়ণতাই দেশ-বিদেশলৈ তেওঁৰ যশ বিয়পাইছিল।

জলক্ৰীড়া আছিল দুবিধ। এবিধত তেওঁ স্নানাদি কাৰ্য সমাপন কৰি নদী বা

জলাধাৰৰ পাৰত চন্দ্ৰতাপৰ তলত বহি ৰাজপ্ৰাসাদৰ ৰাণীসকল আৰু অন্যান্য বচা-বচা পৰিচাৰিকাসমূহৰ স্নানকাৰ্য চাই নয়ন সাৰ্থক কৰিছিল, আৰু সুশীতল, সুস্বাদু ভাবৰ পানী সেৱন কৰি গা-মন জুৰ পেলাইছিল। অৱগাহনৰ সময়ত যিজনী নাৰীয়ে তেওঁৰ চিত্ত বেছিকৈ আকৰ্ষণ কৰিব পাৰিছিল সেইজনীকে সেইদিনা তেওঁৰ অঙ্কশায়িনী হ'বলৈ মহাৰজাই আহ্বান জনাইছিল।

দ্বিতীয় বিধ জলক্ৰীড়াত ৰজাই নিষ্ক্ৰিয় দৰ্শকৰ ভূমিকা পালন কৰা নাছিল। তেওঁ স্বয়ং জলক্ৰীড়াত অংশ লৈছিল। জলক্ৰীড়াত পুৰুষ-তিৰোতা সকলোৱেই মিহি পাটৰ কাপোৰৰ চুটি বস্ত্ৰ পৰিধান কৰিছিল। পানীত তিতিলে কাপোৰবোৰ গাত লিপিট খাই লাগি ধৰিছিল আৰু গা-ধোওঁতাৰ শৰীৰৰ ছাল আৰু কাপোৰৰ মাজত ব্যৱধান নোহোৱা হৈছিল। এইখিনিতে উল্লেখনীয় যে পুৰুষ বোলোতে জলক্ৰীড়াত মাত্ৰ এজনৰহে উপস্থিতি আছিল—সেইজন হৈছে স্বয়ং ৰজা কৃষ্ণদেৱৰায়। জলক্ৰীড়াৰ সময়ত কোনো পুৰুষৰ প্ৰৱেশ তাত নিষেধ। নিষেধেই নহয়, অমাৰ্জনীয় অপৰাধ। এই অপৰাধৰ শাস্তি ভয়ঙ্কৰ। লগে লগেই মৃত্যুদণ্ড! হাতত খোলা তৰোৱাল লৈ চাৰিওফালে পহৰা দি থকা নাৰী সৈন্যৰ চোকা দৃষ্টিৰ পৰা কোনো সাৰি যাব নোৱাৰে।

এইধৰণৰ জলক্ৰীড়া হিন্দু ৰজাসকলৰ কাৰণে একো নতুন কথা নহয়। দক্ষিণাত্যৰ হিন্দু ৰজাসকলে এটা পৰম্পৰা মাত্ৰ ৰক্ষা কৰি আহিছে। জলক্ৰীড়া প্ৰচাৰ আৰু প্ৰসাৰৰ প্ৰধান নায়কজন আছিল স্বয়ং ভগৱানৰ অৱতাৰ শ্ৰীকৃষ্ণ।

এই ক্ষেত্ৰত এটি আখ্যানৰ অৱতাৰণা কৰিলে অপ্ৰাসঙ্গিক নহ'ব। শ্ৰীকৃষ্ণই যাদৱসকলৰ ৰাজধানী দ্বাৰকা পুৰীত নাতি-পুতিৰে সৈতে সুখে-সমৃদ্ধে বাস কৰি আছিল। সেই সময়ত ক'তো যুদ্ধ-বিগ্ৰহ হোৱা নাছিল আৰু সেইকাৰণেই শান্তি বিঘ্নিত হোৱা নাছিল।

শ্ৰীকৃষ্ণই জলক্ৰীড়া কৰি বৰ আনন্দ লাভ কৰিছিল। নানান শুৱনি গছ-গছনি আৰু ফল-ফুলেৰে সুশোভিত এখন অৰণ্যৰ মাজত থকা এটি ধুনীয়া জলাধাৰত গোপিনীসকলৰ সৈতে তেওঁ জলক্ৰীড়া কৰিছিল। জলক্ৰীড়াৰ সময়ত যাতে কোনো সেই স্থানলৈ যাব নোৱাৰে তাৰ কাৰণে সতৰ্ক প্ৰহৰাৰ ব্যৱস্থা কৰা হৈছিল।

এদিন কৃষ্ণই জলক্ৰীড়া কৰাৰ সময়ত সদল-বলে ঋষি দুৰ্বাশা আহি দ্বাৰকাত উপনীত হৈছিল। দুৰ্বাশা ঋষি বৰ খঙাল আছিল আৰু তেওঁ অলপ কথাতে অসন্তুষ্ট হৈ মানুহ শাপ দি ভস্ম কৰিছিল।

সেইদিনা কৃষ্ণৰ আজোনাতি কাম্ব প্ৰহৰী হৈ আছিল। তেওঁৰ ওপৰত আজোককাক কৃষ্ণৰ কঠোৰ নিৰ্দেশ আছিল, যাতে জলক্ৰীড়াৰ সময়ত কোনো মানুহ সেই স্থানলৈ যাব নোৱাৰে।

দুৰ্বাশা মুনিয়ে দ্বাৰকাত প্ৰৱেশ কৰিয়েই কৃষ্ণক বিচাৰিলে। কাম্বই যথাযথ ভাবে

মুনিক সভক্তিৰে অভ্যৰ্থনা জনাই বিনম্ৰ ভাবে জনালে যে শ্ৰীকৃষ্ণ জলক্ৰীড়াত ব্যস্ত, আৰু সেই কাৰণে মুনিৰ আগমনৰ বাৰ্তা এই মুহূৰ্ততে তেওঁক জনোৱাটো সম্ভৱ নহ'ব। তেওঁ মহৰ্ষি দুৰ্বাশাক হাতযোৰ কৰি জনালে যে তেখেতৰ ভোজন আৰু বিশ্ৰামৰ ব্যৱস্থা কৰা হ'ব। বিশ্ৰামৰ পিছত শ্ৰীকৃষ্ণই তেখেতক অভ্যৰ্থনা জনাব — কাৰণ ইতিমধ্যে তেওঁ জলক্ৰীড়া সমাপন কৰি উভতি আহিব।

কাম্বৰ কথা শুনি দুৰ্বাশা খঙত জ্বলি পকি উঠিল। তেওঁ কাম্বৰ কাকুতি-মিনতি উপেক্ষা কৰি আৰু সকলো নীতি-নিয়ম জলাঞ্জলি দি বাওঁহাতেৰে টিকনিৰ আগটোত ধৰি আৰু সোঁহাতৰ তৰ্জনী আঙুলি টোঁৱাই গৰজিবলৈ ধৰিলে।

"কি তোৰ ইমান আস্পৰ্দ্ধা? মই দ্বাৰকা নগৰীত অৱতীৰ্ণ হৈছোঁ। আৰু তই কালিৰ ছোৱাল হৈ পৰহিৰ গীত গাব! দ্বাৰকাৰ অধীশ্বৰ কৃষ্ণক লগ পোৱাত তই বাধা দিছ? মই নিৰন্ন ব্ৰতত আছোঁ। তোকে নহয়- সমগ্ৰ যাদৱ কুলকে মই এতিয়া শাপ দি ভস্ম কৰিম।" এইবুলি কমণ্ডলুৰ পানী ছটিয়াই শাপ দিবৰ উপক্ৰম কৰোঁতেই কাম্বই তেখেতৰ চৰণত ধৰি ক্ষমা প্ৰাৰ্থনা কৰিলে আৰু তেখেতৰ মতেই কাম হ'ব বুলি জনালে।

উপায়হীন হৈ, দোধোৰ-মোধোৰ অৱস্থাত পৰি তেওঁ ধীৰে ধীৰে কৃষ্ণৰ জলক্ৰীড়াৰ স্থানলৈ প্ৰস্থান কৰিলে। কাম্বই ভাবিলে যে ঋষিৰ শাপত সবংশে ধ্বংস হোৱাতকৈ আজোককাক দ্বাৰকাপতি কৃষ্ণৰ শাপতে তেওঁৰ কিবা হানি-বিঘিনি ঘটে যদি ঘটক।

তলমূৰকৈ গৈ গৈ কেতিয়া সেইখিনি পালেগৈ তেওঁ তলকিবই নোৱাৰিলে। মূৰ তুলি দেখে যে তেওঁ হ্ৰদৰ অতি কাষ পালেগৈ। সেই সময়ত কৃষ্ণই গোপিনীসকলৰ সৈতে জল-কেলি কৰাত ব্যস্ত। সকলো গোপিনীয়েই বস্ত্ৰহীনা, উলঙ্গা। হঠাৎ অন্য এজন পুৰুষক দেখি গোপিনীসকলে মৃদু আৰ্তনাদ কৰি উঠিল আৰু লগে লগেই পানীত বুৰ মাৰি লজ্জা নিবাৰণ কৰিলে। মাত্ৰ উশাহ-নিশাহ ল'ব পৰাকৈ নাকৰ অংশটোহে উলিয়াই ৰাখিলে।

শ্ৰীকৃষ্ণই মূৰ তুলি চাই নিজৰ প্ৰিয় নাতি কাম্বক দেখি অবাক হ'ল। বুজিব পাৰিলে যে নিশ্চয় কিবা এটা বিপদত পৰিহে তেওঁ তেনে অৱস্থাত আহি এইখিনি পাইছে আৰু তেওঁৰ (শ্ৰীকৃষ্ণৰ) আদেশ অমান্য কৰিছে।

কিন্তু দুৰ্ভাগ্যবশতঃ এটি ঘটনাই শ্ৰীকৃষ্ণৰ মনত অলপ ক্ৰোধৰ সঞ্চাৰ কৰিলে। তেওঁৰ এগৰাকী অতি প্ৰিয় সুন্দৰী গোপিনীয়ে সুদৰ্শন কাম্বক দেখি ইমান বিমোহিত হ'ল যে তেওঁ পানীত বুৰ মাৰি নিজকে লুকুৱাবলৈ পাহৰিলে। কাম্বক চাই তেওঁ থৰ লাগিল। কৃষ্ণৰ চকুত সেই দৃশ্য ধৰা পৰি মৃদুভাবে হ'লেও তেওঁ সেয়েহে ক্ৰোধান্বিত হ'ল। শ্ৰীকৃষ্ণৰ সেই অকশমান খঙেই কাম্বৰ গাত শাপৰ কাম কৰিলে। সেই ঘটনাটোৰ এদিন পিছতে তেওঁৰ গাত কুষ্ঠৰোগে দেখা দিলে।

ইতিমধ্যে কাৰুই দুৰ্বাশাৰ ক্ৰোধৰ কথা জনালত শ্ৰীকৃষ্ণই সকলো বুজি, তেওঁক মৃদু তিৰষ্কাৰ কৰি ক্ষমা কৰি এৰি দিলে। আকস্মিকভাবে তেওঁৰ মনত ক্ৰোধৰ সঞ্চাৰ হোৱাৰ কাৰণে যে তেওঁৰ (কাৰুৰ) দুৰ্গতি হ'ব আৰু তাৰ প্ৰতিকাৰ হিচাবে প্ৰয়াগকে আদি তীৰ্থস্নান সমূহত ভ্ৰমণ কৰি কেনেকৈ সূৰ্যোদয়ৰ সময়ত সূৰ্যনমস্কাৰ কৰিলে তেওঁ আৰোগ্য হ'ব আৰু পাপ ক্ষয় হ'ব, এই সকলো শ্ৰীকৃষ্ণই চেনেহৰ নাতি কাৰুক পুঙ্খানুপুঙ্খভাবে বুজাই দিলে।

জলক্ৰীড়াৰ স্থলীৰ পৰা কৃষ্ণই সৰালৰিকৈ উভতি আহি দুৰ্বাশা ঋষিক পাদ্য-অৰ্ঘ্য দি যথাবিহিতভাবে সম্মান জনাই আদৰণি জনালে আৰু ভোজন আদিৰে আপ্যায়িত কৰি সন্তুষ্ট কৰিলে। শ্ৰীকৃষ্ণৰ পৰা সকলো কথা গম পাই মহৰ্ষি বৰ দুঃখিত হ'ল আৰু ক্ষন্তেকীয়া ক্ৰোধৰ বশৱৰ্তী হৈ এজন সুন্দৰ তৰুণৰ অনিষ্ট সাধন কৰাৰ কাৰণে লজ্জিত হ'ল। শ্ৰীকৃষ্ণ আৰু দ্বাৰকাবাসীৰ পৰা বিদায় লৈ তেওঁ 'পাপ খণ্ডাবৰ কাৰণে কঠোৰ তপস্যা কৰোঁগৈ' বুলি ততাতৈয়াকৈ দ্বাৰকাপুৰীৰ পৰা প্ৰস্থান কৰিলে।

এই আখ্যানটিৰ পৰাই হিন্দু ৰজা সকলৰ জলক্ৰীড়াৰ পৰম্পৰাৰ কথা অনুমান কৰিব পাৰি।

এতিয়া কৃষ্ণদেৱৰায়ৰ জলক্ৰীড়া থলীলৈ যোৱা যাওক। আগতেই কৈ অহা হৈছে যে নাৰী সৈন্যসকলৰ দ্বাৰা পৰিবেষ্টিত আৰু পৰিৰক্ষিত হৈ ৰজা কৃষ্ণদেৱৰায়ে ধীৰে ধীৰে খটখটিয়েদি নামি জলাধাৰত প্ৰৱেশ কৰিলে। ৰজা, ৰাণীসকল আৰু অন্যান্য পৰিচাৰিকা সকলোৰে দেহত আছিল সামান্য মাত্ৰ পাটৰ আভৰণ। লজ্জা নিবাৰণৰ কাৰণে যিমানখিনি বস্ত্ৰৰ প্ৰয়োজন সিমানখিনি ৰাখি অৱশিষ্ট বস্ত্ৰ আৰু আ-অলঙ্কাৰ স্ফটিকৰ খটখটিতে খুলি থৈ তেওঁলোকে জলক্ৰীড়াৰ আৰম্ভণি কৰিলে। জলাধাৰত প্ৰৱেশ কৰাৰ পিছত পাটৰ বস্ত্ৰ যি কণ শৰীৰত আছিল সেইকণো গাত লিপিট খাই লাগি ধৰাত তেওঁলোক সকলোকে সম্পূৰ্ণ বস্ত্ৰহীন, নগ্ন যেন দেখা গৈছিল। কেবাগৰাকী সুন্দৰীয়ে পানীত নামোঁতে হাতত বিভিন্ন পিচ্‌কাৰী লৈ লয়লাসে নামিছিল। কিছুমান পিচকাৰি বাঁহৰ আৰু কিছুমান চিকচিকিয়া ধাতুৰে নিৰ্মিত। সুন্দৰীসকলৰ কেইগৰাকী মানে শাৰী পাতি প্ৰতিপক্ষৰ গাত হাঁহি হাঁহি পিচকাৰিৰে পানী মাৰি ৰং ৰহইচ কৰিছিল। দুই-এগৰাকীয়ে কাৰো কাৰো মুখত ৰঙীন পানীও মাৰিছিল। দুই-একে পিচকাৰিৰ সলনি হাঁহি-হাঁহি হাতেৰে পানী ছটিয়াইছিল —ইজনীয়ে সিজনীৰ গাত। কোনো-কোনোৱে পানীৰ তলত বুৰ মাৰি লুকা-ভাকু খেলিছিল। খেলি-খেলি সম্পূৰ্ণ ভাগৰি গ'লেহে তেওঁলোকে জলাধাৰ ত্যাগ কৰিছিল। সম্ৰাটৰ চকুৰে তেতিয়া বিজুলী খেলিছিল ; শৰীৰ আৰু মন ৰোমাঞ্চিত হৈছিল।

০০০০০

## ।। পাঁচ ।।

## মতান্তৰ নে মনান্তৰ

সেইখিনিতে অধ্যায়টি শেষ হৈছিল। জুৰেলে লেখাবোৰ বেছ মনোযোগেৰে পঢ়ি গৈছিল। পঢ়োঁতে অভিনৱৰ অমনোযোগিতা বা খৰ-ধৰৰ ফলত হোৱা বানানৰ ভুলবোৰ বৰ সাৱধানেৰে তেওঁ শুধৰাই গৈছিল। সেইখিনি কৰ্তৃত্ব অভিনৱে তেওঁক দিছিল।

পঢ়ি থাকোতে মাজে মাজে তেওঁ হাঁহিছিল। মাজে মাজে চেলাউৰি কোঁচ খুৱাইছিল আৰু কেতিয়াবা নাক কোঁচাইছিল। মুঠতে তেওঁৰ হয়তো কিছু অংশ ভাল লাগিছিল, পঢ়ি আমোদ পাইছিল ; কিন্তু কিছু অংশ মনঃপুত হোৱা নাছিল, ভাল নেলাগিছিল। কিন্তু কথা হ'ল যে এটা বা দুটা অধ্যায় পঢ়ি এখন গ্ৰন্থৰ মূল্যায়ন কৰাটো কেৱল মাত্ৰ কঠিনেই নহয়—অনুচিতো। জুৰেলে সেইটো ভালকৈয়ে বুজিছিল। কিন্তু অসমীয়া বাতৰি কাকতকিথনৰ এনেকুৱা কিছুমান সমালোচক আছে যি কিতাপখন ভালকৈ নপঢ়াকৈ মাত্ৰ পাতনিখনকে পঢ়ি ক্ষুৰধাৰ সমালোচনা কৰা দেখা যায়। অভিনৱে কোৱা মতে গুৱাহাটীৰ এখন দৈনিক অসমীয়া বাতৰিকাকতৰ পুথি সমালোচক এজনে হেনো পাতনি নোহোৱাকৈ কিতাপ লিখাৰ কাৰণে লিখকক কটু সমালোচনা কৰিছিল(!)। পিছে বপুৰাৰ গাত দোষ নাই। সেই সংখ্যাত তেওঁ জনপ্ৰিয় বিজ্ঞান সাহিত্য, বিজ্ঞান উপন্যাস, সামাজিক উপন্যাস, সত্ৰীয়া নৃত্য, বনৌষধি, চিত্ৰাঙ্কন, যৌন বিজ্ঞান আদি বিভিন্ন বিষয়ৰ পুথিৰ ওপৰত সমালোচনা লেখিব লগা হৈছিল। বপুৰাটো omniscient অৰ্থাৎ সৰ্ববিদ নহয়। গতিকে পাতনি নহ'লে তেওঁ পুথিখন সমালোচনা কেনেকৈ কৰিব ?

যি কি নহওক, জুৰেলে দুই-এটা পইন্ট ন'ট কৰি গৈছিল ; যাতে পিছত সেইকিটা কথা অভিনৱৰ লগত আলোচনা কৰিব পাৰে। জুৰেলে তেওঁৰ মনত যি খেলায় তেওঁক ক'ব ; সেইখিনি অভিনৱে গ্ৰহণ কৰে-নে-নকৰে সেইটো বেলেগ কথা। মানে এটা healthy criticism দাঙি ধৰিব তেওঁৰ আগত।

প্ৰথম অধ্যায়টো একফলীয়াকৈ থৈ তেওঁ দ্বিতীয়টো অধ্যায় খুলি ল'লে। কোৱা বাহুল্য যে প্ৰথম অধ্যায়টো গ্ৰন্থখনত প্ৰথম অধ্যায় নহ'বও পাৰে। প্ৰথম বুলি কোৱা অধ্যায়টোত মাত্ৰ ১ বুলি লেখা আছে। দ্বিতীয়টোতো তেনেকৈ ২ বুলি লেখা আছে। দুয়োখিনি বেলেগে বেলেগে ষ্টেপ্‌ল কৰা আছে। আগতেই কৈ অহা হৈছে যে অভিনৱৰ

লেখাৰ পদ্ধতিও অভিনৱ। তেওঁ একাদিক্রমে নেলেখে। sequence ৰ্ক follow নকৰে। পিছতহে অধ্যায়বোৰ সজাব ঘটনা বা কাৰ্যবোৰৰ যোগসূত্র মতে।

২ বুলি লেখা অধ্যায়টো জুবেলে পঢ়িবলৈ আৰম্ভ কৰিলে :

বিজাপুৰৰ পৰা কিছুদিন ধৰি বেয়া খবৰ আহি আছে। তাৰ চুলতানে প্রজাসকলক, বিশেষকৈ হিন্দু ধৰ্মাবলম্বীলোকক ভাল ধৰণেৰে পালন কৰা নাই। অত্যাচাৰী চুলতানে মুছলমান প্রজাকো সুখত ৰখা নাছিল। কিন্তু হিন্দুৰ ক্ষেত্রত সীমা চেৰাই গৈছিল। ৰাজ্যখনত কাকতীফৰিঙৰ উপদ্রৱত পথাৰৰ শস্য পথাৰতে ধ্বংস হোৱাৰ কাৰণে শীতকালত ভীষণ দুৰ্ভিক্ষই দেখা দিছিল। প্রজাৰ অন্নৰ অভাৱত হাহাকাৰ লাগিছিল। শয়ে শয়ে মানুহ মৰিছিল। নবাবে এশখন গৰুগাড়ীৰে ওচৰৰ ৰাজ্যবোৰৰ পৰা খাদ্য-শস্য অনাইছিল। কিন্তু লগে লগে কাৰা হুকুম দিছিল যাতে কোনো কাফেৰে অৰ্থাৎ হিন্দু বা খ্রীষ্টান ধৰ্মাবলম্বী লোকে এটা ধানো নেপায়। অনাহাৰত মৰে যদি মৰক সিহঁত। নবাবৰ এই অবিবেচক আৰু পক্ষপাতদুষ্ট কাৰ্যই প্রজাসকলক তলে তলে বিদ্রোহী কৰি তুলিছিল। মুছলমান প্রজাসকলেও একে লগৰে হিন্দু ভাইহঁতক তেনে দুৰ্ব্যৱহাৰ কৰাৰ কাৰণে দুঃখিত হৈছিল আৰু যিমান পাৰে, যেনেকৈ পাৰে তেওঁলোকক সহায় কৰিছিল।

দাক্ষিণাত্যত ডাঙৰ ডাঙৰ যুদ্ধবোৰ হৈছিল বিশেষকৈ বিজয়নগৰ ৰাজ্য আৰু বাহমনি ৰাজ্যৰ মাজত। এই দুই ৰাজ্যৰ বুৰঞ্জী মূলতঃ অন্তহীন যুদ্ধৰে বুৰঞ্জী আছিল। বিজয়নগৰ ৰাজ্যৰ লগত বাহমনি ৰাজ্য বা বিজয়পুৰ আদি অন্যান্য ৰাজ্যৰ যুদ্ধৰ ইতিহাস আছিল হিন্দু আৰু মুছলমানৰ মাজত সংঘটিত হোৱা যুদ্ধৰ ইতিহাস। শক্তি পৰীক্ষা আৰু প্ৰাধান্যৰ ইতিহাস। বিজয়নগৰ ৰাজ্যৰ পতনৰ লগে-লগেই দক্ষিণ ভাৰতত মুছলমান শক্তিৰ প্ৰাধান্যই স্থায়িত্ব লাভ কৰে আৰু চাৰিশ বছৰীয়া হিন্দু শাসনৰ অন্ত পৰে। অৱশ্যে পিছত বিজয়নগৰৰ পতিত হিন্দুধ্বজা তুলি ধৰে মাৰাঠা শক্তিয়ে— বীৰ শিৱাজীৰ নেতৃত্বত।

কিন্তু এইখিনিতে প্রশ্ন হয় সেই যুদ্ধবোৰ প্রকৃততে হিন্দু-মুছলমানৰ মাজত সংঘটিত হোৱা যুদ্ধ নে? নে, হিন্দু ৰজা আৰু মুছলমান নবাবৰ মাজত হোৱা ক্ষমতাৰ যুদ্ধ?

যি কি নহওক, ৰজাৰ ইচ্ছাই ৰাইজৰ ইচ্ছা।

চোৰাংচোৱাৰ পৰা বিজাপুৰ ৰাজ্যৰ দুৰ্বল অৱস্থা ভিতৰুৱাকৈ গম পাই ৰজা কৃষ্ণদেৱৰায়ে ঠিৰ কৰিলে যে এইছেগতে বিজাপুৰৰ চুলতানক এশিকনি দিয়া যাওক। অৰ্থাৎ বিজাপুৰৰ বিৰুদ্ধে যুদ্ধৰ অভিযান চলোৱা যাওক।

ইতিমধ্যে চোৰাংচোৱাই কলিঙ্গৰ পৰাও বাৰ্তা আনিলে যে বৈষ্ণৱ ৰজাই তাৰ

শৈৱ প্ৰজাসকলক বৰ অত্যাচাৰ কৰিছে আৰু তেওঁলোকক শান্তিত থাকিবলৈ দিয়া নাই। ফলত, কিছু সংখ্যক প্ৰজা অসন্তুষ্ট হৈছে আৰু বালেমানে নিজ দেশ ত্যাগ কৰি ওচৰৰ অন্ধ্ৰ দেশত আশ্ৰয় লৈছে। চতুৰ ৰণনীতিজ্ঞ কৃষ্ণদেৱৰায়ে দেখিলে যে কলিঙ্গ বিজয় অভিযানৰ এইটোৱেই সুবৰ্ণ সুযোগ। সাতে-সোতৰে তেওঁ বিজাপুৰৰ লগে লগে কলিঙ্গৰ বিৰুদ্ধে যুদ্ধ চলোৱাৰো সিদ্ধান্ত গ্ৰহণ কৰিলে। তাৰ মানে সেইটোৱেই কৃষ্ণদেৱৰায়ৰ কাৰণে দিগ্‌বিজয়ৰ সময়।

তেওঁ মনস্থ কৰিলে হয় ; পিছে দৈৱজ্ঞসকলে বা কি কয়? যুদ্ধ ঘোষণা কৰাটো এটা নিয়ম। যুদ্ধ ঘোষণা নকৰাকৈ এখন দেশৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰাটো নীতি বিৰুদ্ধ, অক্ষত্ৰিয়োচিত। কিন্তু যুদ্ধ ঘোষণা আৰু যুদ্ধযাত্ৰাৰ দিন-বাৰ-ক্ষণ দৈৱজ্ঞই চাই দিব লাগিব। যুদ্ধ ঘোষণা কৰাৰ আগতে ভৱিষ্যদ্বাণী পোৱাৰ এটা পদ্ধতিত ৰজাৰ পৰম বিশ্বাস আছিল। সেইটো হৈছে : 'উপশ্ৰুতি'। উপশ্ৰুতি হৈছে দুজন মানুহৰ মাজত হোৱা আকস্মিক বাক্যালাপ। সেই বাক্যালাপৰ ৰহস্য ভেদ কৰি উলিয়াই জ্ঞানীসকলে ভৱিষ্যৎ নিৰ্দ্ধাৰণ কৰে।

•বিজাপুৰ আৰু কলিঙ্গৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ আগতে কৃষ্ণদেৱৰাযে তেওঁৰ মন্ত্ৰী আপ্পাজীক খুব ৰাতিপুৱাই উপশ্ৰুতি শুনিবৰ কাৰণে নগৰ পৰিভ্ৰমণ কৰিবলৈ আজ্ঞা দিলে। মন্ত্ৰীগৰাকীয়ে এটা ধোবাৰ ঘৰৰ কাষেদি যাওঁতে দেখিলে, ধোবা-ধুবুনী এহালে কাঠৰ ডাঙৰ পীৰা এখনত থুকুচ থুকুচকৈ কাপোৰ ধুই আছিলে। কাপোৰ ধুই থকা অৱস্থাতে ধোবাটোৱে ধুবুনীজনীক গান-গোৱাৰ নিচিনাকৈ কৈ আছিল ঃ

"কোণ্ডাভিডু আমাৰ হ'ব ;
কোণ্ডাপাল্লে আমাৰ হ'ব।
নহয় বুলি কোনে ক'ব?
কটককৈকে আমাৰ হ'ব।"

উপশ্ৰুতিটো শুনি মন্ত্ৰী আপ্পাজীয়ে বুজিলে যে সেইটো বিজয়ৰ আগজাননী। কোণ্ডাভিডু, কোণ্ডাপাল্লেতো জয় কৰিবই, কলিঙ্গৰ ৰাজধানী কটকো সম্ৰাট কৃষ্ণদেৱৰায়ে জয় কৰিব পাৰিব। তেওঁ ততাতৈয়াকৈ উভতি গৈ কৃষ্ণদেৱৰায়ক সকলো কথা জনালেগৈ। ৰজাই লগে-লগেই যুদ্ধ ঘোষণা কৰিলে।

সাধাৰণতে বিজয়নগৰৰ সম্ৰাটসকলে যুদ্ধক্ষেত্ৰলৈ নিজে নেযায়। বাছি বাছি সেনাপতি আৰু যুদ্ধনায়ক সকলক পঠায়। কিন্তু বিজাপুৰ, কলিঙ্গ আৰু উম্মাতুৰ জয়ৰ কাৰণে নিয়োগ কৰা সৈন্যবাহিনীক স্বয়ং সম্ৰাট কৃষ্ণদেৱৰায়ে নেতৃত্ব দি যুদ্ধত নামিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। তেওঁৰ ধাৰণা আছিল যে 'ৰজা অবিহনে যুদ্ধক্ষেত্ৰত জয়লাভ কৰিব নোৱাৰি'।

ৰাজসভাত সভাসদসকলৰ লগত যথাবিহিত আলোচনা কৰাৰ পিছত সম্ৰাটে

নিজে যুদ্ধত অংশ গ্ৰহণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। এটা ভাল দিন-বাৰ চাই সম্ৰাটৰ যাত্ৰাৰ সূচনা কৰা হ'ল। নিৰ্দিষ্ট দিনত সোণৰ অলঙ্কাৰ আৰু ৰত্নেৰে সুশোভিত হাতীৰ পিঠিত উঠি কৃষ্ণদেৱৰায়ে ৰাজপ্ৰাসাদৰ পৰা যাত্ৰা আৰম্ভ কৰিলে। তেওঁৰ সোঁফালে ৰঙা পাটৰ কাপোৰেৰে সজোৱা অসংখ্য হাতী। এই হাতীবোৰ যুদ্ধৰ কাৰণে প্ৰশিক্ষণ প্ৰাপ্ত। সম্ৰাটৰ বাওঁহাতে বহুসংখ্যক পদাতিক আৰু অশ্বাৰোহী সৈন্য। অশ্বাৰোহী বাহিনীৰ ঘোঁৰা আৰু সৈন্য দুয়োৰে শৰীৰ ধাতুৰ বৰ্মেৰে আবৃত ; যাতে শত্ৰুৰ যাঠি বা তৰোৱালৰ আঘাতে হানিব নোৱাৰে। সৈন্যসকলৰ কঁকালত ওঁৰা থাকে বহল তৰোৱাল আৰু সৰু আকাৰৰ পৰশু কুঠাৰ। হাতত থাকে দীঘল দীঘল যাঠি। পদাতিক সৈন্যৰ কিছুমানৰ হাতত থাকে যাঠি আৰু ঢাল। ঢালবোৰে মূৰৰ পৰা ভৰিলৈকে ঢাকি ৰাখিব পাৰে ; সেইকাৰণে তেওঁলোকৰ গাত ধাতুৰ বৰ্ম নেথাকে। গধুৰ বৰ্ম গাত নথকাৰ কাৰণে তেওঁলোকে বেগাই যাব পাৰে আৰু যুদ্ধক্ষেত্ৰতো অসুবিধাত নপৰে। কিছুমান পদাতিক সৈন্যৰ অস্ত্ৰ হিচাপে থাকে সোণ বা ৰূপৰ পানী চৰোৱা ধাতুৰে নিৰ্মিত ধেনু আৰু পাখীলগা তীক্ষ্ণ কাঁড়। তেওঁলোকৰ কঁকালত চুটি তৰোৱাল আৰু সৰু পৰশু কুঠাৰো থাকে।

হাতীৰ পিঠিত উঠি সসৈন্যে কৃষ্ণদেৱৰায় আগবাঢ়ে। কিছুদূৰ যোৱাৰ পিছত সমতল ভূমি পাই তেওঁ হাতীৰ পিঠিৰ পৰা নামে। ইতিমধ্যে এটা সুসজ্জিত ঘোঁৰা তেওঁৰ ওচৰলৈ অনা হয়। এইবাৰ তেওঁ জপিয়াই ঘোঁৰাৰ পিঠিত উঠে আৰু হাতত এখন ধেনু আৰু এপাট কাঁড় লৈ আগবাঢ়ে। কেছুদূৰ যোৱাৰ পিছত, যিখন ৰাজ্য তেওঁ আক্ৰমণ কৰিবলৈ ইচ্ছা কৰে সেই ৰাজ্যখনৰ ফালে কাঁড়ডাল সজোৰে নিক্ষেপ কৰে। সেই মুহূৰ্ততে সম্ৰাটে কেইদিনৰ পিছত যুদ্ধযাত্ৰা কৰিব সেই দিনটো ঘোষণা কৰে। এই ঘোষণাৰ বাতৰি ৰাজধানী আৰু গোটেই ৰাজ্যতে বিয়পি পৰে। তাৰপিছত সম্ৰাট আৰু ৰাজধানীলৈ উভতি নেযায়। সেই নিৰ্দিষ্ট দিনটোৰ কাৰণে অপেক্ষা কৰি সেই ঠাইতে সসৈন্যে তম্বু তৰে।

নিৰ্দিষ্ট দিনত যাত্ৰা আৰম্ভ হয়। নিজ ৰাজ্যৰ মাজেৰে যাত্ৰা খুব লাহে-ধীৰে চলে ; দিনে মাত্ৰ চাৰে চাৰি ক্ৰোষ। ৪১/২ ক্ৰোশ যাত্ৰাৰ পিছত তিনিদিন জিৰণি। তিনিদিন বিশ্ৰামৰ অন্তত আকৌ যাত্ৰা। ধীৰে ধীৰে যাত্ৰা কৰাটোত এটা কৌশল সোমাই আছে। কাৰণ, ওচৰ-পাজৰৰ সৰু-সুৰা ৰজা আৰু সামন্তসকলে ৰচদ-পাতি, অস্ত্ৰ, আৰু সৈন্য যোগাৰ কৰি সম্ৰাটৰ বাহিনীত যোগ দিবলৈ সময় সুবিধা পায়। ফলত মূল বাহিনীটো অধিক শক্তিশালী হৈ পৰে।

সম্ৰাটে আৰু এটা কৌশল প্ৰয়োগ কৰে। যাত্ৰা কৰি থকা অৱস্থাত বনাঞ্চলত বসবাস কৰা যুদ্ধপ্ৰিয় বনবাসীসকলক ফুচুলাই মেলি উলিয়াই আনে আৰু সম্ৰাটৰ সৈন্য বাহিনীত যোগদান দিবলৈ আহ্বান জনায়। বনবাসীসকলে সম্ৰাটৰ সৈন্য হিচাপে যোগ

নিদিয়ে ; কিন্তু সম্ৰাটৰ ইচ্ছানুযায়ী বেলেগে, কিছু আগে-আগে, বাটকটীয়া হিচাপে সদল-বলে আগবাঢ়ে, আৰু ৰাজ-আজ্ঞা মতে কাম কৰে। যেতিয়া সম্ৰাটৰ সৈন্য বাহিনীত যোগদান সম্পূৰ্ণ হয়, আৰু ৰচদ-পাতি, অস্ত্ৰ-শস্ত্ৰ আৰু সৈন্য-সামন্তৰে এটা পৰিপূৰ্ণ ৰাজকীয় বাহিনীত মূল বাহিনীটো পৰিণত হয় তেতিয়া যাত্ৰা দ্ৰুত গতিত চলে। শত্ৰু ৰাজ্যৰ সীমান্তত দিগ্বিজয় বাহিনীয়ে ধুমুহাৰ দৰে দ্ৰুতৰ পৰা দ্ৰুততৰ গতিত শত্ৰুৰ বুকু কঁপাই আগবাঢ়ে।

শত্ৰু ৰাজ্যত প্ৰৱেশ কৰাৰ লগে-লগে আৰাগা বনাঞ্চলৰ ওঠৰজন চৰ্দাৰক সম্ৰাটে আদেশ দিয়ে আৰু পাঁচ হেজাৰ আদিবাসীয়ে হাতত ধেনু-কাঁড়, যাঠি আৰু দীঘল-দীঘল দাৰে গাঁও আৰু নগৰ অঞ্চলত আক্ৰমণ চলাই লুট-পাট আৰম্ভ কৰে। তেওঁলোকে মানুহ, গৰু, ম'হ, ছাগলী, ভেৰা আৰু ভাল-ভাল ঘোঁৰা লুটি আনে। সম্ৰাটৰ বাহিনী আৰু আদিবাসীসকলৰ মাজত লুটবোৰৰ সমানে ভাগ হয়। বন্দী কৰি অনা মানুহবোৰক দাস-দাসী হিচাপে সম্ৰাটে কামত নিয়োগ কৰে। বনবাসীহঁতৰ লুণ্ঠন কাৰ্যই ঘাইকৈ তিনিটা কাম কৰে। সম্ৰাটৰ পৃষ্ঠপোষকতাত আদিবাসীসকলৰ সম্পদ বাঢ়ে। সম্ৰাটৰ বাহিনীৰ ঘোঁৰা-গৰু লাভ হোৱাৰ উপৰিও খাদ্য ভাণ্ডাৰ সমৃদ্ধ হয়, আৰু তৃতীয়তে শত্ৰু ৰাজ্যৰ অধিবাসীসকলৰ মাজত ত্ৰাসৰ সৃষ্টি হয়। শত্ৰু ৰাজ্যৰ ৰজা প্ৰজাৰ মনত ভীতিৰ সঞ্চাৰ হোৱাৰ কাৰণে অভিযানকাৰীসকলৰ আক্ৰমণ সুচল হয় আৰু জয় প্ৰায় সুনিশ্চিত হৈ পৰে।

বিজাপুৰ ৰাজ্য আক্ৰমণ কৰোঁতে সেই কৌশল অৱলম্বন কৰাত সম্ৰাটে পাঁচশ দাস-দাসী, পাঁচ হেজাৰ গৰু, চাৰি হেজাৰ ম'হ, দহ হেজাৰ ভেৰা-ছাগলী, দুহেজাৰ ঘোঁৰা আৰু হেজাৰ-হেজাৰ মোন ধান-চাউল, তিল, গুৰ, মাহ আৰু ঘিঁউ লাভ কৰে। কেৱল সেয়েই নহয়, লুট-পাট কৰাৰ পাছত আদিবাসীসকলে গাঁও আৰু নগৰবোৰ জুই লগায় চাৰ-খাৰ কৰে। লুণ্ঠন আৰু অগ্নিকাণ্ডৰ ফলত চাৰিওফালে হাহাকাৰ লাগে আৰু সন্ত্ৰাসৰ সৃষ্টি হয়। তাৰ পিছত সম্ৰাটৰ বিজয়ী বাহিনীয়ে মুছলমান ৰাজ্য বিজাপুৰৰ চুলতানৰ সৈন্য বাহিনীক অনায়াসে শোচনীয় ভাবে পৰাস্ত কৰি বন্দী চুলতানক লোহাৰ ডাঙৰ সাঁজাত ভৰাই লৈ আনে।

কিন্তু বিজয়ী বিজয়নগৰৰ সৈন্যবাহিনীয়ে এটা নোহোৱা নোপজা কাম কৰে। তেওঁলোকে সমস্ত বিজাপুৰ ৰাজ্য জ্বলাই ছাই কৰি দিয়ে। শক্তিশালী আৰু সমৃদ্ধিশালী বিজাপুৰ ৰাজ্য ধ্বংসস্তুপত পৰিণত হয়।

ইমানলৈকে পঢ়ি জুবেল ৰ'ল। এইবাৰ তেওঁক বেছি বিৰক্ত যেন দেখা গ'ল। অধ্যায়টো শেষ হ'বলৈ আৰু অলপ বাকী আছে। লেখা খিনিৰ এটা চৌম্বক শক্তি আছে। পঢ়ি থাকিবলৈ মন যায়। কিন্তু কথাবোৰতেওঁৰ ভাল লগা নাই। কথাবোৰ যেন

চিত্তাকৰ্ষক নহয়। "ঠিক খুচৱন্ত সিঙৰ লেখাৰ নিচিনা", জুৰেলে ভাবিলে। খুচৱন্ত সিঙৰ লেখাবোৰ পঢ়ি থাকিবৰ মন যায় ; কিন্তু কথাবোৰ কিবা ভাল নেলাগে— যেন অন্তঃসাৰশূন্য! তদুপৰি এইবাৰ দেখোন অভিনৱৰ গ্ৰন্থখনৰ আৰম্ভনিকণ বাদ দি বাকীবোৰ কথা তেওঁৰ সমূলি ভাল লগা নাই। বিজয় নগৰ আৰু সম্রাট কৃষ্ণদেৱৰায়ক ইমান ওপৰলৈ কিয় উঠাব লাগে?

জুৰেলে যেন কিবা অন্য গোন্ধ পাইছে! কিবা যেন অশুভ ইঙ্গিত তেওঁ দেখা পাইছে!

তেওঁ একাপ চাহ খাই, চিগাৰেট এটা জ্বলাই লৈ আকৌ পঢ়া আৰম্ভ কৰিলে। ক'ত এৰিছিলে? হয়-হয়, সেইখিনিত। "...শক্তিশালী আৰু সমৃদ্ধিশালী বিজাপুৰ ৰাজ্য ধ্বংসস্তূপত পৰিণত হয়"।

তাৰ পিছৰখিনি তেওঁ একান্ত মনোযোগ আৰু ধৈৰ্য সহকাৰে পঢ়ি গ'ল—

—বিজাপুৰ ৰাজ্যত দুৰ্ভিক্ষৰ সময়ত হিন্দু প্ৰজাসকলক পক্ষপাতমূলক ভাবে চুলতানে অন্ন-বস্ত্ৰৰ যোগান নিদি মৃত্যুৰ মুখলৈ ঠেলি পঠিওৱা কাৰ্যত বিজয় নগৰৰ সম্রাট কৃষ্ণদেৱৰায় খঙত জ্বলি পকি উঠিছিল। তাৰেই পৰিণতি স্বৰূপে বিজাপুৰ অভিযান আৰু বিজাপুৰ পতন সংঘটিত হয়।

কেৱল হিন্দু প্ৰজাক পক্ষপাতমূলক আৰু শত্ৰু আচৰণ কৰাৰ কাৰণেই যে কৃষ্ণদেৱৰায়ে বিজাপুৰৰ চুলতানৰ বিৰুদ্ধে অভিযান চলাইছিলে, সেইটো নহয়। একাংশ প্ৰজাৰ অসন্তুষ্টিৰ পূৰ্ণ সুযোগ তেওঁ গ্ৰহণ কৰিছিল। সেই ছোগতে ৰাজভঁৰাল সমৃদ্ধ কৰিছিল আৰু দক্ষিণ ভাৰতত নিজৰ আধিপত্যৰ প্ৰমাণ কৰিছিল। যদিও কৃষ্ণদেৱৰায় গোড়া হিন্দু আছিল আৰু প্ৰকৃতপক্ষে হিন্দুপ্ৰেমী আছিল, কিন্তু তেওঁ কেতিয়াও মুছলমান প্ৰজাৰ বিৰুদ্ধে পক্ষপাতমূলক আচৰণ কৰা নাছিল। আনকি তেওঁৰ মুছলমান সৈন্যসকলৰ কাৰণে ৰাজকোষৰ ধন খৰচ কৰি ৰাজধানীত এটি ধুনীয়া মছজিদ সজাই দিছিল। বিজয় নগৰৰ মুছলমান সৈনিকসকলে হিন্দু সৈনিকসকলৰ কান্ধত কান্ধ মিলাই যুদ্ধ কৰিছিল আৰু বিজয় নগৰৰ গৌৰৱ বৃদ্ধি কৰাত সহায় কৰিছিল। বিজাপুৰ জয় কৰাৰ সময়তে তেওঁ কাণ্ডাভিডু আৰু কোণ্ডাপাল্লে নামৰ দুখন হিন্দু ৰাজ্যও আক্ৰমণ কৰি পৰাজিত কৰিছিল। একে সময়তে হিন্দু শাসিত কলিঙ্গও জয় কৰি ৰজা গজপতিক পদানত কৰিছিল। কৃষ্ণদেৱৰায়ে বিজাপুৰৰ অধীনৰ পৰা খ্ৰীষ্টান ধৰ্মাৱলম্বী গোৱা উদ্ধাৰ কৰিবলৈ আলবুকাৰ্কক সহায় কৰিছিল। ফলত গোৱাতো বিজয় নগৰৰ প্ৰাধান্য প্ৰতিষ্ঠিত হৈছিল। বিচক্ষণ কৃষ্ণদেৱৰায়ে সমৃদ্ধিশালী বন্দৰ গোৱাত প্ৰাধান্য বিস্তাৰ কৰি বিজয় নগৰৰ ব্যৱসায় বাণিজ্যৰ সূচল কৰিছিল। এইবোৰ কথাই নিৰঙ্কুশ বাবে প্ৰমাণ কৰে যে কৃষ্ণদেৱৰায়ে মুছলমান বিৰোধী হিচাপে মুছলমান প্ৰধান বিজাপুৰ আদি ধ্বংস কৰা নাছিল, কৰিছিল ৰাজনৈতিক আৰু অৰ্থনৈতিক লাভালাভৰ কাৰণে। বৰঞ্চ বাহমনি,

গোলকুণ্ডা, আহমদ নগৰ আৰু বিজাপুৰ ৰাজ্যই সুযোগ-সুবিধা পালেই বিজয় নগৰৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। সময়ত তেওঁলোকৰ এখন ৰাজ্যই অকলে আৰু কেতিয়াবা কেবাখনো ৰাজ্য লগ-লাগি, একগোট হৈ বিশাল সম্মিলিত মুছলমান বাহিনীয়ে বিজয়নগৰ আক্ৰমণ কৰিছিল। বিজয় নগৰৰ পতনৰ সময়ত এনেধৰণৰ এটা সংযুক্ত সৈন্য বাহিনীয়েই বিজয় নগৰ ৰাজ্য ধ্বংস কৰি চিৰদিনৰ কাৰণে সেইখন এখন অতীতৰ গৰ্ভত হেৰাই যোৱা মৃত ৰাজ্যত পৰিণত কৰিছিল। বিজয়নগৰৰ পতনৰ পিছত দক্ষিণ ভাৰতত হিন্দু শক্তি অস্তমিত হৈছিল আৰু মুছলমান শক্তিৰ অভ্যুত্থান ঘটিছিল।—

এইবাৰ জুবেলৰ ধৈৰ্যৰ বান্ধ যেন চিঙি গ'ল। তেওঁ অতিষ্ঠ হৈ পৰিল। কাগজ সোপা, মানে অভিনৱৰ লেখা সোপা খৰ-ধৰকৈ সামৰি দেৰাজ এটালৈ দলিয়াই ধুম-কৈ দেৰাজটো বন্ধ কৰি দি চিগাৰেট এটা জ্বলাই ল'লে। ঘন-ঘনকৈ চিগাৰেটটোত হোঁপা দি কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ তেওঁ টহলিবলৈ ধৰিলে। জুবেলক বেচ উত্তেজিত যেন দেখা গৈছিল। হঠাতেই তেওঁৰ ইমান বেছি খং কেলেই উঠিল, সেইটো তেওঁ নিজেই বুজিব পৰা নাছিল।

তেওঁৰ মনলৈ বাৰে-বাৰে কিছুমান কথা আহিছিল। অভিনৱৰ লেখাবোৰে যেন তেওঁৰ অন্তৰাত্মা কঁপাই তুলিছিল। ভিতৰখন যেন জোকাৰি, উজাৰি পেলাইছিল। অভিনৱে এইবোৰ কি লিখিছে? কিয় লিখিছে? তেওঁৰ প্ৰিয়বন্ধু ডাঃ অভিনৱ বৰুৱাই এইবোৰ কি লিখিছে? এই প্ৰথমবাৰৰ বাবে অভিনৱৰ লেখাত জুবেল অসন্তুষ্ট। অভিনৱে মতামত বিচাৰিছে, জুবেলে মতামত দিব। লেখাবোৰ পঢ়ি কেনে পালে ক'ব। দিল খুলি ক'ব। অভিনৱে ভাল পায় - বেয়া পায় তালৈ জুবেলে থোৰাই কেয়াৰ কৰিব।

জুবেলৰ এটা স্পষ্ট ধাৰণা হৈছিল যে বিজয় নগৰৰ ৰজা কৃষ্ণদেৱৰায়ৰ জীৱনৰ ভিত্তিত লেখা উপন্যাসখন অভিনৱে লিখিছে কৃষ্ণদেৱৰায় তথা হিন্দুত্বৰ গৌৰৱ বৰ্দ্ধনৰ কাৰণে আৰু মুছলমানক লোক চক্ষুত হীন প্ৰতিপন্ন কৰিবৰ কাৰণে। সি যি কি নহওক, জুবেল দৃঢ়প্ৰতিজ্ঞ যে অভিনৱৰ মুখা তেওঁ খুলিব। দেখা যাওক, অভিনৱে কি কয়?

জুবেলে ফোনটো দাঙি অভিনৱৰ নম্বৰটো ডায়েল কৰিলে। বহুবাৰ ৰিং হোৱাৰ পিছত অভিনৱক তেওঁ পালে।

"হেল্লো! অভিনৱ! তই কাইলৈ ফ্ৰি আছ যদি ৰাতিপুৱা ৯টা মান বজাত তোৰ তাতলৈ যাম। তই সেইবোৰ কাৰ মূৰ লেখিছ সেই বিষয়ে কথা পাতিম। বিষদ আলোচনা কৰিম। Are you ready? জুবেলে চিঞৰি চিঞৰি সুধিলে। ফোনটোৱে খেৰ-খেৰাই আছিল কাৰণে তেওঁ বেছিকৈ চিঞৰিব লগা হৈছিল।

"Yes, I am ready অভিনৱে উত্তৰ দিলে। অভিনৱে ভাবিলে যে জুবেলে হয়তো তাৰ লেখাখিনি পঢ়ি বৰ ভাল পাইছে ; সেইকাৰণেই সি ইমান ততাতৈয়াকৈ তাৰ লগত লেখা খিনিৰ ওপৰত আলোচনা কৰিবলৈ বিচাৰিছে।

পাছদিনা ৰাতিপুৱা ন মান বজাতে জুবেল অভিনৱৰ ঘৰ পালেগৈ। কাম কৰা ল'ৰা ৰমেনে আনকালৰ নিচিনাকৈ জুবেল অহাৰ লগেলগেই দুৱাৰখন খুলি দিলে আৰু জুবেলেও ড্ৰইংৰুমেদি সোমাই খটখটীয়েদি উঠি ওপৰ মহলা পাই চিধাই অভিনৱৰ ষ্টাডি ৰুমলৈ সোমাই গ'ল।

কোঠাটোৰ তিনিওফালে বেৰবিলাকত কাঠৰ ৰেক কিছুমানত অসংখ্য কিতাপ। অসমীয়া, বাংলা, ইংৰাজী আৰু দুই চাৰিখন হিন্দী ভাষাৰ কিতাপ। কোঠাটোৰ মাজতে এখন ডাঙৰ পঢ়া টেবুল। টেবুলৰ দুয়ো কাষে বহুতো অভিধান। হেমকোষ; চন্দ্ৰকান্ত অসমীয়া অভিধান, সংসদ বাঙ্গালা অভিধান, চাৰু চন্দ্ৰ গুহৰ মডাৰ্ণ এংল-বেঙ্গলি ডিক্‌চনেৰীৰ তিনিটা ভলিউম, চেম্বাৰ্চ ডিক্‌চনেৰী, দত্তবৰুৱাৰ এংল আচামীজ ডিক্‌চনেৰী প্ৰমুখ্যে বহুতো অভিধান।

অভিনৱৰ টেবুলখন কিতাপেৰে দ'ম হৈ আছে। সি লিখাত ব্যস্ত। তাৰ পিছফালৰ ৰেকত জিলিকি আছে সি বালপোৱা বিজয় নগৰ ৰাজ্যৰ ওপৰত লিখা কিতাপ। B.Sc. Rowৰ 'History of Vijayanagar', Sewellৰ 'A Forgotten Empire', Iswari Prasadৰ 'History of Mediaeval India', Nilakanta Sastriৰ 'A History of South India', N.Venkata Ramanayyaৰ 'Studies in the History of the third dynasty of Vijayanagara', Burton Steinৰ 'Vijayanagara'।

জুবেল বহিল। অভিনৱৰ ঠিক সন্মুখৰ চকীখনতেই। লিখাৰ পৰা মূৰ তুলি অভিনৱে হাঁহি হাঁহি জুবেলক অভ্যৰ্থনা জনালে। হাতখন আগবঢ়াই হেণ্ডছেক কৰোঁতে দেখিলে যে তাৰ হাতখন ঘাঁমি আছে। কি হ'ল? সি অলপ উত্তেজিত হৈ আছিছে নেকি? তাৰ লেখাখিনি পঢ়ি বোধ হয় সি বৰ ভাল পাইছে। পিছে ফোন কৰোতে, "সেইসোপা কাৰ মূৰ লেখিছ" বুলি তেতিয়া হ'লে কিয় কৈছিল? জোকাইছিল হ'বলা।

কিন্তু প্ৰকৃততেই জুবেলৰ খং উঠিছিল। কালিৰ খংটো হঠাৎ আজি উঠাৰ বোধহয় immediate কাৰণ হ'ব– অভিনৱৰ পিছফালে ৰেকত থকা বিজয় নগৰৰ ওপৰত লিখা নানান দেশী-বিদেশী লিখকৰ কিতাপবোৰ।

বিজয়নগৰ, বিজয়নগৰ, বিজয়নগৰ। বিজয়নগৰৰ প্ৰতি অভিনৱৰ এই obsession অৰ্থাৎ আবেশ কিয়? অতীতৰ গৰ্ভত হেৰাই যোৱা ধ্বংসপ্ৰাপ্ত ৰাজ্য এখনৰ প্ৰতি ইমান প্ৰেম কিয়? হিন্দুৰাজ্য হোৱাৰ কাৰণেইনেকি? বিজয়নগৰৰ ৰজা কৃষ্ণদেৱৰায়, মাৰাঠী ৰজা শিৱাজীৰ প্ৰতি সি ইমান আকৃষ্ট কিয়? সেই দুজন মহাপ্ৰতাপী হিন্দুৰজা ভাৰত বুৰঞ্জীত খ্যাত হোৱাৰ কাৰণে নেকি?

তাৰনো বাৰু ইমান খং উঠিছে কিয়? সি মুছলমান হোৱাৰ কাৰণেই নেকি? সি ভাৰতত মহাপৰাক্ৰমী হিন্দুৰজা সহ্য কৰিব নোৱাৰে নেকি? সিটো তালিবান নহয়।

সিটো কোনোদিন অভিনৱ আৰু তাৰ সম্পৰ্ক হিন্দু-মুছলমানৰ সম্পৰ্ক হিচাপে চোৱা নাই, ভবা নাই। হিন্দু আৰু মুছলমানক দুটা বিপৰীত ধৰ্মী মেৰু বুলি জ্ঞান কৰা নাই। পৃথিৱীৰ সুমেৰু-কুমেৰু বুলি ভবা নাই। তেন্তে কিয় এনে হৈছে? পৃথিৱীৰ কোন প্ৰান্তৰ পৰা বোৱা এই বিষাক্ত বতাহে তাৰ গাত কোবাইছে? ইৰানৰ পৰা নে ইৰাকৰ পৰা? বচনীয়াৰ পৰা নে চাৰ্বিয়াৰ পৰা? নে চেচ্‌নীয়াৰ পৰা? আফগানিস্তানৰ পৰা নে পাকিস্তানৰ পৰা? নে এৰিট্ৰিয়াৰ পৰা?

"ৰমেন, ৰমেন" বুলি অভিনৱে চিঞৰি ৰমেনক চাহ আনিবলৈ কওঁতেহে জুবেলৰ ভাবৰ অন্ত পৰিল। ইমান পৰে সি অভিনৱৰ মুখলৈ চাই কিবা-কিবি ভাবি আছিল।

"কি ভাবিছ অ'?" অভিনৱে জুবেলক সুধিলে। "তই দেখোন আজি কিবা চিন্তা কৰি থকা যেন লাগিছে। "চিন্তা কৰিবলৈ আহিছ নে, মোৰ লগত আলোচনা কৰিবলৈ আহিছ? কি ভাবিছ ক—?

"অঁ ভাবিছো। ভাবিব লাগিবই। তোৰ লেখাবোৰে মোক ভবুৱাইছে ; চিন্তাত পেলাইছে। আজি মই তোৰ ওচৰলৈ অহাৰ প্ৰধান কাৰণ হ'ল– তোৰ লেখাবোৰৰ ওপৰত মই এটা ছিদ্ৰান্বেষী, ক্ষুৰধাৰ সমালোচনা কৰাৰ প্ৰবল ইচ্ছা। মই 'মাছ-বেপাৰী' হ'লেও সাহিত্যৰ জগতখনৰ খবৰ যে মই ৰাখোঁ তাৰ বুজ হয়তো তোৰ আছে।" জুবেলে ক'লে।

"কি! জুবেল! তই তেনেকৈ কিয় কৈছ? তোৰ বুদ্ধিসত্তাৰ ওপৰত মোৰ বিশ্বাস আছে কাৰণেই তোক মোৰ লেখাবোৰ সদায় পঢ়ি 'চাকি' চাবলৈ দিওঁ। তই বেপাৰৰ টকা গণ্টি কৰাৰ লগতে যিমান সাহিত্য চৰ্চা কৰ, অধ্যয়ন কৰ, সিমানখিনি বহুতো কলেজৰ অধ্যাপকে আৰু অন্যান্য তথাকথিত উচ্চ শিক্ষিতসকলে কৰে নে নকৰে মোৰ সন্দেহ। এই বিষয়ত তোৰ প্ৰতি মোৰ অগাধ বিশ্বাস আৰু আস্থা। সেইকাৰণেই মই জানো যে তই মোক এটা উন্মুক্ত আৰু বলিষ্ঠ সমালোচনা আগবঢ়াই দিবি"।

কথাখিনি কৈ অভিনৱে ইয়াৰ মাজতে ৰমেনে আনি দিয়া চাহ কাপ জুবেললৈ আগবঢ়াই নিজেও নিজৰ কাপৰ পৰা এশোহা মাৰিলে। দুয়োটাৰে চাহত বৰ নিচা। ফ্লেভাৰ আৰু লিকাৰ থকা ভাল চাহপাত বিচাৰি দুয়োটাই হুলস্থূল কৰে। বাগানৰ চিনাকি মেনেজাৰ পালে যেনেতেনে মেনেজ কৰে। খুব ভাল চাহ বেছি ভাগেই দেশৰ বাহিৰলৈ যায় আৰু দামো ভাবিব নোৱৰা। সেইকাৰণে পোৱাটো বৰ টান। সৰ্বসাধাৰণ মানুহে ৰংটো অলপ ভাল ওলালে আৰু ভেকেটা ভেকেট বেয়া-পচা গোন্ধ নোলালেই 'ভাল চাহ' বুলি কয়। ৰপ্তানি কৰা বিধৰ চাহ লো কেইজনে খাই পাইছে?

অভিনৱৰ কথাত খন্তেক তভক মাৰি বৈ জুবেলে ক'লে, "বাৰু, বাৰু, হ'ব। তই uninhibited review এটাই পাবি। বেয়া নেপাবি কিন্তু। এতিয়াই কৈ দিছো।

মোৰ মনত যি আছে তাকেই ক'ম। তই ভাল পাৰ-বেয়া পাৱ তালৈ মই বৰ পৰোৱাই নকৰোঁ ; তই মোৰ কথা জানই। Sugar coated bitter pill অৰ্থাৎ বাহিৰত মিঠা, ভিতৰত তিতা বৰি তোক মই নিদিওঁ। বাহিৰে-ভিতৰে তিতা পিলেই তোক মই দিম।

সঁচা কথা ক'বলৈ গ'লে তোৰ ভাষা ভাল হ'লেও কথাবোৰ কিন্তু মোৰ ভাল লগা নাই। ওপৰে ওপৰে পঢ়ি চালে ভাল লাগে। বেচ আমোদজনক। কিন্তু, কিয় জানো ক'ব নোৱাৰো এই প্ৰথমবাৰ যেন তোৰ কথাবোৰ মোৰ পছন্দ হোৱা নাই।

প্ৰথমেই ক-চোন বাৰু বিজয়নগৰৰ ৰজা কৃষ্ণদেৱৰায়ক তই কিয় বাচি ললি? ভাৰতৰ বুৰঞ্জীত বা অসমৰ বুৰঞ্জীত আৰু চৰিত্ৰ বিচাৰি নেপালি? কৃষ্ণদেৱৰায়ৰ জীৱনৰ ভিত্তিত যে তই উপন্যাস লেখিবলৈ লৈছ, কেলেই আকবৰ বা আউৰেঙ্গজেবৰ জীৱনক লৈ উপন্যাস লেখিবলৈ লোৱা নাই?

মোৰ হয়তো ধাৰণাটো ভুল হ'ব পাৰে ; মই ক'ব নোৱাৰো। মোৰ কিন্তু ভাব খেলাইছে যে তই কৃষ্ণদেৱৰায় আৰু বিজয়নগৰৰ যোগেদি হিন্দুত্বক glorify অৰ্থাৎ গৌৰৱান্বিত কৰিবলৈ বিচাৰিছ। হিন্দুত্বৰ মহিমাৰ ধ্বজা উৰোৱাই মুছলমানক হীন প্ৰতিপন্ন কৰিবলৈ তই বিচাৰিছ।"

"নাই নাই। সৰ্বনাশ। তই এইবোৰ কি কৈছ? মই সপোনতো এইবোৰ ভবা নাই। কৃষ্ণদেৱৰায়ৰ চৰিত্ৰতো ভাল লাগিল ; আৰু সেইকাৰণেই তেওঁৰ ওপৰত উপন্যাস এখন লিখিবলৈ লৈছোঁ। কিয়? মোমাই তামুলী বৰবৰুৱাৰ জীৱনৰ ভিত্তিত মই লেখা ৰাজ আলিৰ পৰা ৰাজসভালৈ" নামৰ কিতাপখন তই শতমুখে প্ৰসংশা কৰা নাছিলি জানো? সেইখন গ্ৰন্থতো মোগলৰ লগত তুমুল যুদ্ধ হৈছিল ; মুছলমান সৈন্যৰ তেজেৰে ভৰলী নৈ ৰঙা হোৱাৰ কথা কোৱা হৈছিল। কিন্তু তইতো এইধৰণে কথাবোৰ তেতিয়া আপত্তি কৰা নাছিলি? কোৱা নাছিলি? আৰু মই ......." অভিনৱক কথাখিনি সম্পূৰ্ণ কৰিবলৈ নিদি জুবেলে সজোৰে প্ৰতিবাদৰ সুৰত ক'লে,

"ৰ ৰ! মোক ক'বলৈ দে। তই পিছত কি কব কবি। মই কথাখিনি কৈ লওঁ :

মুছলমানৰ সম্মিলিত শক্তিয়ে বিজয়নগৰৰ শেষ ৰজাক পৰাজিত কৰি ৰাজধানী ধ্বংস কৰিলে। তাত কি নতুনত্ব আছে? বিজেতা সৈন্যই বিজিত সৈন্যক কাটি মাৰি খান্তাং কৰি ৰাজধানী ধ্বংস কৰাটো বুৰঞ্জীত সদায় ঘটি থকা ঘটনা। তাত আচৰিত হ'ব লগা একো নাই। বিজয়ী শক্তিয়ে পৰাজিত-শক্তিক সদায়ে পদানত কৰে — ই এটা ঐতিহাসিক সত্য।

কিন্তু এই বিজয়নগৰৰ ৮০ বছৰীয়া নৃপতিক মুছলমান সৈন্যই যুদ্ধক্ষেত্ৰতে 'গড়ত থৈ বলি দিয়া' আৰু বিজয়নগৰৰ ৰাজধানীৰ 'অসহায় বুঢ়া-বুঢ়ী, ল'ৰা-তিৰোতাক ডিঙি কাটি হত্যা কৰা' আদি নৃশংস ঘটনাবোৰৰ হুবহু বৰ্ণনাবোৰ নিদিয়াকৈও থাকিব

পাৰিলিহেঁতেন। তই সেই বৰ্ণনাবোৰৰ দ্বাৰা মুছলমান জাতিটোক নিষ্ঠুৰ আৰু অমানবীয় বুলি প্ৰতিপন্ন কৰিবলৈ বিচাৰিছ।"

এইখিনিতে অভিনৱ ইমান বেছি উত্তেজিত হ'ল যে সি আৰু ৰ'ব নোৱাৰি সজোৰে প্ৰতিবাদ কৰিবলৈ বিচাৰিলে। কিন্তু জুবেলে তাক ক'বলৈ সুযোগ নিদি অনৰ্গল কৈ গ'ল ;

"গোলকুণ্ডা, বিজাপুৰ আৰু আহ্‌মেদনগৰৰ সম্মিলিত শক্তিয়ে হিন্দুৰাজ্য বিজয়নগৰ আক্ৰমণ কৰি ধ্বংস কৰাৰ পাছত দাক্ষিণাত্যত হিন্দুশক্তিৰ ধ্বজা অৱনমিত হোৱা ঐতিহাসিক সত্যটোত মই কিন্তু আচৰিত হোৱা নাই। মই আচৰিত হৈছো, আৰু লগতে অসন্তুষ্ট হৈছো এই কাৰণতে যে তই তোৰ লেখাবোৰত এনে ইঙ্গিত দিছ যেন মুছলমানে হিন্দুৰ প্ৰাধান্য সহ্য নকৰে আৰু সেইকাৰণেই দক্ষিণ ভাৰতৰ একমাত্ৰ শক্তিশালী হিন্দুৰাজ্যখনক ছলে-বলে কৌশলে আটাইকিটা মুছলমান শক্তি লগলাগি ধ্বংস কৰে আৰু হিন্দুত্বৰ পতন ঘটায়।

তই "ৰাজ আলিৰ পৰা ৰাজসভালৈ" নামৰ তোৰ কিতাপখনৰ কথা কৈছ। সেইখনতনো তই কি দেখুৱালি? তাত তই দেখুৱালি আহোম শক্তিৰ সম্মিলিত অসমীয়া সৈন্যবাহিনীৰ হাতত পদে পদে মোগলৰ পৰাজয় আৰু লঘু-লাঞ্ছনা। আহোমৰ জয়-জয়কাৰ। ৰজা প্ৰতাপসিংহ আৰু বৰবৰুৱা মোমাই তামুলীৰ ৰাজনৈতিক আৰু সামৰিক বিচক্ষণতা, প্ৰশাসনীয় দক্ষতা আৰু কাৰ্যকুশলতা। লগে লগে দেখুৱালি মোগলৰ ব্যৰ্থতা আৰু চৰম পৰাজয়ৰ গ্লানি। মোগলৰ ৰণনিপুনতা, অসিচালনাৰ পাৰ্গতালি আৰু অশ্বাৰোহী সৈন্যবিলাকৰ অপূৰ্ব অশ্বচালনাৰ গুণ-গানতো তই নেগালি! তেতিয়া মোৰ মনলৈ 'এই ভাববোৰ' অহা নাছিল কাৰণে মই তোক একো কোৱা নাছিলো আৰু কিতাপখনৰ ভূৰি-ভূৰি প্ৰশংসা কৰিছিলোঁ।

তই মুছলমানৰ নৃশংসতাৰ কথা লিখিছ। শিৱাজীয়ে কি কৰিছিল? মিত্ৰতাৰ ভাও ধৰি মোগল সেনাধ্যক্ষ আফজল খাঁক আলিঙ্গন কৰোঁতে হাতৰ মুঠিত লুকুৱাই নিয়া লোহাৰ সুতীক্ষ্ণ বাঘনখেৰে তেওঁৰ পেট ফালি হত্যা কৰা নাছিল নে?

আজি তোক এটি কাহিনী শুনাম ; ইতিহাসৰ এটি কাহিনী। বিজয়নগৰ ৰাজ্যৰ ৰাজধানী ধ্বংস কৰোঁতে মুছলমান সৈন্যই যি নৃশংসতাৰ পৰিচয় দিছিল, সেইটো হেনো তোৰ মতে বিশ্ব ইতিহাসত বিৰল। পিছে তোক আজি মই যিটি কাহিনী শুনাম সেইটো তাতকৈও হেজাৰ গুণে নৃশংস আৰু বৰ্বৰ বুলি মই ক'ব খোজোঁ। শুন, তেতিয়া বুজি পাবি, নৃশংসতা কি। বৰ্বৰতা কি।

১২২১ খৃষ্টাব্দত প্ৰাচীন মধ্য এচিয়াৰ বিশাল খোৰেজম ৰাজ্য আৰাল সাগৰৰ পৰা পাৰস্য উপসাগৰলৈকে বিস্তৃত আছিল। সেই চনতেই মঙ্গোলবিলাকৰ অধীশ্বৰ দয়া-মায়াহীন গণধ্বংসকাৰী জেংগিছখান আৰু তেওঁৰ অধীনস্থ ক্ৰূৰ মঙ্গোল সৈন্য

বাহিনীয়ে খোৰেজ্‌ম ৰাজ্য জয় কৰে। মঙ্গোলৰ জয়যাত্ৰা যেনিয়েই গৈছিল তেনিয়েই দেখা গৈছিল খণ্ড বিখণ্ড হেজাৰ-বিজাৰ শবদেহৰ স্তূপ। সেই সময়ত খোৰেজ্‌মৰ শাসনকৰ্তা আছিল জালালুদ্দিন। মঙ্গোল সৈন্যবিলাকৰ প্ৰচণ্ড আক্ৰমণত তিষ্ঠিব নোৱাৰি যেতিয়া তেওঁৰ সৈন্য বাহিনী ছেদেলি ভেদেলি হ'ল তেতিয়া তেওঁ মুষ্টিমেয় অৱশিষ্ট সৈন্যবোৰক লৈ দক্ষিণলৈ গতি কৰিলে। কিন্তু তেওঁক বিপদে এৰা নিদিলে। দক্ষিণত তেওঁক ফান্দত পেলালে খৰস্ৰোতা সিন্ধু নদীয়ে। দুই পাহাৰৰ মাজৰ সিন্ধুনদীৰ পাৰত তেওঁৰ যাত্ৰা ৰুদ্ধ হ'ল। চুলতানে কেইখনমান নাওঁ যোগাৰ কৰিলে। কিন্তু নৈৰ কোবাল সোঁতে সৈন্য-সামন্তৰ সৈতে নাওবোৰ শিলাময় পাৰত আফাল খুৱাই বুৰাই পেলালে।

চতুৰ জেংগিছ্‌খানে যেতিয়া গম পালে যে চুলতান জালালুদ্দিনে পলাই সাৰিবৰ কাৰণে সিন্ধু নৈ পাৰ হ'বলৈ বিচাৰিছে, তেতিয়াই তেওঁক শল ঠেকত পেলাই বন্দী কৰিবলৈ তেওঁ চাপি আহিল। জেংগিছ খানে, চিকাৰৰ পিছে পিছে যোৱা বাঘৰ দৰে, মনে মনে ৰাতি চুলতানক অনুসৰণ কৰিলে। দোকমোকালি পুৱা শত্ৰু তেওঁৰ নজৰত পৰিল। শত্ৰু-সৈন্য বাহিনীক মঙ্গোলবিলাকে তিনিফালৰ পৰা বেৰি ধৰিলে। মঙ্গোল সৈন্যবিলাকে জেংগিছ্‌খানৰ নেতৃত্বত অৰ্দ্ধবৃত্তাকাৰে নিজকে সজাই আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। মঙ্গোলবিলাকৰ অৰ্দ্ধবৃত্তবোৰে এনেকুৱা ৰূপ ধাৰণ কৰিলে যেন সিন্ধু নদীখনক ধেনুৰ গুণ হিচাপে লোৱা সেইবোৰ একো একোখন ভিৰাই লোৱা ধেনুহে।

মঙ্গোল সৈন্যবিলাকক জেংগিছ খানে কিন্তু এটা কাৰা হুকুম দিছিল। "চুলতানটোক তইঁতে ধেনুৰ কাঁড়েৰে থকা-সৰকা নকৰিবি। তাক জীয়াই জীয়াই ধৰিবি।"

ইতিমধ্যে জালালুদ্দিনে নিজৰ মুছলমান সৈন্যবাহিনীৰ মাজত অৱস্থান লৈছিল। বচা বচা সাহসী সাত শ অশ্বাৰোহী সৈনিকে তেওঁক বেৰি ৰখীয়া হৈ আছিল। জালালুদ্দিনে হঠাৎ পাহাৰৰ ওপৰত জেংগিছ খানক দেখা পালে। জেংগিছক দেখি ক্ৰুদ্ধ বাঘৰ দৰে গৰজি তেওঁ অশ্বাৰোহী সৈন্যবোৰৰ সৈতে সেইপিনে আক্ৰমণ চলালে। আক্ৰমণৰ তীব্ৰতাত মঙ্গোলবোৰে ঠাবৰিব নোৱাৰি পৃষ্ঠভঙ্গ দিলে। জালালুদ্দিনে তেওঁলোকৰ পিছে পিছে খেদি গ'ল।

কিন্তু চতুৰ জেংগিছ্‌খানে সেইফালে পাহাৰৰ আঁৰত দহহেজাৰ সৈন্য লুকুৱাই থৈছিল। সেইবোৰ আছিল উৎকৃষ্ট মঙ্গোল অশ্বাৰোহী যোদ্ধা। সিহঁতে খেদি যোৱা জালালুদ্দিনৰ মুছলমান অশ্বাৰোহী সৈনিক বিলাকক পিছফালৰ পৰা তীব্ৰ বেগেৰে গৈ আক্ৰমণ কৰিলে।

এই আকস্মিক আক্ৰমণত জালালুদ্দিনৰ সৈন্যবোৰ হতভম্ব হ'ল। মঙ্গোলবিলাকে জালালুদ্দিনক হোঁহকাই পঠালে।

সোঁফালে অৱস্থান লোৱা তুৰ্কীবিলাকক নেতৃত্ব দিছিল আমিন-অল-মুলক নামৰ এজন সেনাধ্যক্ষই।

জালালুদ্দিনক পিছুৱৈ ঠেলি পঠোৱাৰ পাছত মঙ্গোলবিলাকে আমিন অল মুলক্ৰ সৈন্যবোৰৰ ওপৰত আক্ৰমণ চলাই মাৰি কাটি খান্তাং কৰে। অসংখ্য ঘোঁৰা আৰু মানুহ ৰণত পৰে। অসংখ্য সৈনিক বেয়া ধৰণে আহত হয়। আহত, মৃত্যুমুখী সৈন্যবোৰৰ কৰুণ আৰ্তনাদে এটা ভয়াবহ পৰিস্থিতিৰ সৃষ্টি কৰে। কিন্তু দুৰ্ভগীয়াইঁতলৈ চাবলৈ কাৰো সময় নাই।

গড়ালত বন্দী হোৱা বাঘৰ দৰে ইফালে সিফালে জপিয়াই প্ৰচণ্ড বিক্ৰমেৰে জালালুদ্দিনে যুদ্ধ কৰে। এই যুদ্ধ চলে দুপৰীয়ালৈকে।

মঙ্গোলবিলাকে জেংগিছ খানৰ আদেশ পাহৰা নাছিল। সুযোগ পাইও সিহঁতে তেওঁক বধ নকৰিলে। কিন্তু লাহে লাহে তেওঁৰ চাৰিওফালে 'জালখন' চপাই আনিলে। মঙ্গোল সৈন্যৰ আক্ৰমণকাৰী অৰ্দ্ধবৃত্তবোৰ বৃত্তলৈ পৰিণত হ'ল। জালালুদ্দিনক ফান্দত পেলালে। বাঘ জালত সোমাল। শত্ৰুৰ বেহু ভেদ কৰি ওলাবৰ কাৰণে তেওঁ প্ৰাণপনে যুঁজিবলৈ ধৰিলে। চাৰিওফালৰ পৰা বেৰি ধৰা মঙ্গোলবিলাকক তৰোৱালেৰে ঘপিয়াই চুলতানে বেহু ভাঙিবলৈ বৃথা চেষ্টা চলালে। কিন্তু বেহু ভাঙিব নোৱাৰিলে। সকলো আশা হেৰুৱাই তেওঁ ঘোৰাটোৰ পৰা নামি তাক মেলি দিলে। শিৰস্ত্ৰাণ দলিয়াই পেলালে। বৰ্ম খুলি দিলে। মাত্ৰ তেওঁৰ দীঘল, সুতীক্ষ্ণ তৰোৱালখন ৰাখিলে। তাৰপিছত তেওঁ এটা তুৰ্কী ৰণুৱা-ঘোঁৰাত উঠিল। কোনেও টলকিব নোৱাৰাকৈ বিজুলীসঞ্চাৰে ঘোঁৰাটো ঘূৰাই পাহাৰৰ উচ্চ শিখৰৰ পৰা ঘোঁৰাই-মানুহে খৰস্ৰোতা সিন্ধুনৈৰ বুকুলৈ জাপ্ মাৰিলে। তাৰ পিছত সাতুৰি নদী পাৰ হৈ সিপাৰ পাই জালালুদ্দিনে বীৰদৰ্পে জেংগিছ খানলৈ তৰোৱালখন টোঁৱাই ঘোঁৰা চেকুৰাই অৰণ্যৰ মাজত নেদেখা হৈ গ'ল।

জেংগিছখানে অবাক হৈ হাতখন মুখলৈ নি কামোৰ এটা মাৰিলে। তাৰ পিছত নিজৰ পুতেক কিটালৈ চাই ক'লে।

"এজন পিতৃয়ে এনেকুৱা এজন পুত্ৰই বিচাৰে!" মঙ্গোলবিলাকে জালালুদ্দিনক খেদি গৈ নদীত জপিয়াই সাতুৰি-নদী পাৰ হৈ বধ কৰিবলৈ উদ্যত হৈছিল। কিন্তু এই মহান যোদ্ধাজনক বধ কৰিবলৈ জেংগিছ খানে অনুমতি প্ৰদান নকৰিলে।

নিষ্ঠুৰ মঙ্গোলবিলাকে জালালুদ্দিনৰ সমস্ত সৈন্যক নৃশংসভাবে বধ কৰিলে। এজন যোদ্ধাও নেবাচিল। কিন্তু তুৰ্কী সৈন্য বোৰে প্ৰাণাহুতি দিয়াৰ আগতে জালালুদ্দিনৰ মাক আৰু পত্নীক নদীৰ সিপাৰে পলুৱাই নিবলৈ সক্ষম হৈছিল। সিহঁতৰ প্ৰথম আৰু প্ৰধান উদ্দেশ্য আছিল যে ৰাণী আৰু ৰাজমাতা যাতে বৰ্বৰ মঙ্গোলবোৰৰ হাতত নপৰে। "জান যাব কিন্তু ইজ্জত নেযাব!"

কিন্তু হাঁয়! বিধিৰ কি বিপাক! জালালুদ্দিনৰ সাত বছৰীয়া এজন পুত্ৰ বাচি থাকিল। তেওঁ মঙ্গোলবোৰৰ হাতত বন্দী হ'ল। সিহঁতে বন্দী ৰাজকুমাৰক জেংগিছ খানৰ ওচৰলৈ আনিলে। ৰাজকুমাৰে জেংগিছ খানক বেপৰোৱা অথচ ঘৃণাৰ চকুৰে কেৰাহিকৈ চাই মুখ ঘূৰালে।

"মোৰ শত্ৰুবোৰৰ বংশৰ পুলিয়ে পোখাই শেষ কৰিব লাগিব। শিপা উঘালিব লাগিব। এই সাহসী মুছলমানবোৰৰ সন্তান সন্ততিবোৰে মোৰ নাতি-পুতিবোৰক টুকুৰা-টুকুৰকৈ কাটিব। গতিকে এই ল'ৰাটোৰ কলিজাখন তইঁতে মোৰ চিকাৰী কুকুৰটোক খুৱাবি।"

মঙ্গোলৰ মহামান্য সম্রাট জেংগিছ খানৰ আগত নিজৰ পাৰ্গতালি প্ৰদৰ্শনৰ দুৰ্লভ সুযোগ পোৱাৰ কাৰণে ঘাতকৰ মুখত হাঁহি বিৰিঙিল।

সি আস্তিন কোঁচাই লৰাটিৰ ওচৰ চাপিল। পলকতে তাক ওপৰমুৱাকৈ মাটিত পেলাই ল'লে। মঙ্গোলীয় কায়দা অনুযায়ী চোকা কটাৰী এখনেৰে ল'ৰাটিৰ বুকুখন ফালি পেলালে। বুকুৰ কামিহাড়বোৰৰ তলেদি হাত ভৰাই থিপ-থিপাই থকা অকণমানি হৃৎপিণ্ডটি সি আঁজুৰি চিঙি আনিলে। তপত ভাঁপেৰে ধোঁৱাই থকা হৃৎপিণ্ডটি সি সাদৰেৰে সম্রাটক উপহাৰ দিলে। ফুল কুমলীয়া ছাহজাদাৰ দেহটি ক্ষন্তেক সময় মৃত্যু যন্ত্ৰণাত ছটফটাই নিথৰ হৈ পৰি ৰ'ল।

"খু-খু-খু! খু-খু-খু!" জেংগিছ খানে বুঢ়া গাহৰি এটাৰ দৰে কেবাবাৰো হোক হোকালে। এই হোকহোকনি এটা ৰক্তলিপ্সু ৰাক্ষসৰ মাতৰ নিচিনা শুনা গ'ল।

খোৰেজ্‌ম সাম্রাজ্যৰ মহাপ্ৰতাপী সম্রাট জালালুদ্দিনৰ সাতবছৰীয়া পুত্ৰ ৰাজকুমাৰ আলাউদ্দিনৰ তপত হৃৎপিণ্ডটি জেংগিছ খানে তেওঁৰ মৰমৰ ৰণুৱা কুকুৰ কালালৈ দলিয়াই দিলে। দুই একামোৰ মাৰি কালাই হৃৎপিণ্ডটো গিলি পেলালে। তাৰ উদৰ পূৰ হ'ল।

জুবেলে কৈ গৈছিল সেই নিষ্ঠুৰ কাহিনী। অভিনৱে মন্ত্ৰমুগ্ধৰ দৰে শুনি গৈছিল সেই নিৰ্মম ইতিহাস। প্ৰাচীন প্ৰাচ্যৰ ইতিহাসৰ এখিলা এলান্ধুকলীয়া পৃষ্ঠাত প্ৰোথিত এটি মৰ্মন্তুদ কাহিনী!

কাহিনী শেষ হোৱাৰ পিছত দুয়োজনে অলপ সময় টলকা মাৰি থাকিল। কাৰো মুখত মাত-বোল নাই।

"শুনিলি?" জুবেলে নিস্তব্ধতা ভঙ্গ কৰিলে। "ওঁ, শুনিলো।" অভিনৱে শলাগিলে। "এনেকুৱা নিষ্ঠুৰ, নৃশংস, বৰ্বৰোচিত কাহিনী তই শুনিছিলিনে ক'ৰবাত-কেতিয়াবা? পঢ়িছিলিনে কেনোবা বুৰঞ্জীত?"

"নাই নাই! এনেকুৱা অমানবীয়, আসুৰিক কাহিনী মই পঢ়া নাই আৰু ভৱিষ্যতলৈও পঢ়িবলৈ ইচ্ছা নাই।" অভিনৱে ক'লে।

"তেনেহ'লে, মোৰ বন্ধু! তুমি কি নৃশংসতাৰ কথা কৈছা? বিজয়নগৰ ধ্বংসৰ সময়ৰ তথাকথিত নৃশংসতা প্ৰকৃততেই নৃশংসতাই নে? মঙ্গোলৰাজ জেংগিছ খানৰ নিষ্ঠুৰতাৰ লগত তুলনা হয় নে? এতিয়া, নিষ্ঠুৰ, হৃদয়হীন কোন? মুছলমানবোৰ নে মঙ্গোলবোৰ।

ইতিহাসে কি কয়?

তই মই ভবা কথাবোৰ সত্য নে ইতিহাস সত্য?

"কৈ যা, কৈ যা। মই শুনি গৈছো। তোৰ কথাবোৰৰ ওজন আছে। মই impressed।"

"ৰ ৰ। তোক আৰু এটি সৰু কাহিনীৰে মঙ্গোলবিলাকৰ নিষ্ঠুৰতাৰ বিষয়ে বখানিম। তাৰ পিছত তোৰ কি ক'ব লগীয়া আছে ক'বি। মই শুনিম।" অভিনৱৰ কথাকিটাৰ উত্তৰত জুবেলে ক'লে।

তেওঁ দ্বিতীয়টি কাহিনী আৰম্ভ কৰিলে :

—'ৰাক্ষসৰূপী, ভয়ঙ্কৰ জেংগিছখানৰ চাৰিজন পুতেক আছিল জুচিখান, জাগাতাই, উগেদেই আৰু টুলে। অ' এইখিনিতে এটা কথা কৈ থওঁ। তই অৱশ্যে জানিব পাৰ। জেংগিজ খানৰ নামটো মুছলমান যেন লাগিলেও তেওঁ কিন্তু মুছলমান নাছিল। তন্ত্ৰ-মন্ত্ৰত বিশ্বাসী মঙ্গোলবোৰ আছিল কাফেৰ।

অঁ এতিয়া শুন :

'জেংগিছ খানৰ চাৰিজন পুতেকৰ ভিতৰত ডাঙৰজন দেউতাকৰ দৰেই ভয়ঙ্কৰ, নিষ্ঠুৰ, আৰু মুছলমান বিদ্বেষী আছিল। তেওঁ কিন্তু এজন পাকৈত যোদ্ধা আৰু ৰণ নিপুন সেনানায়কো আছিল । তেওঁৰ নাম জুচি খান। তেওঁ দেউতাকৰ সমানেই ওখ-ডাঙৰ আৰু দেউতাকৰ দৰেই তেওঁৰ ধৰণ-কৰণবোৰ আছিল এটা ভয়-লগা ভালুকৰ নিচিনা। তেওঁৰ সৰু চকু দুটাত সদায় হিংস্ৰতা ফুটি উঠিছিল অতি স্পষ্টকৈ। দীঘল মোছ আৰু পাতল ক'লা দীঘলীয়া দাঁড়িয়ে গাইমুৰা মঙ্গোলবিলাকৰ মাজত তেওঁক জিলিকাই ৰাখিছিল। তেওঁৰ দাঁড়িত ঘোঁৰাৰ নোম লগাই এডাল দীঘলীয়া বেণী গঠা আছিল। বেণীডাল তেওঁৰ সোঁ কাণখনত পকাই থোৱা আছিল।

জুচিখানেই মাত্ৰ একমাত্ৰ পুত্ৰ যিজনে মঙ্গোলৰাজক সকলো সময়তে সঙ্গ দিছিল। তেঁৱেই একমাত্ৰ মানুহ যিজনে জেংগিছ খানৰ লগত তৰ্ক কৰিবলৈ সাহস কৰিছিল। আন কোনেও জেংগিছ খানৰ কথাত মাত মাতিবলৈ সাহস নকৰিছিল। তেনেকুৱা আত্মঘাতী মৰসাহস কোনেও নেদেখুৱাইছিল।

কিন্তু পৰম বিস্ময়ৰ কথা যে জেংগিছ খানে বৰপুত্ৰ জুচিখানক সমূলি বিশ্বাসত নলৈছিল ; পেটে-পেটে তেওঁক সদায় সন্দেহৰ চকুৰে চাইছিল। তেওঁৰ সাহস দেউতাকে পচন্দ কৰা নাছিল। তেওঁ দেউতাকৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি তেওঁক সুবিধা পালেই গাদীচ্যুত কৰিব বুলি জেংগিছ খানৰ বদ্ধমূল ধাৰণা আছিল। সেইকাৰণে জেংগিছ খানে বৃহৎ মঙ্গোল সাম্ৰাজ্যৰ একেবাৰে দূৰৰ, সীমামূৰীয়া অঞ্চলটোৰ তেওঁক শাসনকৰ্ত্তা পাতিছিল। সীমামূৰীয়া অঞ্চলটোৰ সৰহভাগেই সম্পূৰ্ণ ভাবে জয় কৰা হোৱা নাছিল

আৰু ৰাজনৈতিক সুস্থিৰতাৰ অভাৱত শাসক কৰ্তৃপক্ষ প্ৰায়েই নানান অসুবিধাৰ সন্মুখীন হৈছিল। তেনেকুৱা বিপজ্জনক পৰিস্থিতিলৈকে জেংগিছ খানে ৰবপুত্ৰ জুচি খানক চতুৰালি কৰি ঠেলি পঠিয়াইছিল।

জেংগিছ খানে চতুৰালি কৰি ফুচুলোৱাৰ মানসে ৰবপুতেকক কৈছিল, "মই তোমাক পশ্চিমৰ সমস্ত ভূমি অৰ্পণ কৰিছো। যিমান দূৰত্বলৈকে তোমাৰ ৰণুৱা, মঙ্গোলীয় ঘোঁৰাই তোমাক কঢ়িয়াই নিব পাৰে সিমানখিনি অঞ্চল তুমি দখল কৰিব পাৰিবা। সিমানখিনি অঞ্চলৰ তুমি হ'বা অধীশ্বৰ।"

এদিন সুযোগ পাই জেংগিছ খানৰ দ্বিতীয় পুত্ৰ জাগাতায়ে সময়ৰ শৰ নিক্ষেপ কৰিলে। জাকাতাই আৰু জুচিখানৰ বহুদিনিয়া শত্ৰুতা আছিল আৰু ইজনে-সিজনক 'শেষ' কৰিবলৈ সুযোগ বিচাৰি আছিল। দুষ্ট বুদ্ধি অৰু চতুৰালিত জাগাতায়ো কম নাছিল। তেওঁৰ ডাঙৰ মূৰটো দুষ্ট বুদ্ধিৰে পৰিপূৰ্ণ আছিল। সেই আপুৰুগীয়া মুহূৰ্তটোৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰি জাগাতায়ে পিতৃ জেংগিছ খানৰ কাণত ফুচফুচালে :

"মহামহিম সম্ৰাট! বীৰবৰ মঙ্গোলৰাজ! আপোনাৰ দ্বিতীয় পুত্ৰ এই নিঃকিনে, আপোনাৰ অনুমতি পালে, এটি অতি গোপন কথা বেকত কৰিব খুজিছো। ৰাজ আজ্ঞা পোৱা হ'ব নে?"

"হুঁ। হুঁ! কোঁৱা, কি ক'ব খুজিছা বেগতে কোঁৱা। কিন্তু চাবা যাতে সত্যৰ অপলাপ নহয়।" মহান নৃপতিয়ে ক'লে।

"মোৰ প্ৰভূ! পৃথিৱীৰ অধীশ্বৰ! দয়া কৰি শুনক।

—জুচিয়ে নিজৰ ৰাজ্যতকৈও মুছলমান প্ৰজাৰে ভৰা খোৰেজ্‌ম ৰাজ্যখন বেছি ভাল পাবলৈ ধৰিছে। খোৰেজ্‌মত জুচিয়ে কোনো মঙ্গোলক মুছলমানৰ গাত হাত দিবলৈ নিদিয়ে। জুচিখানৰ কাৰণে মঙ্গোলতকৈ মুছলমানহে আপোন। নীচ, কুলাঙ্গাৰ, বিশ্বাসঘাতক জুচিয়ে খোলাখুলিকৈয়েই কয় :

'বুঢ়া জেংগিছ খান পগলা হ'ল। সি মানসিক ভাৰসাম্য হেৰুৱালে। নহ'লেনো সি ইমানবোৰ দেশ লুণ্ঠন কৰেনে? ইমানবোৰ মানুহক নিৰ্বিচাৰে হত্যা কৰেনে?"

"মহামান্য সম্ৰাট আৰু মোৰ অতি আদৰণীয় পিতৃ! আপোনাক মই জনাবলৈ পাই পৰম লজ্জিত যে সি, নাৰকীয় জুচিখানে সুযোগ পালেই আপোনাক গুপ্তঘাতকৰ হতুৱাই হত্যা কৰাই নিষ্কণ্টক হ'বলৈ বিচাৰিছে। এই বসন্তকালত আপুনি মৃগয়ালৈ যাওঁতেই তেওঁ 'এই কামটো' কৰিবলৈ ষড়যন্ত্ৰ কৰিছে। আপোনাৰ মৃত্যুৰ পাছত মুছলমানবোৰৰ লগত মিত্ৰতাৰ পাশত আবদ্ধ হৈ এখন স্বতন্ত্ৰীয়া ৰাজ্য গঠনৰ কথা তেওঁ চিন্তা কৰিছে।"

দ্বিতীয় পুত্ৰ জাগাতাইৰ কথা শুনি মঙ্গোলৰাজ জেংগিছ খান খন্তেত গৰজি

উঠিল। বনৰীয়া ভালুকৰ দৰে হোক-হোক কৈ তেওঁৰ মুখৰ পৰা ভয় লগা শব্দ কিছুমান ওলাবলৈ ধৰিলে। তাৰ পিছত নিস্তব্ধ। চাৰিওপিনে কাঁহ-পৰি জীন যোৱা নিস্তব্ধতা। কাৰো মুখত মাত বোলহে নেলাগে যেন আটাইবোৰে উশাহ সলাবলৈকে পাহৰিলে।

জেংগিছ খানে ভায়েক উৎচিগিনক মাতি পঠিয়ালে। তেওঁক লগত কেইজনমান অত্যন্ত বিশ্বাসী বলৱান যোদ্ধা ল'বলৈ ক'লে। তেওঁলোকক তৎক্ষণাৎ জুচিখানৰ ৰাজ্য খোৰেজমলৈ যাত্ৰা কৰিবলৈ নিৰ্দেশ দিয়া হ'ল। উৎচিগিনৰ প্ৰথম আৰু প্ৰধান কাম হ'ব—যেনে-তেনে, ছলে-বলে-কৌশলে জুচিখানক জেংগিছ খানৰ দৰবাৰলৈ অনা। যদিহে জুচিখান পিতৃ জেংগিছ খানৰ ওচৰলৈ আহিবলৈ অমান্তি হয়, আৰু খোৰেজম ৰাজ্যতে বৈ যাব খোজে, তেতিয়া................,

—তেতিয়া, ভয়ঙ্কৰ পৰিণতি।

"উৎচিগিন। মোৰ বিশ্বস্ত ভাতৃ! বেটা জুচিখানক ক'বা—সি মোৰ ওচৰত হাজিৰ হওক। মোৰ আদেশ অমান্য কৰি যদি সি খোৰেজম ৰাজ্যতে থাকি যাবলৈ বিচাৰে তেতিয়া কি কৰিব লাগিব মই কওঁ শুনা।" বাকীখিনি কথা মঙ্গোলৰাজে উৎচিগিনৰ কাণে-কাণে ক'লে।

"মোৰ আদেশ অমান্য কৰি মোৰ ওচৰলৈ আহিবলৈ মান্তি নহ'লে কোনো উচ্চবাচ্য নকৰাকৈ তাক প্ৰচণ্ড আঘাত হানিবা, আৰু দ্বিধাহীনভাবে তাক বধ কৰিবা। এইটো মোৰ আদেশ।"

ৰাজ আজ্ঞা পালনৰ মহৎ উদ্দেশ্য শিৰোধাৰ্য কৰি উৎচিগিন ঘোঁৰাত উঠিল। যাত্ৰা আৰম্ভ হ'ল। তেওঁৰ লগত গ'ল চৈধ্যজন দেখিলে ভয় লগা, ভীমাকাৰ সশস্ত্ৰ মঙ্গোল যোদ্ধা। চুটি অথচ মজবুত ঠেঙৰ, তজবজীয়া পাহাৰী ঘোঁৰাৰ পিঠিত তেওঁলোক উঠি ল'লে। চাৰিটা ঘোঁৰা উপৰুৱাকৈ ল'লে। পাহাৰী দুৰ্গম পথত উঠি যোৱা ঘোঁৰাৰ হানি-বিঘিনি ঘটিলে কামত আহিব। তদুপৰি ৰছদ-পাতি কঢ়িয়াবলৈ সুবিধাও হ'ব।

উৎচিগিনক মাজত লৈ আগত ছয়জন, পিছত ছয়জন আৰু তেওঁৰ দুয়োকাষে দুজন অশ্বাৰোহীয়ে একা-বেঁকা পাহাৰী ৰাস্তাইদি ধুমুহাৰ দৰে আগ বাঢ়ি গ'ল। লক্ষ্যস্থান খোৰেজম। উদ্দেশ্য—জুচিখান।

উৎচিগিনে অন্যায় নকৰিলে। ৰাজ আজ্ঞা নিয়মমতেই শুনালে। ভতিজাক জুচিখানে কাণ-পাতি শুনিলে দদায়েক উৎচিগিনে কঢ়িয়াই অনা জেংগিছ খানৰ আজ্ঞা।

জুচিখানে সম্ৰাটলৈ উত্তৰ দিলে যে তেওঁৰ গা ভাল নহয়, আৰু সেইকাৰণে তেওঁ যাব নোৱাৰিব। তেওঁ বৰঞ্চ কিছুদিন খোৰাজমতে কটাব।

কিন্তু সম্ৰাট জেংগিছ খানৰ বিশ্বাসী ভৃত্য, ভাতৃ উৎচিগিনে গোপনে তেওঁক জনালে যে প্ৰকৃততে জুচিখানৰ কোনো অসুখ হোৱা নাই। তেওঁ সম্পূৰ্ণ সুস্থ! জুচিয়ে প্ৰায়েই চিকাৰলৈ যোৱা উৎচিগিনে নিজ চকুৰে দেখিছে। সেইকাৰণে সম্ৰাটৰ গোপন আদেশ পালন কৰিবলৈ তেওঁ সাজু হৈছে।

উংচিগিনে কড়িয়াই অনা ৰাজ আদেশ অমান্য কৰি জুচিখান অলপ চিন্তাত পৰিল। কিন্তু তেওঁ বুজিব পাৰিছিল যে ভালৰ কাৰণে পিতাক জেংগিছ্ খানে তেওঁক ৰাজদৰবাৰলৈ মাতি পঠিৱা নাই। ৰাজমুকুট পিন্ধাবলৈ পিতাকে তেওঁক আমন্ত্ৰণ জনোৱা নাই। ৰাজ শিকলি পিন্ধাবলৈহে মাতিছে। 'জানোৱাৰ, বেইমান উংচিগিন'ক দেখিয়েই শিয়ান জুচিখানে সকলো বুজিব পাৰিলে। "যি কি নহওক, চিন্তা কৰি লাভ নাই" জুচি খানে ভাবিলে। সেই কাৰণে তেওঁ চিকাৰলৈ যাবলৈকে মনস্থ কৰিলে। যোৱাৰ আগতে তেওঁ কিছু পূজা পাটল কৰিবলৈ স্থিৰ কৰি অনুচৰ কিটাক সেইমতে হুকুম দিলে। মৃগয়ালৈ যোৱাৰ আগতে পূজা অনিবাৰ্য।

দুটা মানুহে এটা তেজাল ঘোঁৰা লেকামত ধৰি একুৰা প্ৰকাণ্ড জুইৰ ওচৰত ৰখালে। এটা মানুহে ডাঙৰ এবাতি ভাত আনি ওচৰত ঠিয় হ'ল। জুচিখানে এমুঠি ভাত বাতিটোৰ পৰা লৈ জুইকুৰালৈ দলিয়াই মন্ত্ৰ মাতিবলৈ ধৰিলে :

শুনা, শুনা, মোৰ প্ৰভু, ৰঙা জুই গালাখান!
তোমাৰ পিতা সৰু অগ্নিশিলা,
তোমাৰ মাতা কঠিন তীখা।
মই যাচোঁ তোমাক এটি নৈবেদ্যঃ
এহেতো হালধীয়া তেল,
এবাতি ক'লা সুৰা,
আৰু
এআঁজলি জন্তুৰ বগা চৰ্বী।
দান কৰা আমাক সৌভাগ্য,
আমাৰ ঘোঁৰাক দিয়া শক্তি অফুৰন্ত,
আমাৰ হাতক দিয়া অব্যৰ্থ আঘাত হনাৰ সামৰ্থ্য!

জুচিখানৰ অনুচৰ দুটাই সিহঁতৰ প্ৰভুৰ মন্ত্ৰটো দোহাৰি খঞ্জৰী বজাবলৈ ধৰিলে : ডুগ্ ডুগ্ ডুগ ডুডুগ্ ডুগ্, ডুগ্ ডুগ্ ডুগ্, ডুডুগ্ ডুগ্। মন্ত্ৰ মতাৰ অন্তত সিহঁত দুটাই ভাতৰ ডাঙৰ বাতিটো লৈ গো-গ্ৰাসে ভাতবোৰ গিলিবলৈ ধৰিলে। গোটেইগাল ভাত খাই ৰঙা জিভা উলিয়াই ওঁঠকিটা চেলেকি-চেলেকি সিহঁত মাটিত বহি পৰিল।

জুচিখানে এখন সৰু, পাতল, চোকা কটাৰী উলিয়াই ল'লে। অতি ক্ষিপ্ৰতাৰে ঘোঁৰাটোৰ ডিঙিৰ শিৰ এডাল কাটিলে। চি-হিঁ-হিঁ-কৈ ঘোঁৰাটোৱে আৰ্তনাদ কৰি আগঠেং কিটা দাঙি পিছ ঠেং দুটাৰ ওপৰত ঠিয় হ'ল। তাৰ ডিঙিৰ কটা শিৰডালৰ পৰা ডগমগীয়া ৰঙা তেজৰ ফোয়াৰা এটি ওলাই আহি ৰেচমৰ দৰে মিহি, কোমল নোমবোৰ তিয়াই দিলে। অনুচৰ দুটাই ঘোঁৰাটোক হেঁচা মাৰি লৰচৰ কৰিব নোৱাৰাকৈ ধৰি থাকিল।

জুচিখানে ঘোঁৰাটোৰ ভিজিত সাৱট মাৰি ধৰি লাহে লাহে মুখখন সতেজ ঘা টুকুৰাৰ ওচৰলৈ নি ৰঙা জিভাখন উলিয়াই চেলেক এটা মাৰি তপত তেজৰ সোৱাদ ল'লে। তাৰ পিছত সজোৰে মুখখন লগাই, ওঁঠ দুটাৰে চেপি তেজবোৰ চুপি চুপি খাবলৈ ধৰিলে। তপত তেজ পি খাই পিয়াহ আৰু ভোক পলুৱাই জুচিখান চিকাৰলৈ যাবলৈ সাজু হ'ল। ইমান পৰে প্ৰহৰীকিটাই সিহঁতৰ প্ৰভুৰ কাণ্ড-কাৰখানাবোৰ ঠৰ হৈ চাই আছিল। মুখত লগা তেজবোৰ মচি মচি এটা ৰুণুৱা ঘোঁৰাত উঠি জুচিখান মৃগয়ালৈ বুলি অৰণ্যৰ পিনে বাট ল'লে। তাকে দেখি প্ৰভুৰ পিছে পিছে প্ৰহৰীকিটাইও দুটা মঙ্গোল ঘোঁৰাত উঠি যাত্ৰা কৰিলে।

পাহাৰৰ নামনিত আহল-বহল ঘাঁহনি এটুকুৰাৰ কাষেদিয়েই বৈ গৈছিল এটি পাহাৰী নিজৰা। সেই অঞ্চলত পানী য'তে-ত'তে পোৱা নেযায়। সেইকাৰণে সেই জুৰিটিৰ পাৰলৈ বাঘ-ভালুক-পহু আদি নানান বনৰীয়া জীৱ-জন্তু পানী খাবলৈ আহে। যাওঁতে বাটত পানী খাই থকা অৱস্থাত অসংখ্য হৰিণা দেখিও জুচিখানে এটাও নেমাৰিলে। জুচিখানে সিংহৰ দৰে খেদি খেদি চিকাৰ কৰি ভাল পায়। বাঘৰ দৰে জোপ লৈ মনে মনে পিছফালৰ পৰা আক্ৰমণ কৰাটো কাপুৰুষালি বুলিয়েই তেওঁ ভাবে।

জুৰিটোৰ পাৰত এটা প্ৰকাণ্ড মণ্ডহাল হৰিণ দেখি তাক মাৰিবৰ কাৰণে তেওঁ সঙ্কল্প কৰিলে। পানী খাই মূৰ তুলি পহুটোৱে ভেবা লাগি তেওঁলৈ চাওঁতেই জুচিখানে লাহেকৈ হাত চাপৰি এটা মাৰিলে। লগে লগেই সি গিৰিসাই উঠি পাৰে পাৰে অৰণ্যৰ ফালে ঢাপলি মেলিলে। বিম্বাশবদে জুচিখানে তাৰ পিছে পিছে ঘোঁৰা চেকুৰালে।

কিন্তু হাঁয়। তেওঁতো নেজানিলে যে তেওঁৰ পিছে-পিছে সকলোৰে অলক্ষিতে কালান্তক যমৰ দৰে সদল-বলে উৎচিগিনে অনুসৰণ কৰিছে। তেওঁৰ দৃষ্টি নিবদ্ধ হৈ গৈছে মাত্ৰ দৌৰি পলোৱা পহুটোত। জুচিখানৰ ধ্যান-ধাৰণা আনফালে নাই। ইতিমধ্যে তেওঁৰ গা-ৰক্ষক কিটাৰ মূৰ সিহঁতৰ দেহৰ পৰা বিচ্ছিন্ন হৈছে— উৎচিগিন আৰু তেওঁৰ যোদ্ধাকিজনৰ তৰোৱালৰ আঘাতত।

জুচিখানে একো ক'ব নোৱাৰে। মাত্ৰ ঘোঁৰা চেকুৰাইছে। তেওঁৰ এখন হাতত ঘোঁৰাৰ লেকাম আৰু আনখন হাতত এপাট গধুৰ বল্লম।

এইবাৰ হৰিণটো এখন মুকলি তৃণাঞ্চলত সোমাল। দৌৰি-দৌৰি সি ভাগৰি পৰিছে। তাৰ বেগ কমিছে।

এইছোগতে জুচিখানে বিজুলী বেগেৰে ঘোঁৰা দৌৰাই হৰিণটোতকৈ আগবাঢ়ি কিছুদূৰ আগুৱাই গৈ হৰিণটোৰ সন্মুখলৈ আহি তাৰ ঠিক বুকুৰ সো-মাজলৈ যাঠিদাল জোৰেৰে মাৰি পঠিয়ালে। যাঠিদালে তাক শালি পেলালে। জাপ এটা মাৰি হৰিণটো কৰ্ফাল খাই পৰিল।

ঠিক সেই মুহূৰ্ততে উৎচিগিনে পিছফালৰ পৰা জুচিখানৰ চুলিত ধৰি এটা প্ৰচণ্ড টান দিলে। লগে লগে উৎচিগিনৰ লগত যোৱা দুটা বলৱান যোদ্ধাই তেওঁৰ দুই বাহুত খামুচি ধৰিলে। ফলত ঘোঁৰাৰ পৰা জুচিখান সৰি পৰিল আৰু ঘোঁৰাটো সৰকি গুছি গ'ল।

জুচিখান পৰাৰ লগে লগে উৎচিগিন আৰু প্ৰধান যোদ্ধা দুটাই তেওঁক হেঁচা মাৰি ধৰিলে আৰু বাকীকিটা ৰণুৱাই যুৱৰাজৰ হাত ভৰি চামৰাৰ জৰীৰে কটকটীয়াকৈ বান্ধি পেলালে। ঘটনাটো ইমান আকস্মিক আৰু খৰতকীয়াকৈ হৈ গ'ল যে জুচিখানে খাপৰ পৰা তৰোৱালখনকো উলিয়াব নোৱাৰিলে ; যুদ্ধ দিয়াটো দূৰৰ কথা!

চিকাৰী চিকাৰ হ'ল। হয়, নিয়তি! কোনে কাক চিকাৰ কৰিলে! এফালে পৰি ৰ'ল এটা প্ৰকাণ্ড মৃত হৰিণ আৰু আনফালে পৰি ৰ'ল মহামান্য সম্ৰাট জেংগিছ খানৰ জ্যেষ্ঠ পুত্ৰ জুচিখানৰ পাহাৰহেন জীৱন্ত শৰীৰ।

নাটকৰ কিন্তু এয়া আৰম্ভনিহে, অন্ত নহয়। নৰঘাতক জেংগিছখানৰ আদেশ সম্পূৰ্ণ ভাবে পালন কৰিবলৈ আছেই। মঙ্গোলৰাজৰ আদেশ আছিল :

"মোৰ আদেশ অমান্য কৰি মোৰ ওচৰলৈ আহিবলৈ মান্তি নহ'লে, কোনো উচ্চবাচ্য নকৰাকৈ তাক প্ৰচণ্ড আঘাত হানিবা, আৰু দ্বিধাহীন ভাবে তাক বধ কৰিবা।..."

উৎচিগিনৰ নিৰ্দেশ মতে ভতিজাক জুচিখানক হাত-ভৰি বন্ধা অৱস্থাতে দুজন পালোৱান যোদ্ধাই ওলোটাই তলমুৱাকৈ শুৱাই দিলে। পিঠিফালৰ কঁকালৰ ওপৰত এজনে আঁঠু এটাৰে সৰ্বশক্তিৰে হেঁচা মাৰি ধৰিলে। এজন যোদ্ধাই মূৰটোত ধৰি জোৰেৰে ওভোটাই আনি কঁকালৰ ওচৰ পোৱালেহি। লগে লগে আন এজনে ভৰি দুটা ওভোটাই আনিলে। জুচিখানৰ দেহাটো ধেনুভিৰীয়া হ'ল। এটা সময়ত মূৰ আৰু ভৰি দুটা লগ লাগি এটা সম্পূৰ্ণ বৃত্তৰ আকাৰ ধাৰণ কৰিব খোজোতেই মটৰ কৈ এটা শব্দ হৈ ৰাজহাড়দাল ভাঙি দুটুকুৰা হ'ল। শুকান জেওৰা খৰি এডালৰ মাজত আঁঠুৰে হেঁচাদি দুইমূৰ চপাই আনিলে যেনেকৈ শব্দ কৰি জেওৰাৰ খুটিটো ভাঙে ঠিক তেনেকুৱা শব্দই শুনা গ'ল।

জুচিখানৰ মুখৰ পৰা শেষবাৰলৈ এটা আৰ্তনাদ ওলাল। মূৰৰ পৰা ভৰিলৈকে এটা কঁপনি খেলি গ'ল। তাৰ পিছত সকলো নিস্তব্ধ। নিশ্চল দেহা পৰি ৰ'ল।

এইধৰণে ৰাজহাড় ভাঙি এজন মানুহক বধ কৰাটো এটা মঙ্গোল কায়দা। এই কায়দাত মৃত্যু যন্ত্ৰণা হয় বৰ দীঘলীয়া আৰু অশেষ দুখজনক। বহুত সময়ত ৰাজহাড়দাল ভঙাৰ পিছতো মানুহজন জীয়াই থাকে এটা দীঘলীয়া সময়।

গুপ্তঘাতক কিজন সেই ঠাইৰ পৰা নাইকিয়া হোৱাৰ বহুসময়ৰ পিছত জুচিখানক তেওঁৰ অনুচৰবোৰে বিচাৰি পায়। জুচি তেতিয়াও জীয়াই আছিল ; কিন্তু তেওঁ এষাৰ মাতো মাতিব পৰা নাছিল, নাইবা এখন হাত বা ভৰি এটাও লৰাব পৰা নাছিল। চিৰকালৰ

কাৰণে জাপ খোৱাৰ আগলৈকে তেওঁৰ চকুকিটাই বিষন্ন আৰু দুখলগা দৃষ্টিৰে একেথৰে চাই আছিল।

বৰপুতেকৰ মৃত্যুৰ বাতৰি পাই জেংগিছ খানে মাত্র এষাৰ কথাই কৈছিল, 'মোৰ আদেশ সিহঁতে আখৰে আখৰে পালন কৰিলে।'—

কাহিনীৰ শেষ হ'ল। দ্বিতীয়টো কাহিনী শেষ কৰি জুৱেলে চকীখনত আঁউজি বহিলে। ইমানপৰে তেওঁ সক্রিয় হৈ কথা কৈ আছিল। স্বাভাৱিকতেই তেওঁ বেছি এলাৰ্ট আছিল আৰু অভিনৱ আছিল নিষ্ক্রিয়। অভিনৱে মাত্র মন্ত্রমুগ্ধ হৈ শুনি গৈছিল। এটা শব্দও তেওঁৰ মুখৰ পৰা ওলোৱা নাছিল। আকৌ অৱশ্যে জুৱেলেই কথা উলিয়ালে।

"শুনিলি অভিনৱ? মঙ্গোলবিলাকৰ নৃশংসতা আৰু বৰ্বৰতাৰ কথা শুনিলি নহয়? জেংগিছ খানৰ কথা শুনিলি নহয়? নিজ বাপেকে পুতেকক এনেকৈ নির্দয় ভাবে হত্যা কৰাব পাৰে? তাৰ তুলনাত বিজয় নগৰৰ ধ্বংস কাৰ্য একেবাৰে নগন্য আৰু অপ্রণিধানযোগ্য।"

অভিনৱে এটা কথা ভালকৈয়ে বুজি পায় যে উত্তেজিত হ'লে জুৱেলে অনর্গল কথা কৈ যাব পাৰে আৰু শব্দ আৰু বাক্যবোৰ স্বাভাৱিক ভাবেই তাৰ মুখৰ পৰা নির্গত হয়। অভিনৱে বেচ উপভোগ কৰে কথাবোৰ। কিন্তু পিছ মুহূৰ্ততে তেওঁ মূল কথালৈ ঘূৰি আহে। তেওঁৰ কিতাপখনৰ কথা, আৰু জুৱেলৰ অদ্ভুত যুক্তিৰে দাঙি ধৰা মতামতবোৰ।

"জুৱেল!" অভিনৱে আৰম্ভ কৰে : "তই দুটা সুন্দৰ কাহিনী শুনালি। তোৰ মতামত মুকলি ভাবেই প্ৰকাশ কৰিলে। তাৰ বাবে তোক ধন্যবাদ!

কিন্তু মই তোক স্পষ্টভাবে ক'ব খুজিছোঁ যে কাৰোবাক আনৰ চকুত হীন প্রতিপন্ন কৰিবলৈ মই কিতাপ লেখা নাই। সেইটো কাৰণত(?) মই বিজয় নগৰৰ ৰজা কৃষ্ণদেৱ ৰায়ৰ জীৱনৰ ওপৰত ভিত্তি কৰি উপন্যাস এখন লিখিবলৈ প্ৰয়াস কৰা নাই। তই সম্পূর্ণ ভুল বুজিছ। এইটো তোৰ পাৰ্ভাৰছন! এটা ব্যতিক্রম! বেয়া নেপাবি — নক'ব লগীয়া শব্দ প্রয়োগ কৰিছোঁ।

সম্রাট কৃষ্ণদেৱৰায়ৰ ব্যক্তিত্ব আৰু কাৰ্যাৱলী, তেওঁৰ বীৰত্ব আৰু সংস্কৃতিবান মনটোৱে মোক আকৃষ্ট কৰিছিল কাৰণেই হঠাৎ কোনোবা এটা মুহূৰ্তত মই ঠিৰ কৰিছিলোঁ যে তেনেকুৱা এখন উপন্যাস লিখিম। অন্ততঃ লিখিবলৈ চেষ্টা কৰিম।

একেখন খিৰিকিয়েদি মই বাহিৰলৈ চালোঁ। মই দেখিলোঁ তৰা! সেইখন খিৰিকিয়েদি তয়ো চালি। তই দেখিলি বোকা! তাত মোৰ কি দোষ?

ইতিহাসৰ পাত লুটিয়াওঁতে যি দুই-এটা সত্য ঘটনা বা তথ্য উদঘাটন কৰিছিলো তাকে মাত্র মই কাহিনীৰ আকাৰত উপস্থাপন কৰিবলৈ চেষ্টা কৰিছোঁ। ইয়াত মোৰ কোনো উদ্দেশ্য নাই। তইহে উদ্দেশ্য(?) দেখিছ।

দুই এটা 'সত্য' তোৰ কাৰণে অপ্রিয় হ'ব পাৰে, কিন্তু মোৰ উপায় নাই, ভাই। সত্যক মই কোনোদিন ঢকা নাই আৰু ঢাকিব নোৱাৰোঁ। তাৰ কাৰণে যদি তই মোক বেয়া পাৱ, সেইটোতো মোৰ উপায় নাই। পালে পাবি। কিন্তু এটা কথা মই এতিয়াই এই মুহূৰ্ততে তোক ক'ব খুজিছোঁ, মন দি শুনিবি।

তোৰে মোৰে মতান্তৰ হ'ব পাৰে, বিশেষকৈ এই চৰ্চিত বিষয়টোত, কিন্তু চাবি যাতে মনান্তৰ নহয়। তোৰে-মোৰে মতান্তৰ একো নতুন কথা নহয়। এটা সদায় ঘটি থকা ঘটনা। সেইটো কথা তয়ো জান, ময়ো জানো।

এই কথাষাৰ তোক কোৱাৰ অৰ্থ আছে ; কাৰণ তোক আজি সচাঁকৈয়ে 'মোৰ ওপৰত খঙত আছ' যেন লাগিছে। একাডেমিক এফেয়াৰ্চ বা ডিচকাছনত খঙে শোভা নেপায়। কাৰণটো ক'ব লাগে নেকি? বেয়া নেপাৱতো? — মুৰ্খে মুৰ্খে তৰ্ক কৰে কন্দল বাঢ়য় ; জ্ঞানী-জ্ঞানী তৰ্ক কৰে ওলায় নিৰ্ণয়।—বুজিলিতো?

অ' আৰু এটা কথা। কথা ওলাইছে যেতিয়া কওঁয়েই আৰু। "ৰাজ আলিৰ পৰা ৰাজসভালৈ" কিতাপখনৰ কথাবোৰ 'এতিয়াহে' বেয়া পালি তই। আগতে বেয়া পোৱা নাছিলি। সেইটো কেনৈ হ'বলৈ পাইছে জাননে? হাৱা! হাৱা! এটা বিষাক্ত বতাহে তোৰ গাত খুন্দিয়াইছে। সেই বিষাক্ত বতাহ ক'ৰ পৰা আহিছে মই ক'ব নোৱাৰোঁ। কিন্তু সেই বতাহে তোক চুইছে। হাৱা তোৰ গাত লাগিছে। চাবি ভাই, যাতে সেই বতাহে তোক বগৰাই নেপেলায়। সেই বতাহে যদি তোৰ নিচিনা মানুহ এটাক বগৰাবলৈ সক্ষম হয় তেতিয়া হ'লেতো সৰ্বনাশ।—বহুতো বাগৰিব।

তোৰ কথাবোৰ মই খুব মন দি শুনিছিলো। আগতে নভবা কথাবোৰ এতিয়া কিয় ভাবিবলৈ লৈছ? নিশ্চয় তই ইনফ্লুয়েন্স্‌দ হৈছ—কাৰোবাৰ, ক'ৰবাৰ বিষযুক্ত পাৰ্ভাৰ্টেদ চিন্তাধাৰাত! বিজয় নগৰ ধ্বংস কৰাৰ সময়ত বিজাপুৰ, গোলকুণ্ডা আৰু আহমেদ নগৰৰ সন্মিলিত সৈন্য বাহিনীয়ে দেখুৱা নৃশংসতা আৰু বৰ্বৰতাক ঢাকিবৰ কাৰণে তই বিশ্বইতিহাসৰ পাত ফালি উলিয়াই আনিলি বৰ্বৰ জেংগিছ খানক? আৰু কাকো নেপালি? ইতিহাসে ডাষ্টবিনত পেলাই দিয়া আবৰ্জনাবোৰ তই খুচৰি খুচৰি উলিয়াই আনি মোৰ আগত তুলি ধৰিলি? বিজয় নগৰ ধ্বংসকাৰী চুলতানকিজনৰ আৰু সৈন্যবিাকৰ নৃশংসতা ম্লান পেলাবলৈ মঙ্গোলৰাজ ছেংগিছ খানৰ নৃশংসতা বৰ্ণনা কৰিলি মোৰ আগত? তোৰ পৰা এনেবোৰ কথা-কাণ্ড মই কোনো দিন কেতিয়াও আশা কৰা নাছিলোঁ।" মই তাজ্জব মানিছো তোৰ কথাত।

অভিনৱৰ কথাকিটা জুবেলে বৰ মনোযোগেৰে শুনি আছিল। তেওঁৰ উষ্মা বহুত কমিল যেন লাগিছিল। কপালৰ ঘামবোৰ শুকাল। নতুনকৈ ঘাম বিৰিঙা নাই। কোঁচখোৱা চেলাউৰিযোৰ আগৰ নিচিনা হ'ল। হাত দুখনৰ মৃদু কঁপনিটো মাৰ গ'ল। মুঠতে জুবেলক সম্পূৰ্ণ শান্ত যেন দেখা গ'ল।

কথাখিনি কৈ অঁটোৱাৰ পিছত অভিনৱো আপেক্ষিক বাবে প্ৰকৃতিস্থ হ'ল। অভিনৱৰ এটা ডাঙৰ গুণ আছে। পেটত খুন্দিয়াই থকা কথাবোৰ বাহিৰ কৰি দিব পাৰিলে তেওঁৰ বুকুখন (আৰু লগতে পেটটোও) বহুত পাতল-পাতল লাগে। অকণো কপটভাব পেটত নেথাকে। সম্পূৰ্ণ পৰিষ্কাৰ হৈ পৰে।

জুৱেল আৰু অভিনৱ দুয়োটাৰে এটা বৰ বিশেষ ভাল গুণ আছে। অপৰিসীম ধৈৰ্য! এটাই কথা ক':লে আনটোৱে অত্যন্ত ধৈৰ্য সহকাৰে মনোযোগ দি শুনে আৰু পইণ্টবোৰ মনতে ন'ট কৰে। ইণ্টাৰফিয়েৰ নকৰে। কিছুমান মানুহে আনক কথা ক'বলৈকে নিদিয়ে। মুখতে ধৰে। যুক্তি-তৰ্ক শুনিবলৈতো ধৈৰ্য নায়েই। নিজৰ ক'বলগীয়া (বুলি ভবা) খিনি অনৰ্গল, আগ-গুৰি নোহোৱাকৈ কৈ যায়। শুনিবলৈ ধৈৰ্য বা অৱকাশ নাই।

এওঁলোক দুজন কিন্তু তেনেকুৱা নহয়। জুৱেলে কোৱাবোৰ অভিনৱে সুন্দৰকৈ শুনিছিল আৰু অভিনৱে খচ্‌খচ্‌কৈ কোৱা কথাবোৰো জুৱেলে ধৈৰ্য ধৰি শুনিছিল আৰু বুজিবলৈ চেষ্টা কৰিছিল।

তেওঁলোক দুজন কথাত ইমান মচ্‌গুল হৈ আছিল যে ৰমেনে ফ্ৰুট বাওল এটাত ক'লা আঙুৰ অলপ আৰু থাল এখনত আপেলৰ টুকুৰা কেইটামান কেতিয়াৱো দি থৈ গ'ল কোনেও ক'ব নোৱাৰিলে। দুয়োজনৰে অলপ ভোক লাগিছিলো হ'ব পায়। মোকোৰা মোকোৰে দুয়ো খাবলৈ লাগিল। দুয়ো বন্ধুৰে সেই ফল দুবিধ প্ৰিয়। কল খাই বেয়া পায়। খোৱাৰ পিছত মুখখন কিবা টেঙা টেঙা লাগে হেনো। লগৰ আন বন্ধু বান্ধৱে কলখোৱা দেখিলে তেওঁলোক দুটাই মস্কৰা কৰি কয়।" এই, কলখোৱা বান্দৰ! একে ভুকুতে কলখোৱা ধুতু উৰিব।"

খোৱাৰ পৰ্ব শেষ হোৱাৰ পিছত জুৱেল লাহেকৈ উঠিল। তেওঁ লাহেকৈ ক'লে,

—"অভিনৱ! মই যিখিনি ক'বলগীয়া আছে ক'লো। তই শুনিলি। তোৰ ক'বলগীয়াখিনি তই ক'লি, মই শুনিলো। বচ্‌ কথা ইমানেই। তোৰ পিছৰ কথাকিটা মনত ৰাখিম বাৰু। তোৰ লগত মনান্তৰ হোৱাটো মই নিবিচাৰো। কামনাও নকৰোঁ।

এতিয়া যাওঁ বাৰু। মোৰ লেঠা কেইটামান আছে। পৰহিলৈ ৰটাৰীলৈ যাবি নহয়? তাতে লগ পাম।"

জুৱেল গ'লগৈ। পিছে পিছে অভিনৱো নামি আহি তেওঁক বিদায় দিলে।

আজি দুয়োটাই আনদিনাতকৈ বেছি গহীন। দুয়োটাই যেন নিজৰ নিজৰ ভাবত বিভোৰ। দুয়োটাই যেন দুখন পৃথক পৃথিৱীত!

০০০০

।। ছয় ।।

## বিষবৃক্ষৰ বীজাঙ্কুৰ

সেইৰাতি দুয়োটাৰে টোপনি নাহিল। অভিনৱৰ ঘৰৰ পৰা আহি জুবেল কামলৈ ওলাই নগ'ল। দুপৰীয়া ভাত কিটা খাই বিচনাতে শুই শুই ভাৰ্ছিলিয়ানে লিখা 'জেংগিছ খান' নামৰ উপন্যাসখন পঢ়িবলৈ ল'লে। এটা অধ্যায় পঢ়াৰ পিছত পঢ়িবলৈ মন নগ'ল। কিতাপখন একপ্ৰকাৰ দলিয়ায়েই থলে টেবুলত।

তেওঁৰ একোতে মন বহা নাই। আনদিনা তেনে অৱস্থাত অভিনৱক লগ ধৰি চিনেমা চোৱা বা আড্ডা মৰা কিবা-কিবি লগ লাগি কৰিলেহেতেন। আজি আৰু সিজনক লগ ধৰিবলৈ মন নগ'ল।

জুবেল অকলেই ওলাই গ'ল। চিনেমাকে চাব। আলফ্ৰেদ হিচ্‌কককৰ 'চাইকি' চলিছে অনুৰাধাত। 'হৰৰ' চিনেমা চাই সি বৰ ভাল পায়। সেইখনকে চাব।

দুপেকেট ভজা কাজু জেপত ভৰাই সি চিটত বহিল। আনদিনাৰ দৰে বহাৰ পিছত দুয়ো কাষে কোন বহিছে চাই ল'লে। ধেৎ তেৰি! ধুনীয়া ছোৱালী এজনীও নাই ওচৰে-পাজৰে। তেওঁৰ কাষতে ভীমাকাৰ চৰ্দাৰজী এজন ; লগত ডাড়ি নথকা, কিন্তু প্ৰকাণ্ড মোচ থকা উত্তৰ ভাৰতীয় এজন। দুয়ো মচৰ-মচৰ কৈ বাদাম গুটি চোবাই আছে? তেওঁৰ বাওঁফালে কলেজীয়া ল'ৰা এজন ; চিৰিয়াচ টাইপৰ। ভাবুক বিধৰ যেন লাগে।

ইংলিছ চিনেমা চাওঁতে কাষত স্মাৰ্ট ছোৱালী এজনী বহি থাকিলে শ্ব' চোৱাৰ আমেজেই বেলেগ। কলিকতালৈ গ'লে লাইটহাউচত সেইকাৰণেই তেওঁ মৰ্ণিং শ্ব' চায়। তদুপৰি মন-মোহা সুগন্ধি আছেই। ছোৱালীবোৰে দামী-দামী ছেন্ট লৈহে চিনেমা চাবলৈ আহে হ'বলা। গোটেইখন গোন্ধে মল-মলাই থাকে। পিছে আজি ভেকেটা ভেকেট গোন্ধ হে! ভজা বাদাম, ঘাম আৰু কেবাদিনো নোধোৱা মোজাৰ গোন্ধহে তেওঁৰ নাকত লাগিছে। খিৰ-ৰিং কৈ বেল বাজিল। চিনেমা আৰম্ভ হ'ল।...

সেই ৰাতি জুবেলৰ একেবাৰেই টোপনি নাহিল। চকু মুদিলেই ভাঁহি আহে 'চাইকি' চিনেমাখনৰ ভয় লগা দৃশ্যবোৰ। হত্যাকাৰীটোৱে বুঢ়ী মানুহৰ বেশত, পকা চুলীয়া উইগ পিন্ধি চকীখনত বহি থকা দৃশ্যটো বাৰে বাৰে তেওঁৰ চকুৰ আগত ভাঁহি থাকে। চকুকিটা মেলি দিলেই বুঢ়ীজনীৰ কুৎসিৎ ছবিখন লাহে লাহে নাইকিয়া হৈ যায়।

কিন্তু বুঢ়ীবেশী হত্যাকাৰীটোৰ প্ৰতিচ্ছবিখন নাইকিয়া হৈ যোৱাৰ লগে লগে আন এখন ছবি ধীৰে ধীৰে তেওঁৰ মনশ্চক্ষুত ভাঁহি উঠে — চকুকিটা মুদি দিয়াৰ অলপ পিছতেই তন্দ্ৰাৰ ভাবটো আহিলেই এই দুখন ছবি অগা-পিছাকৈ আহি থাকে। ইখন আঁতৰি গ'লে সিখন, সিখন আঁতৰি গ'লে ইখন। বুঢ়ী ওলালে কাণত যেন বাজে হত্যাকাৰীটোৰ কেৰ্কেৰীয়া মাতটোৰে কোৱা ভয়লগা কথাবোৰ।

অ', সিখন ছবিৰ কথা কোৱাই নহ'ল। সিখন ছবি হ'ল অভিনৱৰ। চিলমিলিয়া টোপনিত অভিনৱৰ ছবিখন ওলালেই জুবেলৰ কাণত পৰে অভিনৱৰ গলগলীয়া মাতেৰে কোৱা কথাবোৰ। কথা বুলিলে ভুল হ'ব। ককৰ্থনাবোৰ। ৰাতি আধা টোপনি আধা সাৰ অৱস্থাত অভিনৱৰ কথাবোৰ অসংলগ্ন যেন লাগে। প্ৰলাপ যেন লাগে। দিনত কথাবোৰে তেওঁৰ খংটো প্ৰশমিত কৰাইছিল। ৰাতি কিন্তু তেওঁৰ জ্বলা জুইত ঘিঁউহে ঢালিছিল। তেওঁ খণ্ডত একো নাই হৈছিল।

মুঠতে গোটেই ৰাতি তন্দ্ৰাবেশত থকা অৱস্থাত তেওঁ দুখন চিনেমা চাইছিল। এখন ভয়লগা, আনখন খং উঠা। এতেকে তেনে অৱস্থাত টোপনি আহে কোন সময়ত?

ৰাতিপুৱা কুকুৰাই ডাক দিয়া শুনি জুবেলে ঘড়ী চাই দেখিলে তেতিয়া ঠিক চাৰিটা বাজিছে। তেওঁ উঠি কোট-কোটকৈ দুগিলাচ পানী খাই ল'লতহে গা-মনটো অলপ ভাল লাগিল। বাথৰুমলৈ গৈ পেচাব কৰি আহি আকৌ বিচনাত দীঘল দিলে।

কিয় জানো, তেওঁ নিজেই ক'ব নোৱাৰে— অভিনৱৰ ওপৰত খংটো আকৌ উঠিল দেখোন! যিমানেই তেওঁ চেষ্টা কৰে খংটো দমাবলৈ সিমানেই বেছিকৈ উঠিহে আহে।

বাৰে বাৰে জুবেলে নিজকে বুজাবলৈ চেষ্টা কৰিছে—এই খং নিৰৰ্থক। অমূলক। অনুচিত। অভিনৱৰ ওপৰত খং উঠাটো অন্যায়।

কিন্তু ক'তা? মনটোৱে বুজনি মনা নাই কিয়? তেওঁৰ দুটা মন আছে নেকি? আচৰিত! দুটাই দুটা কথা কয় নেকি? এটা মনে কয় : তোৰ পৰম বন্ধু অভিনৱ বৰ ভাল মানুহ। সি বেয়া ভাব লৈ, বেয়া উদ্দেশ্য লৈ কিতাপ লেখা নাই। বেয়া উদ্দেশ্য ঢাকিবলৈ কথা কোৱা নাই। তোক ফাকি দিয়া নাই। তই তাৰ ওপৰত আক্ৰোশ নেৰাখিবি। সিটো মনে কয় : নহয়, নহয়। সি নীচমনা! বিশ্বাসঘাতক! তোৰ সন্দেহ অমূলক নহয়। সি তোৰ বন্ধু নহয়। আপোন নহয়। জীৱন মৰণৰ বান্ধৱ নহয়।

সি তোৰ জাতিৰ শত্ৰু। সি মুছলমানক হীন হেয় প্ৰতিপন্ন কৰিবলৈ কিতাপ লেখিছে। মুছলমানক নৃশংস, বৰ্বৰ ঠেক মনোবৃত্তিৰ বুলি ইতিহাসৰ আঁৰ লৈ প্ৰমাণ কৰিবলৈ বিচাৰিছে। তাক বিশ্বাসত নল'বি। তাৰ ওপৰত প্ৰতিশোধ লবি। ভয়ঙ্কৰ প্ৰতিশোধ!

জুবেল ঘামি গৈছে। বিচনাচাদৰখন তিতি গৈছে। দৰ-দৰাই ঘামবোৰ পেটৰ পৰা, বুকুৰ পৰা বৈ গৈ পিঠিয়েদি বাগৰি বিচনাচাদৰখন তিয়াই দিছে।

*সেই মুহূৰ্ততে জুবেল ৰূপান্তৰিত হ'ল। অৱচেতন মনত থকা আক্ৰোশবোৰে ধীৰে ধীৰে তেওঁৰ চেতন মনটো অধিকাৰ কৰিলে।*

তেওঁ থিৰ কৰিলে ; কিছুমান প্ৰমূল্যৰ কাৰণে তেওঁ বন্ধুত্বক, মানে ব্যক্তিকেন্দ্ৰিক বন্ধুত্বক বিসৰ্জন দিব। দিবই লাগিব। তেওঁ প্ৰতিশোধ ল'ব। ল'বই লাগিব। জাতিৰ কাৰণে, ধৰ্মৰ কাৰণে, বন্ধু কি? নিজ ভাৰ্যা, নিজ পুত্ৰ, নিজ পিতৃ-মাতৃকো তেওঁ বিসৰ্জন দিব।

ইব্ৰাহিমে আল্লাৰ সন্তুষ্টিৰ কাৰণে নিজ পুত্ৰৰ ডিঙিত চুৰি বহুৱাবলৈ উদ্যত হোৱা নাছিল জানো?

জুবেলে প্ৰতিজ্ঞা কৰিলে, প্ৰতিশোধ ল'ব ; কিন্তু কেনেকৈ ল'ব, কেতিয়া ল'ব সেইটো সময়েহে ক'ব। কিন্তু এটা কথা ঠিক যে তেওঁ অভিনৱক প্ৰাণে নেমাৰে। হত্যাৰে প্ৰতিশোধ নলয়। অন্য পন্থাৰে। এনেকুৱা ভাবে, এনেকুৱা ধৰণে প্ৰতিশোধ ল'ব যে সেইটো হ'ব হত্যাতকৈও নিৰ্মম।

জুবেলে কিন্তু সদায়ে অভিনয় কৰিয়েই যাব। অভিনৱে কেতিয়াও বুজি নেপাব যে জুবেলে জুই একুৰা সাঁফৰ মাৰি থৈ দিছে। বন্ধুত্ব আগৰ দৰেই চলি থাকিব। বৰঞ্চ বেছি গাঢ়হে হ'ব। মাথো ভয় লাগে জুবেলৰ বন্ধুত্বৰ ভাও দিওঁতে দিওঁতে সচাঁকৈয়ে যদি আগৰ নিচিনা হৈ যায়? অভিনৱৰ যে কথা কোৱাৰ অদ্ভুত শক্তি আছে! তেওঁ যদি অভিনৱৰ কথাত-কামত মোহাচ্ছন্ন হৈ প্ৰতিশোধৰ কথা পাহৰে? তেতিয়া কি হ'ব? মানুহৰ মন হে!

নাই, নাই, সেইটো হ'বলৈ দিব নোৱাৰি। তেওঁ মন বান্ধিব লাগিব। গোবৰৰ খুটিত নহয়, শিলৰ খুটিত।

তাৰ পিছতহে জুবেলৰ টোপনি আহিল। গোটেই পুৱাটো তেওঁ শুলে। সাৰ পালে যেতিয়া, তেতিয়া ঠিক দহটা বাজিছে।

সেই ৰাতি অভিনৱৰো টোপনি নাহিল।

তেওঁৰ কথাবোৰত, যুক্তিবোৰত জুবেল কিমান পতিয়ন গৈছে সেইটো ভাবিবলগীয়া। যাওঁতে কিন্তু সি অভিনৱৰ পৰা বিদায় লওঁতে বৰ মেকানিকেলি বিদায় ল'লে। এটা গতানুগতিক প্ৰস্থান। "তই কলি, মই শুনিলো ; মই ক'লো, তই শুনিলি"- - সেইটো কি ধৰণৰ মন্তব্য সি দি গ'ল যোৱাৰ সময়ত।

আনকালেতো তেওঁলোক দুজনৰ মাজত বিদায় পৰ্ব তেনেধৰণেৰে নহয়। যাবৰ সময়ত দুয়োটাক দেখিলে এনেকুৱা লাগে যেন ইটোৱে সিটোক এৰিকে নিদিব।

এটা গধুৰ মন লৈ বিচনাত উঠাৰ কাৰণেই হ'বলা অভিনৱৰ ৰাতি টোপনি নাহিল। সাধাৰণ এখন কিতাপৰ বিষয়বস্তুক লৈ জুবেলে নো এটা ইছু কৰি পেলাব লাগেনে?

— সি নো জাত-পাতৰ কথা ভাবিব লাগেনে? সি হঠাতেই গোটেই কথাবোৰ হিন্দু-মুছলমানৰ ৰহন লগাই চাব লাগেনে? সেইটো 'কালাৰ' সি কেলেই দিছে? তাৰ কি হৈছে? আগেয়েতো সি তেনেকুৱা নাছিল। এনেধৰণে জুৱেলে কোনো দিন চিন্তা কৰা নাছিল—কথা কোৱাটো দূৰৰ কথা।

বাংলাদেশত সি কোনোবা মৌলবাদীক লগ পাইছে নেকি? সিতো কাৰবাৰ-সংক্ৰান্ত কামত কমেও মাহেকত এবাৰ বাংলাদেশলৈ যাব লগাত পৰে। তাত ফাণ্ডামেণ্টেলিষ্ট গ্ৰুপে তাৰ ব্ৰেইন ওৱাছ কৰিছে নেকি? তাৰ পৱিত্ৰ, নিৰ্মল মনটো বিষাক্ত কৰিছে নেকি?

এইবোৰ কাৰণতেই অভিনৱে বাৰে-বাৰে জুৱেলক কৈছিল, "ভাই! মেৰে দোস্ত! তোৰে-মোৰে মতৰ অমিল হ'লেও, মনৰ অমিল হ'ব নেলাগে কিন্তু! মতৰ অমিল হোৱাৰ কাৰণো অৱশ্যে নাই, মোৰ মনেৰে।" কিন্তু ক'তা! জুৱেলৰ মনটো দেখোন গোমোঠা হৈয়েই থাকিল। ফৰকাল নহ'ল দেখোন?

অভিনৱে গোটেই ৰাতি ভাবিলে। সৰুৰে পৰা একেলগে খেলা, পঢ়া-শুনা কৰা, ডাঙৰ-দীঘল হোৱা দুই বন্ধুৰ মাজৰ সম্বন্ধত ফাট মেলিব খুজিছে কিয়?

কিন্তু নাই, নহয়। ফাট নেমেলে। ফাট বন্ধ হ'ব। বৰ ভূইকঁপত দেখা নাই জানো?—ভূমিকম্পৰ এটা প্ৰচণ্ড জোকাৰণিত এটা প্ৰকাণ্ড ফাট মেলে ; পিছ মুহূৰ্ততে আন এটা প্ৰৱল জোকাৰণি অহাৰ লগে লগে আগতে হোৱা সেই প্ৰকাণ্ড ফাটটো জাপখাই বন্ধ হৈ পৰে।

সিহঁত দুয়োটাৰ মিত্ৰতাৰ কপকপীয়া বান্ধোন ছিগিছে যদিও বা ছিগিব খুজিছে যদিও আকৌ জোৰা লাগিব। বন্ধুত্বৰ সম্বন্ধত ফাট মেলিছে যদিও ফাট বন্ধ হ'ব।

০০০

## ।। সাত ।।

# বিয়া ওচৰ চাপিছে

সময়বোৰ লাহে লাহে পাৰ হৈছে। গম ধৰিব নোৱৰাকৈয়ে পাৰ হৈছে। লাহে লাহে, কিন্তু নিশ্চিত ভাবেই সময় গৈ আছে।

সকলো ব্যস্ত। ব্যস্ততাৰ মাজতে জীৱন। যথাৰ্থতা আছেনে নাই কোনেও ক'ব নোৱাৰে ; কিন্তু ব্যস্ততা আছে।

ডাঃ অভিনৱ বৰুৱা ব্যস্ত, বেমাৰী চোৱাত আৰু টকা ঘটাত। টকাৰ এতিয়া তেওঁৰ প্ৰয়োজন বেছি। কাৰণ বিয়াখনো ওচৰ চাপিছে। ছোৱালীজনী চৌখিন। ডাঙৰ মানুহৰ, মানে, ধনী মানুহৰ ছোৱালী। চাহ বাগানৰ মালিকৰ একমাত্ৰ কন্যা। এতেকে সেই অনুপাতে জোৰোণত কাপোৰ-কানি, আ-অলঙ্কাৰ, প্ৰসাধনৰ সামগ্ৰীৰ জোগাৰ কৰিব লাগিব। বহুত টকাৰ সেইকাৰণেই প্ৰয়োজন। বিয়াখনটো জাকজমকীয়াকৈয়ে পাতিব লাগিব।

পিছে কেইটামান কথাত অভিনৱৰ মনটো বৰ ভাল নহয়।

জুবেলৰ লগত 'খেলি-মেলি' লগাৰ পিছত "অতীতৰ গৰ্ভত হেৰাই যোৱা সম্ৰাট কৃষ্ণদেৱৰায়" খন সম্পূৰ্ণ কৰিব পৰা নাই। কিতাপখনৰ নামটোও বৰ ভাল লগা নাই। কেবাটাও অধ্যায় লিখিলে; কিন্তু দেখুৱাব কাক? নেদেখুৱালে, ভাল-বেয়া মতামত নেপালে, তেওঁ আগুৱাব নোৱাৰে। জুবেলদালকতো আৰু দেখুৱাব নোৱাৰি। 'পঢ়ি চা' বুলি ক'ব নোৱাৰি। সি বা কি মূৰ্তি ধৰে? মহা বিপদ। সেইকাৰণতে লেখাটোত শিথিলতা আহি পৰিছে। কিতাপখন সম্পূৰ্ণ কৰিব পাৰে নে নোৱাৰে সন্দেহ। আৰু এটা কথা। জুবেল আৰু অভিনৱৰ বন্ধুত্বৰ সম্পৰ্ক অটুট আছে হয়—পিছে আগৰ নিচিনাকৈ সিহঁত হাল যেন মুকলি নহয়। অৱশ্যে সেইটো অনুমানহে। এতিয়াও দুয়োটাই একেলগে, সুবিধা পালেই সময় কটায়। চিনেমা চায়। পাৰ্টি খায়। ফুৰে। আড্ডা মাৰে। নানান আলোচনা কৰে ইত্যাদি। কিন্তু 'কিতাপখনৰ' কথা নেপাতে। সেই লিখি থকা 'কিতাপখন'ৰ কথা। ইচ্ছা কৰিয়েই তেওঁ সেই টপিকটো এৰাই চলে।

জুবেলটো সদায় ব্যস্ত। ব্যস্ততা তেওঁৰ কাৰণে একো নতুন কথা নহয়। কিন্তু অদৰকাৰী কামত ব্যতিব্যস্ত হৈ থাকিব লগাতহে তেওঁ বৰ দিগদাৰী পায়। সেই ৰাজহুৱা সভাবোৰত ৰাইজক বুৰ্বক জ্ঞান কৰি 'লম্বা-লম্বা' কথা কোৱা সেই নেতা নে ফেতাবোৰৰ কাণ্ড-কাৰখানাতহে তেওঁ জ্বলি-পুৰি মৰে। ৰাজহুৱা ভাবে ক'ব এটা, ভিতৰুৱাকৈ কৰিব (বা ক'ব) আন এটা। আমাৰ 'ৰাইজ'বোৰো! সেই নেতা গালে আদৰ্শৰ কথা ক'লে,

উপদেশমূলক কথা ক'লে লগে-লগেই নিয়মমতে সভাকক্ষ ত্যাগ কৰিব লাগে। পিছে, ৰাইজগালে কৰিব কি? ভেবা লাগি 'নেতাৰ' মুখলৈ চাই তেখেতৰ অমৃতবাণী শুনিব। "সেই তপা, গেৰেলাটোৱে অসম-বাংলাদেশৰ সীমাত কাঁটা তাঁৰৰ বেৰা দিয়াৰ কথা কয়। চোৰাং বেপাৰ বন্ধ কৰাৰ কথা কয়—পিছে মোক তেওঁৰ চেম্বাৰত অকলশৰীয়াকৈ পালে কয়, 'খালেক চাহাব, আপোনাৰ কাৰবাৰ চলাই যাওক। মোৰ আপত্তি নাই। কেন্দ্ৰীয় চৰকাৰে আবকাৰী শুল্ক বা আমদানি শুল্ক নেপালেইবা? মোৰ, মানে আমাৰ অসম চৰকাৰৰ কি লাভ-লোকচান? মাত্ৰ মই....। মই সন্তুষ্ট থকালৈকে আপোনাৰ একো দিগদাৰী নহয়। হ'বলৈ নিদিওঁ।' ছালা! দুমুখীয়া! আমি অপৰাধী নে তহঁতৰ নিচিনা নেতা-পালিনেতাবোৰ অপৰাধী?" জুবেলে ভোৰ-ভোৰায়।

তেনেকৈয়ে তেওঁ মনৰ খং মনতে মাৰ নিয়ায়। পিছে জুৰে এৰিলেও কৰ্পটিয়ে নেৰে। তেওঁৰ আকৌ খং উঠে। আকৌ এনি-তেনি দৌৰিব লাগে। আকৌ অদৰকাৰী ব্যস্ততা চুৰু হৈ যায়। 'ঘাটিবোৰ'লৈ দৌৰা-দৌৰি কৰিব লাগে।

প্ৰতি বাকচ ইলিচ মাছত... হেজাৰ টকা জি, টি (G.T.) অৰ্থা গুণ্ডা টেক্স দিব লাগ্‌গে। 'তেখেতসকলক'। নিদিলে......! জি. টি.ৰ হাতৰ পৰা স্বয়ং মুখ্যমন্ত্ৰীয়েও বচাব নোৱাৰে। নিশকতীয়া পুলিচে কি পাৰিব? নিশকতীয়া পুলিচে অৱশ্যে পিলিঙা চোৰৰ পৰা বৰ্চাব পাৰিব!

পুলিচক নো অকলে দোষ দি কি লাভ? নেচনেল চচিয়েলিষ্ট কাউন্সিল অব নাগালেণ্ডৰ মুৰব্বী মুইভাক ভুৱা পাৰপত্ৰ ব্যৱহাৰ কৰাৰ অপৰাধত গ্ৰেপ্তাৰ কৰাৰ সাতদিনৰ পিছতে থাইলেণ্ডৰ এখন আদালতে বিচাৰ কৰি এবছৰৰ কাৰাবাসৰ নিৰ্দেশ দিয়ে। এইটো আমাৰ দেশত (ভাৰতত) সম্ভৱ নে? ইমান খৰতকীয়া No nonsense বিচাৰ আমাৰ দেশত কোনোবাই আশা কৰিব পাৰে নে? পুলিচ নিৰুৎসাহ নহ'ব কিয়? আমাৰ যে আইন-আদালত আছে, ন্যায় পালিকা আছে, উকীল আছে, ওকালতি আছে, সাক্ষী কিনা-বেচা আছে! ভৰি চোঁচৰোৱা ব্যৱস্থা আছে, ৰাজনৈতিক হেঁচা আছে, ভোট বেঙ্কৰ কথা আছে, 'ধৰ্ম নিৰপেক্ষতা'ৰ কথা আছে, মানৱীয়তাৰ কথা আছে, আন্তৰ্জাতিক আইনৰ কথা আছে, নৈতিকতাৰ কথা আছে, আৰু উৎকোচবাদৰ কথা আছে।! কিন্তু ন্যায়ৰ (justice) কথা নাই!!! ঔচিত্যৰ কথা নাই!!!!

জুবেলে খণ্ডত বলকি থাকে। সাধাৰণতে অভিনৱৰ আগতেই তেওঁ প্ৰাণভৰি বলকি মনৰ খং মাৰ নিয়ায়। অভিনৱে হাঁহে যদিও অনুভৱ কৰে যে জুবেলৰ কথাত যুক্তি আছে। তেওঁ কাঠ হাঁহিহে মাৰে। "অৰণ্য ৰোদন"। তেওঁ কয়।

জুবেল কিন্তু ক্ষান্ত নহয়। বলকিয়েই থাকে। "মাথা খটাই, হাড় ভাঙি, হাড়ক মাটি কৰি, তেজক পানী কৰি টকা ঘটিম, আৰু এগালে ফাওতে, ওপৰতে আমাৰ দুখৰ টকাবোৰ খাব। বৰ দুখ লাগে অ' অভিনৱ! বৰ খং উঠে! তয়ো টকা ঘট। ডাক্তৰবোৰে প্ৰয়োজনতকৈও বেছি টকা ঘটে বা লয় দুৰ্বল নিশকতীয়া, এই মৰোঁ

এই মৰোঁ অৱস্থাৰ বেমাৰী গালৰ পৰা। (You cure their ills with your pills but kill them with your bills!) পিছে তইঁতে অন্ততঃ বেমাৰীগালক চিকিৎসা কৰ। মৰিবলৈ ধৰাবোৰক বচাব (অন্ততঃ কিছুমানক)। সিইঁতে কি কৰে? ফাওতে টকা ঘটে। ওপৰতে। ইইঁতবোৰেই পৰজীবী, পেৰাচাইট।"

"ৰ-ৰ, ভোৰভোৰাই নেথাকিবি। শুন, মোৰ কথা। বিয়াখন, (মানে মোৰ বিয়াৰ কথা কৈছো অ'!) পালেহিয়েই নহয়।" অভিনৱে লাহেকৈ ক'লে।

"পিছে, মই কি কৰিব লাগে? তোৰ জাগাত মই দৰাৰ চিটত বহিবগৈ লাগে নেকি? তই ভয় খাইছ যেন পাইছো। কবি, মই কি সহায় কৰিব লাগে? টকা-চকা লাগিলে কবি। দিম। মইতো বিয়া নেপাতোঁৱেই ; তোৰ বিয়াখনতে খৰচ কৰিম।" জুবেলে কথাৰ পাক বেলেগ হোবাৰ কাৰণে অলপ বিৰক্তি অলপ দুষ্টামিৰ ভাবেৰে ক'লে। শেষৰ বাক্যষাৰত অৱশ্যে সহৃদয়তা ফুটি উঠিছিল।

"চা, জুবেল! তোৰ ওচৰলৈ মই টকা বিচাৰি অহা নাই। তেনেকৈ কথা ক'লে মাৰ খাবি কিন্তু। তোৰ দিহা-পৰামৰ্শ অলপ লাগে অ'। জানই নহয়, মই মানুহটো বৰ প্ৰেক্টিকেল নহয়।"

"ঠিক আছে। হ'ব দে। আজি মোৰ মুদ নাই। কাইলৈ বান্দা তোৰ ঘৰত পুৱাই হাজিৰ হ'ব। ব্ৰেকফাষ্ট ৰেডি কৰাই থবি। একেলগে পুৱাৰ জলপান বহুদিন খোৱা নাই অ'।"

অভিনৱে কথা শুনি ভাল পালে; জানিলে, ডাবৰ আঁতৰিল। সহায় কৰোঁ বুলিলে জুবেলে চব কৰিব। এইবিলাক কামত সি ওস্তাদ।

"বৰ ভাল কথা। আহিবি সোনকালে। ৰমেনেও ভাল পাব। তোৰ কথা সি প্ৰায়েই কয়। পনীৰৰ তৰকাৰিখন সি নিশ্চয় বনাব। তই ভাল পাব বুলি সি জানে।"

"পিছে, এটা কথা অ' অভিনৱ। লোকৰ ছোৱালী এজনী তোৰ ঘৰত সোমোৱাৰ পিছত সেইগৰাকীয়েই হে পৰিব সৰ্বময়ী কৰ্ত্ৰী। তেতিয়াতো তইঁতৰ তাত আমাৰ হ'ব প্ৰৱেশ নিষেধ।" জুবেলে হাঁহি হাঁহি ক'লে।

অভিনৱে তৰ্জনী আঙুলিটো টোঁৱাই জুবেলক ক'লে,

"খবৰদাৰ! এনেকুৱা কথা ভুলতো মুখলৈ নানিবি। তোৰ কাৰণে "প্ৰৱেশ নিষেধ হ'বই নোৱাৰে। দুৱাৰ খোলা থাকিব সদায় তোৰ কাৰণে। বৰঞ্চ, দুৱাৰত লেখা থাকিব 'স্বাগতম'!"

সৰ্বানন্দ বৰুৱাও বৰ ব্যস্ত। বাগিছাৰ কামত, বিয়াৰ কামত, ঘৰ-দুৱাৰ ঠিক-ঠাক কৰোৱাৰ কামত।

এইকেইদিন বেছ বৰষুণ দিছে। ৰাতি ৰাতি বৰষুণ, দিনত ৰ'দ। চাহগছৰ কাৰণে উত্তম বতৰ। ৰাতিৰ বৰষুণে মাটি টুকুৰা জীপাল কৰি তুলিব আৰু দিনৰ ৰ'দৰ পোহৰে

ধুনীয়াকৈ ফটোচিন্থেচিচ কৰি পাতবোৰ সজাল আৰু সতেজ কৰি তুলিব। পাত বেছ পোৱা যাব। ধুনীয়া flushing হৈছে। মাত্র pluckingত চকু দিব লাগে। আজি-কালি লেবাৰ, মহৰী চবেই ফাকি দিবলৈ বিচাৰে। চাহৰ কোৱালিটি মেইণ্টেনেন্সৰ ওপৰত বৰুৱা চাহাবে বেছ নজৰ দিয়ে। গুৰুত্ব দিয়ে। তেওঁ ষ্টাফক হুকুম দিয়ে যাতে পাত তোলোঁতে 'দুটি-পাত-এটি কলিৰ (Two leaves and a bud) পাত তোলা প্রক্রিয়াটো সম্পূর্ণ ভাবে মানি চলে সকলোৱে।

পলীৰ বিয়াৰো দিন চমু চাপি আহিছে। তাইৰ বিয়াখন ধুমধামকৈ পাতিবলৈ তেওঁৰ ইচ্ছা। বহুত কাম। অলঙ্কাৰ পাতিৰ অর্ডাৰ দিয়া। কাপোৰ-কানিৰ অর্ডাৰ দিয়া। ৰিচেপ্‌চনৰ খোৱাৰ আইটেম্‌বোৰ ঠিক কৰা। অৱশ্যে পলীৰ মাকে অলঙ্কাৰ আৰু কাপোৰ কিসাজৰ জোগাৰ কৰিছেই। বৰুৱাই মাত্র অসমীয়া অলঙ্কাৰৰ চেৎটোৰ কাৰণে যোৰহাটলৈ গৈ বৰদলৈ সোণাৰীৰ তাত অর্ডাৰ দিবলৈ বাকী আছে। লোকাপাৰ-তোকাপাৰ এইবোৰ হে আকৌ তেওঁৰ পচন্দ। বৰুৱাই এইবোৰ ভাল নেপায়। তেওঁ ভাল পায় পার্ল চেৎ। আমেৰিকাৰ পৰা তেওঁ দুটা পার্ল চেৎ অনালে। এটা ডাঙৰ ডাঙৰ মণিৰ, এটা অলপ সৰু চাইজৰ। বৰ মৰম লাগে চেৎ দুটা। এটা শুদ্ধ বগা আৰু ইটো নীলা চানেকীয়া। পলীৰ বগা ডিঙিত বৰ শুৱাব। প্রিন্সট'নত থকা ড° পাত্রই বৰ উপকাৰ কৰিলে বস্‌তু কিপদ আমেৰিকাৰ পৰা আনি দি।

অভিনৱৰ বায়েক বন্দনা বৰা অতিশয় ব্যস্ত। বিয়াখনৰ গোটেই দায়িত্ব তেওঁৰ ওপৰতেই। অভিনৱে একো নেজানে। নেজানিবৰে কথা। সি নো কেইখন বিয়া পাতিছে? সি মাত্র টকাটোৰহে জোগাৰ দিব। বাকীখিনি বায়েক-ভিনিহিয়েকেই কৰিব লাগিব।

অঁকৰাটোৱে আকৌ ফার্নিচাৰৰ অর্ডাৰ দিবলৈ বায়েক-ভিনিহিয়েকক লগ ধৰিছিল। বায়েকৰ খঙেই উঠিছিল। ভিনিহিয়েকেহে কথাটো পাতল কৰি অভিনৱক বুজাই ক'লে যে কইনা ঘৰীয়াইহে ফার্নিচাৰৰ অর্ডাৰ দিব। সেইবোৰ পলীৰ লগত সর্বানন্দ বৰুৱাই দিব। শোৱা পালেঙৰ পৰা ভাতখোৱা-চাহখোৱা ডাইনিং চেৎ, ড্ৰেচিং টেবুল ইত্যাদি-ইত্যাদি।

যি কি নহওক সকলোৱেই নিজৰ নিজৰ কামত ব্যস্ত। আগন্তুক বিয়াখনে সংশ্লিষ্ট সকলো মানুহকে কর্মব্যস্ত কৰি তুলিছে।

পলীৰ ব্যস্ততাৰ ধৰণটোৱেই বেলেগ। ইউনিভাৰ্চিটিৰ পৰা অহাৰ পিছত ঘৰৰ ভাত খাই তেওঁৰ দুই কেজি ওজন বাঢ়িছে। (ভাবিবকে নোৱাৰি পাই!) এতিয়া ওজন কমাব লাগে। তাৰ একমাত্র উপায় আছে ডাঙৰকৈ ডেক্‌টো বজাই লগে লগে নচা। মানে aerobics কৰা বুলিবই পাৰি। মিচ্ চন্দ্ৰাৰ তাত তেওঁ aerobics শিকিছিল। হুইগফিল্ডৰ 'চেটাৰডে নাইট' কেচেটটো বজাই নাচি তেওঁ বৰ ভাল পাইছিল। "ফাইভ-চিক্স-চেভেন-এইট" আৰু "মেকাৰণা" বজাই নাচি-নাচি তেওঁ ঘাঁমি যায়। 'উই লাইক টু পার্টি' শুনিও নাছে। ককাল ভাঙি-ভাঙি নাচি নাচি ভাগৰি যায়।

নাচি ভাল পায় কাৰণেহে যে তেওঁ নাচে সেইটো নহয়। উদ্দেশ্য কেবাটাও : প্ৰথম আৰু প্ৰধান উদ্দেশ্য হ'ল– ফিগাৰ ঠিক কৰা। পলীয়ে নিজৰ ফিগাৰৰ প্ৰতি বিশেষ মন দিয়ে। কঁকালটো হ'ব লাগে সৰু, খামুচীয়া (হয়ো!), বুকু হ'ব লাগে উঠন কিন্তু লাহি, (হয়!) নিতম্ব শকত কিন্তু গোলাকাৰ (হয়-হয়েই!)।

দ্বিতীয় উদ্দেশ্য হ'ল– ওজন কমোৱা। আৰু তৃতীয় উদ্দেশ্য হ'ল – শৰীৰটো কাৰ্যক্ষম কৰি ৰখা। মুঠতে পলীয়ে দেহৰ গঠন আৰু সুস্বাস্থ্যৰ কাৰণে যথেষ্ট ব্যস্ত হৈ থাকে। প্ৰসাধনৰ ওপৰত গুৰুত্ব তেওঁ নিদিয়ে। পাতলীয়াকৈ প্ৰসাধন কৰে। তেওঁৰ মুখৰ আৰু গাৰ ছালখন কেৱল বগায়েই নহয় ; চাটিন কাপোৰ দৰে নিমজ। যাক ক'ব পাৰি "smooth as alabaster stone"।

বিয়াখন ওচৰ চাপিছে যদিও সেইবোৰ কাৰণত তেওঁ সমূলি ব্যগ্ৰ নহয়। মাক-দেউতাকে, বাগানৰ মানুহবোৰে যি কৰিব লাগে কৰি আছে। তেওঁৰ কৰিবলগীয়া একো নাই। নিজক লৈয়ে তেওঁ ব্যস্ত। কি কি বস্তু খালে লিভাৰ ভালে থাকে, গাৰ ছাল ভালে থাকে সেইবোৰৰ তেওঁৰ পূৰা হিচাপ। খোৱা-বোৱাও সেইমতেই কৰে। তেওঁলোকৰ ঘৰত টেবুলটেনিচৰ ব'ৰ্ড এখনো আছে। তেওঁলোকৰ বাগানৰে মেনেজাৰৰ ছোৱালী অঞ্জুমণিৰ লগত প্ৰায়েই গধূলি গধূলি টেবুল টেনিচ খেলে অন্ততঃ দুঘণ্টামান।

এনেকৈয়ে তেওঁ ফিগাৰটো ট্ৰিম কৰি ৰাখে। থাকিব নলগীয়া অংশত সেইকাৰণে তেওঁৰ চৰ্বী সমূলি নাই। বহুতৰ দৰে তলপেটটো ফুলি থকা নহয় ; প্ৰায় চেপেটা আৰু নিমজ। পেটটোতো ওলমিব পৰা চৰ্বী নাই। প্ৰায় সমান।

সেইকাৰণেই, Belly line অৰ্থাৎ নাইটোৰ তলত জিন্স পিন্ধিলে পলীক বৰ ভাল লাগে। ভাল দেখি। তেৱোঁ সেইটো কথা জানে, আৰু সেইধৰণে পিন্ধেও প্ৰায়ে।

সেই একেজনী পলীয়েই সৰস্বতী পূজাত বা ৰঙালী বিহুত যেতিয়া মুগা বা পাটৰ (প্ৰায়ে পাটৰ) মেখেলা-চাদৰ পিন্ধি কপালত ৰঙা ফোটটো লৈ, অসমীয়া অলঙ্কাৰ পিন্ধি বাটলৈ ওলায়, তেতিয়া সাইলাখ গোসানী যেন লাগে। সৰলতা আৰু সৌম্যতাৰ প্ৰতীক যেন লাগে। পৱিত্ৰতাৰ প্ৰতিমূৰ্তি যেন লাগে।

পলীৰ সেইটোৱেই বিশেষত্ব। স্থান, কাল আৰু পাত্ৰ অনুযায়ী নিজকে সেইমতে তুলি ধৰিব পাৰে, কথা ক'ব পাৰে আৰু সজাব-পৰাব পাৰে। ইনদ'ৰ ষ্টেডিয়ামত চুটি পেণ্ট পিন্ধি টেবুল টেনিচৰ চেম্পিয়নচিপ খেলি থকা পলী, সৰস্বতী পূজাত জাকি মাৰি ওলাই অহা গাভৰু জাকৰ মাজত জিলিকি থকা পলী, জিন্স আৰু জেকেট পিন্ধি ঘোঁড়া দৌৰ চাবলৈ ওলোৱা পলী যেন সম্পূৰ্ণ বেলেগ তিনিজনী ছোৱালী। কিন্তু এটা কথা ঠিক যে যি বেশতেই থাকক বা যেনেকুৱা পৰিস্থিতিতে থাকক পলী সদায় আকৰ্ষণীয়। মোহনীয়া সুন্দৰী, মন-মোহিনী!

০০০

## ।। আঠ ।।

# পলী বৰুৱাৰ মনৰ কথা

মোৰ নাম পলী বৰুৱা। পলী বুলিলে গুৱাহাটীত ডেকাৰ পৰা বুঢ়ালৈকে সকলো পাগল। মোক লৈ মানুহবোৰ কিয় বলীয়া মই ক'ব নোৱাৰোঁ!

মই মোৰ নিজৰ ধান্দাত থাকোঁ। দেউতাৰ একেজনী ছোৱালী হিচাপে মই বৰ সযত্নত লালিত-পালিত। যি বিচাৰোঁ তাকে পাওঁ। দেউতাৰ টকাৰ অভাৱ নাই। বাগান আছে। ফাৰ্ম আছে। ৩০ জনী জাৰ্চি গাই আছে। আৰু বহুত কিবাকিবি আছে।

মোৰো বহুত কিবাকিবি আছে। সৌন্দৰ্য আছে। স্মাৰ্টনেচ আছে। মোৰ ফিগাৰ ভাল। মডেল হওঁ বোলা হ'লে মই চুপাৰ মডেল নহ'লেও, টপ মডেল হ'লোহেঁতেন। টুৰ্ণামেণ্ট খেলিবলৈ বোম্বাইলৈ যাওঁতে টেবুল টেনিচ খেলি থকা অৱস্থাত ভাৰতৰ আগৰ বেডমিণ্টন চেম্পিয়ন নান্দু নাটেকাৰৰ ভায়েক গাঙ্গু নাটেকাৰে দেখি তাতেই প্ৰস্তাৱ দিছিল মডেলিং কৰিবৰ কাৰণে। গাঙ্গু নাটেকাৰ এটা ডাঙৰ মডেলিং কোম্পানীৰ প্ৰ'মটিং এজেণ্ট। মই লগে লগেই প্ৰস্তাৱ নাকচ কৰিছিলোঁ। কিবা ভাল নেলাগে দেখোন! (এতিয়া পাচে মাজে মাজে পস্তাওঁ।)

সবাতোকৈ ডাঙৰ কথা (অন্তত: মই ভাবোঁ) যে মোৰ এটা আটক ধুনীয়া মন আছে। মনটোত আনন্দৰ নিজৰা বৈ থাকে। মই নেহাঁহিলেও হেনো মোক হঁহা যেন দেখি! নেনাচিলেও হেনো নচা যেন দেখি! অৱশ্যে চকুকিটাই মোৰ সদায় হাঁহিয়েই থাকে। মুখেই (নে চকুৱেই?) হেনো মনৰ দাপোন।

পিছে এটা কথা। সচৰাচৰ মানুহে ভবা ধৰণৰ 'ভাল ছোৱালী' মই নহওঁ নেকি? সীতা-সতী-সাবিত্ৰীৰ লাইনত মই নপৰোঁ নেকি?

মই জীৱনটো উপভোগ কৰিবলৈ বিচাৰোঁ। সতী-সাবিত্ৰীৰ আদৰ্শ ৰাখি থৈ যাবলৈ নিবিচাৰোঁ। আদৰ্শৰ কাৰণে তিল-তিলকৈ কষ্ট ভূগি লঘু-লাঞ্ছনা সহি 'দুৰ্লভ মনুষ্য জীৱনটো' অথলে নিয়াব নিবিচাৰোঁ।

চিত্ৰ তাৰকা সোণালী বেন্দ্ৰেই ঠিকেই কৈছিল, —"জীৱনটো উপভোগ কৰিবৰ কাৰণে। মই জীৱনটো উপভোগ কৰিম। ENJOY! come what may!"

ৰেখাইও তেনেধৰণেই কথাবোৰ কয়। সেইকাৰণেই ৰেখাক মোৰ বৰ ভাল লাগে। Down to earth কথাবোৰ কয়। গিৰিয়েকটোৱে (বেচেৰা!) ৰেখাৰ দোপাট্টাখনেৰে চিপজৰী লৈ আত্মহত্যা কৰিছিল। পিছে ৰেখাই শুনি কি ক'লে? ৰেখাই ক'লে "কি আচৰিত! এইবোৰ কথাতনো (মানে প্ৰেম-বিবাহ ইত্যাদিৰ কথাত) মানুহে আত্মহত্যা কৰেনে?" ৰেখাৰ গাৰ নোমেই নলৰিল। তেওঁ গ'ল ষ্টুডিঅ'লৈ। সিজন গ'ল শ্মশানলৈ।

মৰো ৰেখা, সোণালীহঁতৰ নিচিনাকৈ চেণ্টিমেণ্ট ফেণ্টিমেণ্টবোৰক বৰকৈ প্ৰশ্ৰয় দিবলৈ নিবিচাৰোঁ।

চালমান খান, টাবু, সোণালী বেন্দ্ৰে আৰু ছেইফ আলি খানে লগ-লাগি ৰাজস্থানৰ ভিতৰুৱা গাঁও এখনত 'জীৱন উপভোগ' কৰিবলৈ গৈ এটা পহু মাৰি হোটেল এখনত ৰান্ধিবলৈ দিওঁতে তাৰ মানুহবোৰে এনেকুৱা এটা হুলস্থূল লগালে যে বেচেৰা বেচেৰীহঁতে পলাইও সাৰিব নোৱাৰিলে। পুলিচে এৰেষ্ট কৰি সকলো উপভোগ পানী কৰিলে। মানুহবোৰো যে আৰু! 'যোগ্যা ভোগ্যা বসুন্ধৰা' কথাষাৰ মানুহে পাহৰি যায়! সেই অঞ্চলৰ মানুহবোৰে হেনো জীৱ-জন্তু আৰু গছ-গছনি বচাবৰ কাৰণে নিজৰ প্ৰাণো বিসৰ্জন দিব পাৰে! মানুহবোৰ ৰাজস্থানৰ বিষ্ণুই সম্প্ৰদায়ৰ।

স্ত্ৰীয়াশ্চৰিত্ৰম্ পুৰুষস্য ভাগ্যম্, দেৱাঃ ন জানন্তি, কুতো মনুষ্যম্! স্ত্ৰীৰ চৰিত্ৰ, আৰু পুৰুষৰ ভাগ্য হেনো দেৱতায়ো নেজানে, মানুহ কোন কুটা? (আই ঐ!) মই হ'লে এই পুৰণি কথাবোৰ বিশ্বাস নকৰোঁ দেই। এ-এ-স্! পুৰুষৰ চৰিত্ৰহে মানুহে জানে হ'বলা? প্ৰত্যেকজন পুৰুষেই সুচৰিত্ৰবান হয় নে? প্ৰত্যেকজন পুৰুষৰ মনৰ গোপন কথা মানুহে জানে নে? আৰু স্ত্ৰীৰ ভাগ্য বোলা বস্তু এটা নাই নেকি? নে তেওঁলোকে পুৰুষৰ ভাগ্যৰ ওপৰত নিৰ্ভৰ কৰিহে চলিব লাগিব সদায়? এইবোৰ চব মিছা কথা। তিৰোতাই নিজৰ ভাগ্য নিজেই নিৰ্ণয় কৰিব। নিজৰ ভাগ্য নিজেই নিয়ন্ত্ৰণ কৰিব। আগৰ দিন উকলিল। এলান্ধুকলীয়া কথা নচলিব।

পিছে, এটা কথা আছে। মোৰ মনটোৰ ভিতৰত কি আছে কোনেও গম নেপায়। মই মোৰ মনটো কাকো বুজিবলৈ নিদিওঁ। মোৰ মনটো out of bounds। মোৰ মনৰ নিভৃত কোণটো মোৰ দ্বাৰা সৰ্বস্বত্বং সংৰক্ষিতং। মোৰ বাহিৰে তাত কাৰো অধিকাৰ নাই। প্ৰৱেশ সম্পূৰ্ণ নিষেধ।

সেই কাৰণেই মোৰ মনত কি আছে, কেতিয়া কি খেলায়, দেৱা ন জানন্তি কুতো মনুষ্যা! পিছে সকলো ছোৱালী মোৰ নিচিনা দৃঢ় আৰু সবলমনা হয় নে নহয় মোৰ সন্দেহ। হোৱাটো কিন্তু অসম্ভৱ যেন লাগে।

মই আগতেই উল্লেখ কৰিছিলোঁ যে মই জীৱনটো উপভোগ কৰিবলৈ বিচাৰোঁ। মিছা, কল্পনা প্ৰসূত নৈতিকতা, আৰু পুৰুষ প্ৰধান সমাজে আৱিষ্কাৰ কৰা, প্ৰচলন কৰা আৰু বলবৎ কৰা সতীত্বৰ বান্ধোনত বান্ধ খাই নিজকে ঠগিব নিবিচাৰোঁ। মোৰো এটা মুকলি মন আছে। বিচৰা-নিবিচৰা, ভাল লগা-বেয়া লগাৰ বিচাৰ কৰাৰ ক্ষমতা আছে। মোৰ মনে কি বিচাৰে মই জানো আৰু মই মোৰ মনৰ শ্ৰুতলিপিহে গ্ৰহণ কৰিম। মানি চলিম। আনৰ শ্ৰুতলিপি মোৰ স্বাধীন চিতীয়া মনটোৱে মানি নলয়। আনৰ শ্ৰুতলিপি নচলিব। তেওঁ লাগিলে যিয়েই নহওক — আই-বোপাই বা কোনোবা।

এই ভাববোৰে মোৰ মনত খুন্দিয়াইছে, এই কাৰণেই যে মোৰ বিয়া আসন্ন।

আসন্ন শব্দটো নো মোৰ মনলৈ কিয় আহিল? সমাগত বুলি কোৱাটোহে ভাল হ'লহেঁতেন নেকি? আসন্ন শব্দটোৱে অলপ ভয় লগাই দিয়ে দেখোন! মোৰ হঠাৎ বিধৱা বিবাহ প্ৰচলনৰ আগৰণুৱা ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ কথাটোলৈ মনত পৰিল। তেওঁৰ ভাগিন নে ভতিজা ছোৱালী এজনীৰ বিয়াত তেওঁক সেৱা কৰোঁতে আশীৰ্বাদ দিবৰ সময়ত তেওঁৰ মুখত ওলাল : "আশীৰ্বাদ কৰি বিধৱা হও"। ক'ব লাগিছিল, "আশীৰ্বাদ কৰি সধৱা হও"।

সময়ত সেয়েই হ'ল। সেই ছোৱালীটি বিধৱা হ'ল আৰু আচৰিত কথা, সেই বিধবা ছোৱালীটিৰে দ্বিতীয় বিবাহৰ ব্যৱস্থা কৰিলে স্বয়ং বিদ্যাসাগৰে!

এইটো অৱশ্যে এটা আকস্মিক ঘটনা বুলিয়েই ধৰিব পাৰি। বহুতে আকৌ বিদ্যাসাগৰৰ অৱচেতন মনৰ কথা কয়। তেওঁৰ অৱচেতন মনত বিধবা বিবাহ প্ৰচলনৰ কথা খেলাই আছিল কাৰণেই আকস্মিক ভাবে সেই শব্দটো তেওঁৰ মুখত ওলাই গৈছিল হেনো। পিছে মোৰ ক্ষেত্ৰত অৱচেতন ফব চেতন মনৰ কথা নাই। আসন্ন শব্দটোৰ কাৰণে ইমান মূৰ ঘমোৱা দৰকাৰ নাই নেকি? কেতিয়াবা অনাৱশ্যকীয় কথাই মনটো আৱৰি ৰাখে।

এতিয়া আগৰ কথালৈ আহোঁ। মোৰ বিয়াৰ দিন ওচৰ চাপিছে। মোৰ দৰা ডাঃ অভিনৱ বৰুৱা। নামী ডাক্তৰ। টকা-পইচা যথেষ্ট উপাৰ্জন কৰে বুলি দেউতাহঁতে কোৱা-কুই কৰা শুনিছো। তাৰ মানে মোৰ অসুবিধা নহয়, সেই ক্ষেত্ৰত।

অভিনৱ মানুহজন দেখিবলৈ ধুনীয়া। ওখ-ডাঙৰ, বগা, সুগঠী। পিছে দেখাত অলপ গা-গধুৰ যেন লাগে। কোমল কোমল লাগে। কথাবোৰো বৰ ধীৰে-সুস্থিৰে কয়। মোৰ তেওঁক বেয়া লগা নাই। পিছে, সঁচা কথা ক'বলৈ গ'লে মোৰ ঠিক 'মনৰ মতন' নহয় ; মানে, মনে বিচৰাজন নহয়। কিয় জানো! ভাল লাগিবলৈ চেষ্টা কৰিছো, পিছে এতিয়ালৈকে পৰা নাই। মানুহজন কিন্তু ভাল বুলি পতিয়ন গৈছো। মই ভাল পাওঁ : ছটফটীয়া, তজবজীয়া মানুহ। মতা মানুহবোৰ বৰ বগা, মিহি বিধৰ, কোমল কোমল লগা হ'লে মই ভাল নেপাওঁ। মোৰ মনেৰে পুৰুষবোৰ হ'ব লাগে লোহাৰ নিচিনা কঠিন। ডাড়ি-মোঁচৰ প্ৰতি মোৰ বৰ আকৰ্ষণ নাই। ঘিণ হে লাগে! বহুতে সেইবোৰ ভাল পায়। সেইবোৰ হেনো চেকেণ্ডেৰী চেক্স অৰ্গেন! ছিঃ!

লগত অহাটো যে! মোক চাবলৈ আহোঁতে তেওঁলোকৰ লগত অহা জুবেল নামৰ মানুহজন! তেওঁ কিন্তু বেলেগ বস্তু দেই। তেওঁৰ চকুৱে কথা কয়। তিৰবিৰাই থকা চকুকিটাত বহু ভাষা আৰু দুষ্টামি ফুটি উঠে। মানুহটো সাংঘাতিক যেন লাগে। গা-মুখবোৰ চিকচিকিয়া, যাক কয় তেল পৰি পিছলা। মাগুৰ বৰণীয়া। মাগুৰ মাছৰ নিচিনাকৈ ছটফটাই তাকে। গাটো নাচি থাকে যেন লাগে। দেখিলেই মানুহটো বৰ শক্তিমন্ত, এনাৰ্জেটিক যেন লাগে। মানুহটোৰ গাত সঁচলৈ বুলিবলৈও ফেট অকণ নাই। শুদ্ধ মাছল্। পেশীবোৰ দেখিলে তীখাৰে তৈয়াৰী যেন লাগে।

মানুহজনক মই দেখিয়েই চিনি পাইছিলো কিন্তু। (অভিনৱক আগৰে পৰাই চিনি পাওঁ অৱশ্যে।) সেই মানুহজনক, মানে জুবেল বোলা জনক পাইছিলো বেলেগ এটা পৰিবেশত। বিজুলী চিনেমা হলত, আজি এসপ্তাহ মানৰ আগতে মই আৰু অঞ্জুমনিয়ে 'কুচ-কুচ-হোতা হায়' চাবলৈ গৈছিলোঁ। মোৰ কাষতে বহাজনেই আছিল, আমাৰ সেই জুবেল চাহাব। তেওঁ মোক চিনিব পৰা নাছিল ; কাৰণ মই মোৰ দোপট্টাখনেৰে মূৰটো মেৰিয়াই ওৰণি লোৱাদি লৈ আছিলোঁ। মোৰ সেইদিনা অলপ বেছি ঠাণ্ডা লাগিছিল। পানী লাগি আছিল কাৰণে হ'বলা। তাতে টনচিলৰ প্ৰব্লেম আছেই।

তেওঁক মানে, জুবেলক চিনি পোৱাৰ আৰু এটা কাৰণ আছে। মানুহজনে বাৰে বাৰে চকীখনৰ হেন্দোলদালত মোৰ হাতখনৰ ওপৰতে তেওঁৰ হাতখন থ'বলৈ বিচাৰিছিল আৰু কিলাকুটিটোৰে মোক খুন্দিয়াই আছিল। মই অঞ্জুমনিক "আজি-কালি মানুহবোৰ বৰ অসভ্য অ'" বুলি কোৱাৰ পিছৰ পৰাহে তেওঁ সাৱধান হৈছিল। যি কি নহওক, তেওঁ সেইদিনা মোক চিনি নেপালে। নেপাবৰে কথাই ; কাৰণ তেওঁ হয়তো তেনেকুৱা' প্ৰায়েই কৰে! চিন ৰখাৰ প্ৰয়োজন বোধ নকৰে হয়তো।

কিন্তু মোক চাবলৈ অহাৰ দিনা, সেইটো পৰিবেশত সন্মুখৰ পৰা মানুহজনক দেখি ভাল লাগিছিল। মানুহজন ৰঙিয়াল আৰু ফুৰ্তিবান আছিল কাৰণেই বোধ হয় গহীন পৰিবেশটো আনন্দমুখৰ হৈ পৰিছিল। সহজ হৈ পৰিছিল।

অভিনৱ আছিল গহীন। ভিনিহিয়েক, প্ৰমোদ বৰা বোলাজনক দেখিলে কিবা গাঁৱলীয়া গাঁৱলীয়া লাগিছিল। হোজা ধৰণৰ মানুহজন। তেওঁ মোৰ চকুলৈকে চাবলৈ সংকোচ কৰিছিল। মই অইন ফালে মুখ কৰোঁতে বা কিবা এটা কৰি থাকোঁতেহে তেওঁ মোলৈ নজৰ মাৰিছিল।

পিছে জুবেল আছিল সম্পূৰ্ণ বেলেগ। পৰিবেশটো তেওঁ সহজ কৰি তুলিছিল। তেওঁৰ কথাবোৰ বেছ উপভোগ্য আছিল। কৌতুকবোৰ ভাল লাগিছিল। কথাবোৰত পাক নথকাও নহয় কিন্তু। দুটা-দুটা অৰ্থ কৰিব পাৰি। বুজাই বুজিব।

মোক চাবলৈ অহাৰ দিনা (বিয়াৰ বন্দোবস্ত পকা কৰিবলৈ অহাৰ দিনা), ডাইনিং হলত এটাইবোৰে একেলগে চাহ-জলপান খাবৰ সময়ত মায়ে মোক চাৰ্ভ কৰিবলৈ কওঁতে তেওঁ কৈছিল :

মইতো খোৱাত, — খোৱাত কিয়, কোনো কথাতে লাজ-তাজ নকৰোঁ ; মানে লাজ কৰিব লাগে বুলি নেভাবোঁ। নিজৰ ল'ব লগাটো মই লৈ লওঁ, এৰাত নাই। লাজটো অদৰকাৰী, কাজটোহে আচল।" সহজ-সৰল ভাবে ল'লে, কথাকিষাৰ অতি সাধাৰণ, নিৰীহ। কিন্তু যেতিয়া চকু দুটাই হাঁহি আৰু নাচি থকা এজন মানুহে কথা কেইটা কয় তেতিয়া এনেহে লাগে যেন সিবিলাকৰ অৰ্থ বেলেগ ; মানে দ্ব্যৰ্থবোধক।

আপুনি কথাৰ অৰ্থবোৰ যিফালেই পোনাই, পোনাওক। মই কিন্তু বেলেগ অৰ্থহে বিচাৰি পাইছোঁ। ক'বলৈ বৰ ঠিক নেলাগে। কিন্তু এটা কথা ঠিক। মই তেনেকুৱা মানুহহে বা তেনেধৰণৰ কথা-কাণ্ডবোৰহে ভাল পাওঁ। মতা মানুহ হ'ব লাগে তেনেকুৱা। পুৰণা মানুহবোৰে যে কয় : -- পাবা চৰাই, ভাঙিবা পাখি, বঢ়া ভাত নথবা ৰাখি। পুৰণা কথা হ'লে কি হ'ব? বৰ্তমান যুগত (আৰু, মোৰ মনেৰে) এইটো trendy অৰ্থাৎ, কি বুলি ক'ম? মানে (আধুনিক যুগত) বৰ্তমান খুব চলা বস্তু বা কথা বা কাম। বহলাই নকওঁ আৰু, মানুহে বেয়া বুলি ভাবিব। পিছে, মানুহে কি কয়, কি ভাবে তালৈ মই বৰ বেছি পৰোৱাই নকৰো। তথাপিও....।

এইখিনিতে এটা প্ৰশ্ন হ'ব পাৰে : যদিহে ডাঃ অভিনৱ বৰুৱাক মনৰ মানুহ বুলি মই এতিয়াও মানি ল'ব পৰা নাই, অকৃত্ৰিম ভাবে হৃদয়ত স্থান দিব পৰা নাই, তেতিয়া বিয়াখনত মই মত দিলো কিয়?

তাৰ কাৰণ আছে। অতি পোনপটীয়া কাৰণ। গোটেই জীৱন অবিবাহিতা হৈ থকা মোৰ সেই মাহীয়ে মোক এদিন কৈছিল : পলী, মই কৰা ভুল তই নকৰিবি দেই। তোৰ নিচিনা ময়ো এসময়ত বৰ ধুনীয়া আছিলো। কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপিকা হিচাপে মোক বহুতে চিনিও পাইছিল। হেঁপাহ কৰিছিল। বিয়াৰ প্ৰস্তাৱো আহিছিল ঢেৰ। পিছে মই অহঙ্কাৰত মতলীয়া হৈ এটাৰ পিছত এটাকৈ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি গ'লো। এনেকৈ চাওঁতে চাওঁতে মোৰবয়স বাঢ়ি গ'ল। প্ৰস্তাৱৰ সংখ্যা সেৰেঙা হৈ শেষত একেবাৰে নাইকিয়া হৈ গ'লগৈ। মোৰ আৰু বিয়া নহ'ল। মোৰ অৱশ্যে চলিবলৈ মেলিবলৈ একো অসুবিধা নাই। আজিকালি প্ৰফেচৰবোৰৰ দৰ্মহাও খুব ভাল। কিন্তু মই বৰ নিঃসঙ্গ অ'! কেতিয়াবা বৰ অকলশৰীয়া অনুভৱ কৰো।"

কিয় জানো ক'ব নোৱাৰোঁ—অভিনৱৰ ফালৰ পৰা প্ৰস্তাৱটো আহোঁতে মোৰ সেই দুৰ্ভগীয়া মাহীজনীলৈ মনত পৰিছিল। হয়, সেইকাৰণেই মই প্ৰস্তাৱটো প্ৰত্যাখ্যান নকৰিলোঁ। মান্তি হ'লো। বিয়াখনত মত দিলো।

বিয়া ঠিক হ'ল। অন্ততঃ মই বুঢ়া কালত নিঃসঙ্গ নহ'ম। অকলশৰীয়া অনুভৱ নকৰিম। টকা-পইছাৰ অভাৱতো নপৰিম। সংসাৰ কি হয় হ'ব আৰু। বাকীবোৰ ভৱিষ্যতৰ গৰ্ভত।

কিন্তু এটা কথা ঠিক যে মই হয়তো অসুখী নহ'ম। কাৰণ মই মনে বিচৰা, মনৰ মতন মানুহ নেপালেও দিগদাৰি নেপাম। মোৰ জীৱন দৰ্শনেই তেনেকুৱা। আগতেই কৈ আহিছো যে চেণ্টিমেণ্ট টেণ্টিমেণ্টক মই বৰ প্ৰশ্ৰয় নিদিওঁ। ঠিক মোৰ লগৰ নন্দিতাৰ নিচিনাকৈ। নন্দিতাই বিজয়ৰ লগত বন্ধুত্ব বহুদিন চলালে। মানে পূৰা এবছৰ। ইউনিভাৰ্চিটিৰ প্ৰথম বছৰটো। একেটাৰ লগতে ইমান দিন ষ্টিক্ কৰি থকা দেখি আমিতো আটায়ে অবাক।

হঠাৎ এদিন দেখিলোঁ, ব্ৰহ্মপুত্ৰৰ দলঙৰ ওচৰত, বিজয়ৰ সলনি নন্দিতাই আন এটা ল'ৰাৰ হাতত ধৰি ফুৰি ফুৰিছে। মোক দেখি মিচিকিয়াই অৰ্থপূৰ্ণ হাঁহি এটি মাৰিলে মাত্ৰ। আন একো নক'লে। ময়ো এটা শব্দও উচ্চাৰণ নকৰিলোঁ।

পাছদিনা ইউনিভাৰ্চিটি কেণ্টিনত অকলশৰীয়াকৈ পাই মই তাইক সুধিলো। "কি হেঁ, চফিয়া লৰেন! (তাইক আমি আটাইবোৰে চফিয়া লৰেন বুলি মাতো। তাইৰ বিশ্ববিখ্যাত চিত্ৰতাৰকা গৰাকীৰ লগত অদ্ভুত সাদৃশ্য আছে।) ভিক্টৰক (আমি বিজয়ক ভিক্টৰ নাম দি লৈছো—যাতে তাৰ কথা ক'লে আমি কিজনীয়েহে বুজি পাম সি বুলি, অইনে বুজি নেপাব।) খাললৈ গতিয়াই পেলালা নেকি?"

নন্দিতাই অইনে শুনিব নোৱৰাকৈ সৰু সৰুকৈ, প্ৰায় ফুচফুচাই মোক ক'লে, "নহয় অ'! ইডিয়ৎটোৱে সেইদিনা হঠাতে মোক কৈ পেলালে — নন্দি। তোমাক মই সচাঁকৈয়ে ভাল পাওঁ! — ইকি! মোৰ মূৰততো বজ্ৰপাত! সৰ্বনাশ! মইতো বিপদত পৰিম এতিয়া। পিছতেই সি হয়তো পেন-পেনাব—মই তোমাক বিয়া কৰাম। তোমাৰ অবিহনে মই জীয়াই থাকিব নোৱাৰিম। ইত্যাদি ইত্যাদি। মই তাক স্পষ্ট ভাষাতেই কৈ দিলোঁ।

বিজয়! তুমি কি গেন-গেনাইছা? কিহৰ ভালপোৱা? তুমি জানাই দেখোন মই এই ভালপোৱা চালপোৱা এইবোৰত বিশ্বাস নকৰোঁ। এই পুৰণিকলীয়া কথাবোৰত মোৰ আস্থা নাই। বচ! আজিৰ পৰা তোমাৰ লগত মোৰ সম্পৰ্ক ছেদ। মোক পাহৰি পেলাবা। মোৰতো পাহৰা নেপাহৰাৰ প্ৰশ্নই নাই। কাৰণ মইতো কোনোদিন তোমাক মনত ৰাখিবলৈ চেষ্টা কৰা নাছিলোঁ। মই তোমাক উপভোগ কৰিলোঁ। I have enjoyed you, that's all!"

এটি অধ্যায়ৰ সামৰণি পৰিল।

নন্দিতা আৰু তাইৰ নলে-গলে লগা বন্ধু চিমিৰ কথা আৰু কামৰ মাজত অমিল নাই কিন্তু। সিহঁত দুজনীয়ে সদায় কয় যে আগৰদিনৰ প্ৰেম ভালপোৱা আৰু বিৰহ-বেদনা ইত্যাদিৰ দিন উকলিল। আগেয়ে, প্ৰেমিক-প্ৰেমিকাই গোপনে-গোপনে নিৰিবিলি স্থানত কেনেবাকৈ লগা-লগি হ'বলৈ হ'লে, খুব বেছি প্ৰেমিকাৰ হাতখন প্ৰেমিকে নিজৰ হাতৰ মুঠিত অলপ সময় ধৰি ৰাখিব পাৰিলেই স্বৰ্গসুখ লাভ কৰিছিল ; শত সহস্ৰ বীণাৰ তাঁৰ ঝঙ্কৃত হৈছিল। দুয়ো এখন বেলেগ পৃথিবীলৈ যাত্ৰা কৰিছিল। অৰ্থাৎ, খুব বেছি হাতত ধৰাধৰি — আৰু নাই। সিমানেই — সিমানতেই।

কিন্তু আজিকালিৰ প্ৰেমিক-প্ৰেমিকাই বহুদূৰ আগবাঢ়ি যায়। হাতত ধৰাধৰি এটা মামুলী কথা। কেচুৱাৰ খেমালি! প্ৰেমিক-প্ৰেমিকাৰ বিয়া হ'বগৈও পাৰে, নহ'বগৈও পাৰে। বিয়া হওকেই বা নহওকেই, থকা মেলা, ফুৰা-চকা, খোৱা-বোৱা ইত্যাদি সকলো কথা-কাণ্ড কিন্তু বিবাহিত-বিবাহিতাৰ নিচিনাকৈয়েই চলিব।

পিছে বৰ্তমান অত্যাধুনিক অৰ্থাৎ ultramodern system টো (যিটো নন্দিতা, চিমিহঁতে মানি চলে) আৰু এখোপ ওপৰত। এই ব্যৱস্থা মতে প্ৰেম-ভালপোৱা, বিৰহ-বেদনা, দৰদ-দিল চব বিসৰ্জন। এইবিলাকৰ স্থান নাই। মাত্ৰ বন্ধুত্ব। উপভোগ!! সম্ভোগ!!!

কোনোবাই যদি বিজয়ৰ নিচিনাকৈ 'ভালপাওঁ' বুলি কয়, তেতিয়া লগে লগেই গেট আউট্। একেলগে থকা হ'ব। ফুৰা হ'ব। শোৱা হ'ব। খোৱা হ'ব—চব হ'ব -- কিন্তু প্ৰেম-ভালপোৱা বা বিয়া-চিয়াৰ কথা নহ'ব।

ooooo

॥ ন ॥

## কেইটামান আচৰিত ঘটনা

এদিন অভিনৱৰ চেম্বাৰৰ পৰা ঘূৰি আহোঁতে বহুত পলম হ'ল। কেইটামান বেয়া ধৰণৰ কেচ আহিছিল।

সাধাৰণতে অভিনৱে চাৰে সাতটা মানত চেম্বাৰ বন্ধ কৰে। পুৱা ৯ টাৰ পৰা ৰাতি চাৰে সাতটালৈ চাৰে দহ ঘণ্টা – মাজতে ডেৰ ঘণ্টামান বিৰতি। তাৰ মানে ন ঘণ্টা বেমাৰী চোৱা কাম। ভাগৰ লাগি যায়। কেতিয়াবা আমনিও লাগে। পিছে টকাকিটাৰ মুখ দেখিলে দুখ-কষ্ট পাহৰি যোৱা হয়। টকাই টনিক।

সেইদিনা ঠিক চেম্‌বাৰ বন্ধ কৰাৰ সময়তে এজন আদহীয়া মানুহ উধাতু খাই আহিল। ল'ৰাটোৱে এপাট দুৱাৰ জপাইছিলেই। মানুহজনৰ অৱস্থা দেখি তেওঁ আকৌ উভতি গৈ চকীখনত বহিলকৈ।

"কি হ'ল? আপুনি ইমান উদ্বিগ্ন হৈ আহিছে কিয়?" অভিনৱে সুধিলে।

"ডাক্তৰ চাহাব, চাৰ! মই নিগমে মৰিলোঁ। মোৰ ঘাইটোৱেই হ'ল। সাধাৰণ চাকৰি এটা কৰোঁ কেছাৰীত। ল'ৰা-ছোৱালী চাৰিটা। সৰু সৰু হৈ আছে। জমা টকা বুলিবলৈ সঁচলৈকে নাই। জানেই নহয়? এনেকুৱা সৰু-সুৰা চাকৰিৰ দৰমহা কিটাৰে ভাত কিটা খাবলৈকে নোজোৰে। পইছা সাঁচো কেনেকৈ? মই আকৌ অইনৰ নিচিনাকৈ চুৰি কৰিবলৈ নিশিকিলোঁ। ধৰ্ম যুধিষ্ঠিৰ বুলি ল'ৰাইঁতৰ মাকে কয়। এতিয়া পস্তাইছোঁ।

মানুহজনে একেলেঠাৰীয়ে কথাবোৰ কৈ গৈছে। অভিনৱক কথা সুধিবলৈ সুযোগকে দিয়া নাই। এৰা, বেছি কথা কোৱা দৈন্যতাৰ এটা লক্ষণ বুলি মানুহে কয়। দুখীয়া মানুহে বেছি কথা কয়েই। দৰিদ্ৰতাৰ হেনো কেইটামান দোষ আছে। আঠটা দোষ। অষ্ট দোষং। বেছি কথা কোৱা, বেছি খাবলৈ মন কৰা, বেছি বেগাই খোজ কঢ়া, বেছি খং উঠা ইত্যাদি।

মানুহজনে উশাহ সলাওঁতেই অভিনৱে সুধিলে, "কওকচোন, আপোনাৰ কি হৈছে? আচল কথাটোলৈ আহক। মই যাবলৈ ওলাইছিলোয়েই। আপোনাক দেখিহে ৰ'লো।"

"ক'লোৱেই নহয়, চাৰ। মোৰ ঘাইটোৱেই। মোৰ কেন্সাৰ হৈছে। মইতো মৰিম, মৰিমেই ; ঘৰৰ ঘৰোৱাহে মৰিব। চিকিৎসা কৰিবলৈ মোৰ টকা-পইচা নাই। চিকিৎসা কৰিলেও এইবোৰ বেমাৰত ক'ত নো মানুহ বাচে?" মানুহজনে ক'লে।

আপুনি কেনেকৈ জানিলে কেন্সাৰ হৈছে বুলি? অভিনৱে প্ৰশ্ন কৰিলে।

"কীৰ্তি বৰুৱা ডাক্তৰে ক'লে। আজি কিছুদিনৰ পৰা গালখনৰ ভিতৰফালে খুব বিষ। খোচা-বিন্ধা কৰি থাকে। ঘা-ৰ নিচিনা হৈছে। ঘা টুকুৰা গোল। ক্ৰমে ডাঙৰ হৈ আহিছে। প্ৰথমতে মাটি মাহটোৰ সমান আছিল। পিছত বুতমাহটোৰ সমান হৈ এতিয়া লাহে লাহে আধলিটোৰ সমান হৈছে। অকণ অকণ তেজো ওলায়। ডাঃ কীৰ্তি বৰুৱাৰ তাত বৰ ভিৰ। লৰালৰিকৈ মোক চাই ক'লে যে,– তোমাৰ অসুখৰ মই একো দৰব দিব নোৱাৰোঁ। (তোমা-তুমি কৰাত মই একো বেয়া পোৱা নাই। মই এটা সাধাৰণ মানুহ হে! তাতে কাপোৰ কানিও অতি সাধাৰণ। চেহেৰা-পাতিও খাবলৈ নেপালে যিটো হয়, তেনেকুৱা। এতেকে ডাক্তৰে মোক তুমি সম্বোধন কৰাতো অত্যন্ত স্বাভাৱিক।) তুমি ডিব্ৰুগড়লৈ যোৱা। মোৰ মনেৰে তোমাৰ কেন্সাৰ হৈছে।" "বাৰু হ'ব, হ'ব। মুখখন মেলক চোন।" অভিনৱে ক'লে।

ডাঃ অভিনৱ বৰুৱাই মানুহজনৰ মুখখনৰ ভিতৰফাল খুব ভালকৈ পৰীক্ষা-নীৰিক্ষা কৰিলে। তেওঁ লক্ষ্য কৰিলে যে ঘাটোৰ মাজভাগটো অলপ দ। কিহবাৰে খুচিলে যেনেকুৱা হয় তেনেকুৱা। তেওঁৰ মনত এটা কথা খেলালে। তেওঁ মানুহজনক ক'লে,

"আপুনি ডাঃ ক্ষীৰোদ বৰাৰ তালৈ যাওক – এতিয়াই। পলম নকৰিব। তেওঁৰ চেম্বাৰ বন্ধ কৰিবৰ সময় হ'লেই। মই ফোন কৰি দিছো। আপুনি পইছা-পাতি একো দিব নেলাগে।"

"কিন্তু চাৰ! তেওঁ দাঁতৰ ডাক্তৰহে! কেন্সাৰৰ নহয় দেখোন!"

"মই যি কৈছো তাকে কৰক। মই আপোনাক চোৱাৰ পিছত ডাঃ ক্ষীৰোদ বৰাক মোলৈ ফোন কৰিবলৈ কৈছো। আপুনিও তেওঁক দেখুৱাৰ পিচত মোক লগ কৰি যাব। মই বহি থাকিম। আপুনি ঘুৰি নহালৈকে মই নেযাওঁগৈ।"

"চাৰ, আপোনাৰ ফিজটো?" ৰোগীজনে সুধিলে। –"নেলাগে। ফিজ-টিজৰ কথা পিছত। অসুখ ভাল হ'লে দিব–ইচ্ছা কৰিলে।"

–"কি ক'লে চাৰ? ভাল হ'বনে মোৰ অসুখটো?

–"নিশ্চয় হ'ব। যাওক এতিয়া, আহকগৈ।" মানুহজন ওলাই গ'ল।

অভিনৱে লগে লগে টেলিফোনৰ ৰিচিভাৰটো ডাঙি ডাঃ ক্ষীৰোদ বৰাৰ লগত কথা পাতিলে। প্ৰায় পাচ মিনিটমান। তাৰ পিছত টেবুলত থকা খবৰ কাগজখন মেলি ল'লে। কাগজবোৰ পঢ়িবলৈ সময় নোপোৱাৰ নিচিনাই হৈছে তেওঁৰ। আজি সেইকাৰণে সময়ে পাওঁতেই মনপুতি পঢ়িবলৈ লাগিল।

প্ৰায় এঘণ্টামানৰ পিছত ডেণ্টিষ্ট ক্ষীৰোদ বৰাৰ ফোনটো আহিল। ছয় মিনিটমান দুয়ো কথা পাতিলে। অভিনৱে মাজে মাজে ঢেকঢেকাই হাঁহিলে।তেওঁ যেন স্বস্তিৰ

নিশ্বাস পেলাইছে। ফোনটো থৈ অকলে অকলে মিচিকিয়াই হাঁহি এটা মাৰিলে। নিজকে নিজে ক'লে, "কিছুমান ডাক্তৰে মানুহ বচোৱাতকৈ মাৰিবহে!"

অভিনৱৰ অনুমানটোৱেই সত্য। মানুহজনৰ গুৰিৰ ফালৰ দাঁত এটা ভঙা আছিল। দাঁতটোৰ চোকা জোং এটা ওলাই আছিল। ঘাঁ-টুকুৰাৰ সোমাজতে (য'ত অভিনৱে সৰু গাত এটা দেখিছিলে) জোংটোৱে বিন্ধি আছিল, ঘা লগাইছিল। ঘাটো ইনফেক্চন হৈ ক্ৰমাৎ বাঢ়ি আহিছিল।

ডেণ্টিষ্টজনে ধাৰ থকা জোংটো ফাইল কৰি নাইকিয়া কৰি দিলে। লগে লগেই মানুহজনৰ খোচা-বিন্ধা নাইকিয়া হ'ল। বহুত আৰাম পালে। ডাক্তৰ ক্ষীৰোদ বৰাই মাইক্ৰোক্ৰোম অকণমান লগাই দিলে। সৰু বটল এটিত অকণমান ঢালি দি মানুহজনক ক'লে,

"কপাহ অকণেৰে দিনে তিনি-চাৰিবাৰ ঘাঁ-টুকুৰাত লগাব। দৰবটো নলগোৱা সময়ত নিমখ-পানীৰে কুলকুলি কৰিব। মোৰ মনেৰে ছয়-সাতদিনমানৰ ভিতৰতে আপুনি ভাল পাব। ডাঃ অভিনৱ বৰুৱাক কথাবোৰ ক'ব। এতিয়াও ক'ব আৰু সাতদিনৰ পিছতো ক'ব।"

সাদিনমান পিছত মানুহজনে অভিনৱক লগ কৰিলে। সেইজন মানুহেই বেলেগ। বেমাৰ সম্পূৰ্ণ আৰোগ্য। মানুহজনৰ মনত ফুৰ্তি। জীয়াই থকাৰ আনন্দ চকুৱে-মুখে স্পষ্ট। তেওঁ অভিনৱক ফিজ হিচাপে টকা পঞ্চাছটা আগবঢ়াইছিল আথে-বেথে। অভিনৱে গ্ৰহণ কৰিলে। গ্ৰহণ নকৰি মানুহজনৰ দৈন্যতাক অপমান কৰিবলৈ তেওঁৰ সাহস নহ'ল। কিন্তু "মাছ কিনি খাবগৈ" বুলি তেওঁ টকাকিটা ওলোটাই মানুহজনৰ জেপত ভৰাই দিলে।

আমি এতিয়া সেই গধুলিটোলৈ ঘূৰি যাওঁ। সেই গধূলিটো, যিদিনা, মুখৰ ভিতৰত কেন্সাৰ হৈছে বুলি ভয় কৰি থকা মানুহজনৰ কাৰণে অভিনৱৰ ৰাতি ন-টা বাজিছিল তেওঁৰ চেম্বাৰতে।

মানুহজনক বিদায় দিয়াৰ পিছতহে অভিনৱে ঘড়ীটোলৈ চাইছিল। ঠিক নটা বাজিছে। আচৰিত! ন-টা বজাতে সেই অঞ্চলটোত জন সমাগম ইমান কমি যায়। ৰাস্তাত যান-বাহনৰ চলাচলো কম। কেইদিনমানৰ আগতে কোনোবা উগ্ৰপন্থীয়ে স্থানীয় হাইস্কুলৰ শিক্ষক এজনক গুলীয়াই হত্যা কৰিছিল। চাইকেলত গৈ থকা শিক্ষকজনৰ বজাৰ কৰা মোনাটো এফালে, গুলীবিদ্ধ দেহাটো এফালে আৰু চাইকেলখন এফালে পৰি আছিল। মোনাটোৰ পৰা ৰঙালাও এচিটা, জাতি-লাও এটা আৰু কিছুমান আলু-পিঁয়াজ ওলাই চাৰিওফালে ছিটিকি পৰিছিল। মানুহজনৰ বজাৰ কৰাৰ নমুনা দেখিলেই বুজিব পাৰি (তাতে শিক্ষক) যে মানুহজন নিশ্চয় পুঁজিপতি নহ'ব! এতেকে তেখেতসকলে নিশ্চয় টকা নিদিয়াৰ কাৰণে মৰা নাই (মানে চৰম শাস্তি দিয়া নাই)।

মানুহে কোৱা-কুই কৰে যে গান্ধীবাদী বুলি নিজকে ভবা শিক্ষকজনে হেনো উগ্ৰবাদৰ বিৰুদ্ধে য'তে-ত'তে বক্তৃতাৰ ফুলজাৰী উৰুৱায়। তেওঁ হেনো বন্দুক-বুলেটৰ সহায়ত ৰাজনৈতিক ক্ষমতা অনাৰ পক্ষপাতী নহয়। তেওঁ হেনো 'অৰ্থহীন অহিংসাবাদত' বিশ্বাস কৰে।

যি কি নহওক। ৰাজপথৰ সেই হত্যাকাণ্ডটোৱে মানুহবোৰক কিছুদিনৰ কাৰণে হ'লেও চক খুৱালে। সেইকাৰণেই সেইদিনা গধূলি ন-টা বজাতে চাৰিওপিনে নিমাও-মাও।

অভিনৰে চেম্বাৰ বন্ধ কৰাৰ পিছত গাড়ীখনত বহিলহি। ইতিমধ্যে ল'ৰাটোৱে দুৱাৰ বন্ধ কৰি তলা কিটা লগাই দুই-তিনিবাৰ টানি-টানি (তলাকিটা) চাই চাবিকেইটা অভিনৰৰ হাতত দি চাইকেলখন লৈ ঘৰলৈ বুলি কোবা-কুবিকৈ গ'লগৈ। ল'ৰাটো থাকে, বেলতলাৰ ফালে। বেছি ৰাতি হ'লে তাৰো ভয় লাগে। পিছে তেনেকুৱা ক্ষেত্ৰত, দোকানত কাম কৰা ল'ৰা (সেইফালৰ) কেবাটাও লগ লাগি একেলগে যায়। নহ'লে সিহঁতৰো বিপদ; ৰাতি চাইকেল কাঢ়ি, মাৰপিট কৰি বীৰত্ব দেখুৱা ডেকা ল'ৰাৰ অভাৱ নাই।

গাড়ীত বহিয়েই, কেবিন লাইটটো জ্বলাই, ডেস্ক ব'ৰ্ডৰ পৰা অভিনৰে ক্লাচিক চিগাৰেটৰ পেকেট আৰু লাইটাৰটো উলিয়াই ল'লে। ৰোগী চাই থকাৰ সময়ত চেম্বাৰত তেওঁ কেতিয়াও চিগাৰেট নেখায়। খাবলৈ খুব মন যায় কেতিয়াবা। সেইকাৰণে লগত চিগাৰেট নথয়েই। গাড়ীখনতে থৈ দিয়ে। বৰ মন গ'লে চেম্বাৰৰ পৰা ওলাই আহি গাড়ীখনত বহি দুই এটা চিগাৰেট খায়।

পেকেটটোৰ পৰা চিগাৰেট এটা উলিয়াই ওঁঠ দুটাৰ মাজত চেপি ধৰি, লাইটাৰটো জ্বলোৱাৰ আগতে বাঁওফালৰ খিৰিকিৰ আইনাখন উঠাই ল'লে, যাতে বতাহে চিগাৰেটটো জ্বলাওঁতে অসুবিধা নকৰে। তাৰপিছত লাইটাৰটো জ্বলাই জুইৰ অকণমানি শিখাটি চিগাৰেটৰ সিটো মূৰত লগাই টান এটা মৰাৰ মুহূৰ্ততে লাইটবোৰ নুমাই গ'ল। পাৱাৰ কাট হ'বলা। কিন্তু লাইটবোৰ নুমাই যোৱাৰ লগে লগেই এটা অভাৱনীয় ঘটনা ঘটিল।

গুৰুম্-গুৰুম্ কৈ দুটা গুলীৰ শব্দ হ'ল। অভিনৰৰ গাড়ীখনৰ উইণ্ড স্ক্ৰিণৰ বাওঁফালৰ আইনাবোৰ ঝনঝনাই ভাঙি গ'ল আৰু বুলেটটোৱে বাওঁফালৰ চিটটোৰ হেড্ৰেষ্টটো ফালি পেলালে। দ্বিতীয় গুলীটো কোনফালে গ'ল, ক'ত সোমাল অভিনৰে তলকিবই নোৱাৰিলে। তেওঁৰ গাৰ কঁপনি উঠিল। কোনো মানুহ-দুনুহ নাই। সেই সময়টোত ওচৰে-পাজৰে এখন গাড়ী বা এখন ৰিক্সাও নাই। তেওঁ সম্পূৰ্ণ অকলশৰীয়া। অভিনৰে গাড়ীৰ ষ্টাৰ্ট দি ফুল বীমত হেড লাইট দুটা জ্বলাই তীব্ৰ গতিত গাড়ী চলাই দিলে। এক্সেলেটৰত বেছি হেঁচা দিছিল হ'বলা, মাৰুতিখনে জাপ এটা মৰাদি মাৰি গতিবেগ লৈছিল।

পিছলৈ ঘূৰি চাবলৈ বা ৰিয়েৰ ভিউ মিৰৰখনত পিছৰ দৃশ্য চাবলৈও অভিনৱে সাহস গোটাব নোৱাৰিলে। আইনাখনত চকা-মকাকৈ কেইটামান ক'লা ছাঁ দেখিবলৈ পোৱা যেন লাগিছিল। সেইবোৰ মানুহেই নে গছেই তেওঁ ধৰিব নোৱাৰিছিল। অভিনৱে ঘৰ পাই গাড়ীখন গেৰেজত ভৰাই বেগা-বেগিকৈ আহি কলিং বেলটো বজালে। দুই তিনিবাৰ ঘন-ঘনকৈ বুটামটো টিপিলতো ৰমেন ওলাই নহা যেন দেখি তেওঁ খণ্ডত অগ্নিশৰ্মা হ'ল। দুৱাৰখনতে গোৰ দুটামান মাৰিলে। ৰমেনে দুপদুপাই দৌৰি আহি দুৱাৰখন খুলি দিয়াৰ লগে লগেই অভিনৱ গৰজি উঠিল।

"এই মৰিবলৈ ধৰা! ক'ত মৰিছিলি? ইমান সময় কলিং বেলটো বজাই আছো— তোৰ খবৰেই নাই।"

"নহয় চাৰ। মই পাকঘৰত ভাত ৰান্ধি আছিলোঁ। মাছ কিটুকুৰা ভাজোঁ বুলি কেৰাহীখনত তেল ঢালিছিলোঁ। আপোনাৰ কলিংবেলটো শুনি তেলখিনি জ্বলি যায় বুলি কেৰাহীখন নমাই থৈ দৌৰা-দৌৰিকৈ আহিছোঁ। সেইকণেই দেৰী হ'ল চাৰ। খং নকৰিব। মাফ কৰিব।" ৰমেনে ভয়ে-ভয়ে ক'লে।

প্ৰকৃততেই ৰমেনৰ দেৰী হোৱা নাছিল। অভিনৱৰ মানসিক অৱস্থা সেইসময়ত এনেকুৱা হৈছিল যে —'কেতিয়া ঘৰখনত সোমাই আশ্ৰয় লওঁ, কেতিয়া এই নিষ্ঠুৰ পৃথিৱীখনৰ হিংস্ৰতাৰ পৰা নিজকে বচাব পাৰোঁ, ৰক্ষা পৰিব পাৰোঁ—তাৰ চিন্তাই তেওঁক হেঁচা মাৰি ধৰিছিল। তেওঁ পৰিত্ৰাণ পাবলৈ বিচাৰিছিল ; ঠিক যেনেকৈ এটা পোহনীয়া কুকুৰে গিৰিহঁতৰ ঢমকনি খাই বা মাৰখাই বিচনাতলৰ চুক এটাত আশ্ৰয় লৈ নিজকে বচাবলৈ বিচাৰে। সেইবোৰ কাৰণতেই ৰমেনে দুৱাৰখন খোলোঁতে অলপ পলম হওঁতে তেওঁৰ এযুগ যেন লাগিছিল আৰু ভীষণ খং উঠি গৈছিল। তদুপৰি তেওঁ উৰহৰ খং ভগা ঢাৰিত জাৰিছিল। তেওঁৰ জীৱন ল'ব খোজা গুপ্তহত্যাকাৰীৰ ওপৰত উঠা খং বেচেৰা ৰমেনৰ ওপৰতে প্ৰকাশ কৰিছিল।

মানুহৰ মনটোও যে আৰু! ভাবিলে অদ্ভুত লাগে!

এবাৰ (পঢ়ি থকা অৱস্থাতে) শিৱৰাত্ৰিৰ দিনা জুৱেল আৰু অভিনৱক এজন বন্ধুৱে ভাঙৰ ঘোঁটা খুৱালে। গৰুৰ গাখীৰ পগাই ঘন কৰি, চেনি দি মিঠা কৰি আৰু লগতে ইলাচি-গুটিৰ গুৰি আৰু কিবা-কিবি মচলা দি বনোৱা ভাঙৰ ঘোঁটা খাই অভিনৱে বৰ ভাল পালে। জুৱেলে এঢোক খাই "মই ভাং খাই ফকিৰ হ'বলৈ নেযাওঁ দেই, বুলি তেওঁৰ ভাগৰখিনিও অভিনৱক দি দিলে। সৰু গিলাচৰে দুগিলাচ ভাঙৰ ঘোঁটা খাই অভিনৱৰ যি অৱস্থা হ'ল সেইটো বৰ্ণনাৰো অতীত। ৰাস্তাটোৰে আহি থাকোঁতে অভিনৱৰ প্ৰথম অভিজ্ঞতা হ'ল যেন ৰাস্তাটো দীঘলীয়া হৈ গৈ আছে। তেওঁ আগলৈ গৈ আছে, কেন্তু ৰাস্তাটো যেন পিছলৈ গৈ আছে। তাৰ পিছত বৰ গৰম লগা যেন লাগিল। বৰ বান্ধনত থকা যেন লাগিল। কাপোৰ-কানিবোৰ খুলি মুকলি হ'লেহে যেন

শান্তি পাব। প্ৰথমতেই তেওঁ উস-উস বুলি ডিঙিৰ পৰা টাইডাল খুলি দলিয়াই দিলে। জুবেলে ঠাপ মাৰি ধৰি টাইডাল নিজৰ জেপত ভৰাই থ'লে। তাৰপিছত ছাৰ্টটো খুলি দলিয়ালে। অলপ পিছত গেঞ্জিটো। এটাইকিপদ বস্তু জুবেলে সামৰি থলে।

শেষত পেন্টটো খুলিবলৈ যো-জা কৰিবলৈ লওঁতেই, জুবেলে দেখিলে, সৰ্বনাশ! ই উলঙ্গ হয় এতিয়া! তেওঁ তৎক্ষণাৎ অভিনৱৰ হাতখন ঠাপ মাৰি ধৰি আৰু এৰি নিদিলে, যাতে আৰু একো অঘটন ঘটাব নোৱাৰে।

এইদৰে গৈ গৈ দুই বন্ধুৱে অভিনৱৰ ঘৰৰ পদূলি পালে। ঘোঁটা খুওৱা বন্ধুজনৰ ঘৰৰ পৰা অভিনৱৰ ঘৰলৈ খুব বেছি পাঁচ মিনিটৰ ৰাস্তা, খোজ কাঢ়ি গ'লে। কিন্তু অভিনৱৰ এনেকুৱা লাগিছিল যেন তেওঁ গৈয়েই আছে—বহুত সময়, ৰাস্তাৰ শেষ নাই। তেওঁ মাত্ৰ গৈয়েই আছে। ঘৰ পায়েই তেওঁ কলিংবেলৰ বুটামটোত টিপি ধৰিয়েই থাকিল, বহুত সময়। কলিংবেলটো জনজনাই বাজি থাকিল। ৰমেনৰ দেখাদেখিয়েই নাই।

আজিৰ নিচিনাকৈ সেইদিনাও অভিনৱৰ এনেকুৱা লাগিছিল যেন ৰমেনে বহু পলম কৰিছে—দুৱাৰখন খোলোঁতে। তেওঁ যেন অনন্তকাল বেলৰ বুটামটো টিপি আছে— কলিংবেল বাজিছে—কিন্তু ৰমেনে দুৱাৰখন খুলি দিয়া নাই।

অভিনৱৰ সেইদিনাও ৰমেনৰ ওপৰত ভীষণ খং উঠিছিল। দুৱাৰখন নোখোলা দেখি তেওঁ ঘৰৰ পিছফালেদি গৈ ভিতৰৰ বাৰান্দাৰ সৰু গেটখন বগাই পিছফালৰ দুৱাৰখনত ঢকিয়াবলৈ লাগিছিল।

তাৰপিছৰ ঘটনা আৰু তেওঁৰ মনত নাই। পিছদিনা ৰাতিপুৱা সাৰ পাই দেখে যে তেওঁ নিজৰ বিচনাত শুই আছে।

পিছত জুবেলে তেওঁক সকলো ক'লে। অভিনৱে হেনো কলিংবেলটো টিপিয়েই "Open the door, open the door" বুলি দুবাৰ চিঞৰি ঢলংপলংকৈ পিছফাললৈ গৈ পিছফালৰ বাৰান্দাৰ সৰু গেটখন নুখুলি, ওপৰেদি বগাই পাৰ হৈ পিছফালৰ দুৱাৰত ঢকিয়াই 'put on the light, put on the light' বুলি চিঞৰি বিচনাত যি পৰিল আৰু পৰিল। পাছদিনা ৰাতি নুপুৱালৈকে নুঠিল। ৰমেনে লৰালৰিকৈ আঁঠুয়াখন তৰি দিলে।

সেইদিনাও প্ৰকৃততে দুৱাৰ খোলোঁতে ৰমেনে পলম কৰা নাছিল। আজিৰ নিচিনাকৈ সেইদিনাও অভিনৱৰ মনতহে ভাব হৈছিল যেন ৰমেনে বহু সময় লগাইছে। অকণমান সময়কে তেওঁৰ বহু যেন লাগিছিল। সময় কণ যেন বহল হৈ গৈছিল। Time dilatation হৈছিলনেকি? মনৰ বিভিন্ন পৰিস্থিতিত, মানসিক প্ৰক্ৰিয়াৰ পৰিপ্ৰেক্ষিতত? কাৰণটো অৱশ্যে বেলেগ। সেইদিনা আছিল ভাঙৰ প্ৰভাৱ। ভাঙে হেনো মগজৰ কিছুমান কোষ বেয়াকৈ নষ্ট কৰে। মনৰ মাজত মায়াজাল তৰে ; ঐন্দ্ৰজালিক ক্ৰিয়া-

প্ৰতিক্ৰিয়া কৰে। কিন্তু আজিৰ কাৰণ সম্পূৰ্ণ পৃথক। অভিনৱৰ মনত সেই ভয়লগা গুলিওৱা ঘটনাটোৱে কেনেধৰণৰ প্ৰতিক্ৰিয়া কৰিছিল সেইটো অনুমান কৰা বৰ কঠিন।

সি যি কি নহওক, ৰমেনক ধমকিওৱাৰ পাছত তেওঁৰ যেন গাৰ কঁপনিটো কমিল। মনৰ অশান্তি আৰু অস্থিৰতাও বহুত কমিল। এৰা! উৰহৰ খং ভগা ঢাৰিত মানুহে এনেয়ে নেজাৰে!

ভাতকিটা খাই বিচনাত পৰি-পৰি অভিনৱৰ মনলৈ নানান তৰহৰ ভাব আহিবলৈ ধৰিলে। কোনে তেওঁলৈ লক্ষ্য কৰি গুলিয়াইছিল? তেওঁৰতো কাৰো লগত শত্ৰুতা নাই। কেইদিনমানৰ আগতে এজন শিক্ষকক গুলিয়াই সেইখিনিতেই হত্যা কৰিছিল কোনোবাই। মানুহে তেওঁক গুলিয়াই হত্যা কৰাৰ কাৰণ হিচাপে কয় যে তেওঁ উগ্ৰবাদৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিছিল। হিংসাত্মক ৰাজনীতিৰ বিৰুদ্ধে সৰব হৈ উঠিছিল। তাৰেই পৰিণতিত তেওঁ পালে চৰম শাস্তি। কিন্তু অভিনৱেতো তেনেকুৱা একো কাম কৰা নাছিল। তেওঁৰ বেয়া লাগিছিল, এই কাৰণেই যে সেইদিনা তেওঁ এটা ভাল কাম কৰিছিল। এজন মানুহৰ মৰহি যোৱা জীৱনটো জীপাই তুলিছিল। তাৰেই, সেই কামৰ বাবেই তেওঁকনো ভগৱানে এনে শাস্তি দিব লাগেনে? সেইবোৰকে ভাবি ভাবি কেতিয়ানো তেওঁৰ টোপনি আহিল তেওঁ গমকে নেপালে।

স্বাভাৱিকতেই তেওঁ এটা বেয়া সপোন দেখিলে। সপোনত তেওঁক দুটা মানুহে খেদি অহা দেখিলে। মানুহ দুটাৰ মুখ নাই। সপোনতে মানুহ দুটালৈ তেওঁৰ বৰ ভয় লাগিছিল। এটাই তেওঁলৈ ৰিভলভাৰ টোঁৱাই খেদি আহিছে। সিটোৱে ডেগাৰ এখন হাতত লৈ বৈ আছে। তেওঁ যি পিনেই পলাব, বাট ভেটি তেওঁক ডেগাৰেৰে খুচি মাৰিব। অভিনৱে নিজৰ ঘৰৰ ফালে দৌৰিছে—প্ৰাণপনে ; কিন্তু নাই—তেওঁৰ ভৰি চলা নাই। ৰাস্তাটোহে পিছলৈ গৈ আছে। ভৰি দুখন আগ বাঢ়িব পৰা নাই। তেওঁ প্ৰাণপনে চিঞৰিছে—কিন্তু মুখৰ পৰা মাত নোলায় হে নোলায়। মাত্ৰ গোঁ-গোঁৱনি এটাহে ওলায়।

"চাৰ, চাৰ! সপোন দেখিছে নেকি?" ওচৰৰ কোঠাটোৰ পৰা ৰমেনে চিঞৰিলে। "আপুনি সপোনতে ইমান গোঁ-গোঁৱাই আছে।"

অভিনৱে ধৰফৰাই বিচনাৰ পৰা উঠি বহিল। তেওঁৰ সৰ্বশৰীৰ ঘাঁমেৰে তিতি গৈছিল। উঠি পানী এগিলাচ খাই বাথৰুমলৈ গৈ চকুৱে-মুখে পানী মাৰিলতহে তেওঁৰ ভাল লাগিল।

বিচনালৈ আহি আকৌ শুই পৰিল। এইবাৰ মনটো পাতলাবলৈ তেওঁ পত্নীৰ মুখখন মনলৈ আনিবলৈ চেষ্টা কৰিলে। পত্নীৰ ধুনীয়া মুখখন আৰু হাঁহি থকা চকুকিটাই তেওঁৰ মনৰ দুখ-ভাগৰ-অশান্তি বহুত লাঘৱ কৰিলে। তেওঁৰ টোপনি আহিল। ধুনীয়া টোপনি।

আন এদিনৰ এটা আচৰিত ঘটনাই অভিনৱক বৰ চিন্তাত পেলালে ˈ

অভিনৱে ফলমূল খাই বৰ ভাল পাইছিল। সাধাৰণতে আপেল আৰু আঙুৰত তেওঁৰ বৰ চখ। আঙুৰৰ ভিতৰত ক'লা আঙুৰটো তেওঁ বেছি ভাল পায়। স্বাস্থ্যৰ কাৰণেও অৱশ্যে তেওঁ ফল-মূল খায়। আঙুৰত থকা antioxidant য়ে হেনো বহুত বেমাৰ দূৰত ৰাখে। স্বাস্থ্য ভালে ৰাখে।

দুপৰীয়া ঘৰত ভাত খাবলৈ আহোঁতে তেওঁ সদায় ফাঁচী বজাৰৰ হীৰাচান্দৰ দোকানৰ পৰা ফল-মূল কিনে। হীৰাচান্দৰ দোকানত দ'ম দ'ম কৈ সজাই থোৱা বিধে বিধে আপেল, আঙুৰ, কাশ্মীৰী নাচপতি, আনাৰ, চিকু ইত্যাদি ফল-মূলে মোক-খা, মোক-খা কৰি থাকে।

আনদিনৰ দৰে সেইদিনাও চেম্বাৰ বন্ধ কৰি দুপৰীয়া ভাত খাবলৈ আহোঁতে অভিনৱে হীৰাচান্দৰ দোকানলৈ আহি আপেল এক কিলো আৰু আঙুৰ আধাকিলো কিনিলে। আপেলবিধ কাশ্মীৰৰ আৰু আঙুৰবিধ ক'লা, অন্ধ্ৰপ্ৰদেশৰ। আঙুৰবিধ seedless varietyৰ অৰ্থাৎ গুটি নথকা, মঙহাল, আৰু সোৱাদ।

বস্তুকিটা লৈ ফুটপাথটোৰ পৰা, গাড়ীখনৰ ওচৰলৈ আহিবলৈ, নামিব খোজোতেই কোনোবাই তেওঁক এনেকুৱা এটা প্ৰচণ্ড গঁতা মাৰিলে যে তেওঁ কৰ্ফাল খাই ৰাস্তাত পৰিল। সেই মুহূৰ্ততে এখন প্ৰকাণ্ড মালবাহী ট্ৰাক তেওঁৰ মূৰৰ কাষেদিয়েই পাৰ হৈ গ'ল। গাড়ীখনৰ ধোঁৱা তেওঁৰ চকুয়ে-মুখে লাগিছিল। আৰু এবেগেতমান আঁতৰত তেওঁ পৰা হ'লে ট্ৰাকখনৰ চকাই তেওঁৰ মূৰটো চেপেটা কৰিলেহেঁতেন, নাইবা গুৰি কৰি পেলালেহেঁতেন। কেনেকৈ যে তেওঁ সেইদিনা বাচিল ভাবিবই নোৱাৰি। হাতৰ মোনাটোৰ পৰা আপেল-আঙুৰবোৰ ছিটিকি পৰিল। আপেলকেইটামান ট্ৰাকখনৰ পিছৰ চকাকিটাই পিহি মণ্ড কৰি পেলালে।

ভয় খোৱাতকৈ এই ঘটনাটোত অভিনৱৰ বৰ খং উঠিল। যিটো মানুহে তেওঁক তেনেকৈ গঁতা মাৰিছিল, তাক পোৱা হ'লে অভিনৱে চোবাই খালেহেঁতেন। ডিঙি টেপি মাৰিলেহেঁতেন। ঘুঁচিয়াই-ঘুঁচিয়াই দাঁতে-মুখে সমান কৰিলেহেঁতেন ; নাক-মুখ ভাঙি দিলেহেঁতেন। কিন্তু মিছা। দুপৰীয়া সময়ত ফাঁচীবজাৰৰ ফুটপাথত, ৰাস্তাত ইমান ভিৰ যে কাকো, ক'তো বিচাৰি উলিয়াব নোৱাৰি। মানুহৰ আঁৰলৈ ভিৰৰ সুযোগত সেই মানুহটো থিতাতে নাইকিয়া হ'ল।

কেইদিনমানৰ অগা-পিছাকৈ অভিনৱৰ এইটো দ্বিতীয় ধাক্কা। ধাক্কাটো শাৰীৰিক আৰু মানসিকো। এই ধাক্কা দুটাই অভিনৱক বহুত দুৰ্বল কৰি পেলালে। আগত আহি থকা বিয়াখনলৈ তেওঁৰ উৎসাহ-উদ্দীপনা, হেঁপাহ বহুখিনি কমি গ'ল।

মনটো ভাল লগাবলৈকে তেওঁ এদিন (দ্বিতীয় ঘটনাটো ঘটাৰ তিনিদিনৰ পিছত) পলীহঁতৰ ঘৰলৈ যোৱাটো থিৰ কৰিলে। দেওবাৰে, বন্ধত।

কাকো নিনিয়ে। অকলে যাব। নিভৃতে, সুযোগ লৈ, পলীক লগ কৰিব।

পলীজনীৰ সান্নিধ্য উপভোগ কৰিব। সুখৰ-দুখৰ দু-আষাৰ কথা পাতিব। সুযোগ পালে নিজৰ ঘটি যোৱা দুৰ্ঘটনা দুটাৰ কথা কৈ মন পাতলাব। পলীৰ সহানুভূতি, অনুকম্পা আদায় কৰিব। বৰ্তমান (ভাগ্যবশত:) পলীয়ে হ'ল তেওঁৰ জীৱনৰ মৰুভূমিত এক মৰুদ্যান! ওৱেচিচ!

মাৰুতিখন অভিনৱে জোৰেৰে চলাই দিলে। বেছ জোৰেৰে। সাধাৰণতে তেওঁ তেনেকৈ নচলায়। পলী, পলী প-লী, প—লী, মাই ডালিং! তুমি কি মোহনীয়! তুমি মোৰ! মাত্ৰ মোৰ! মই ইমান ভাগ্যৱান! পলী, তুমি মোৰ। আৰু দুদিনমান ৰ'বা। চিৰকালৰ কাৰণে তুমি মোৰ হ'বা। পলী, পলী, পলী, পলী, পলী, পলী, পলী, পলী, প-লী, প—লী, প—লী, প—লী।

খুব জোৰেৰে ব্ৰেক ধৰি গাড়ীখন পলীহঁতৰ ঘৰৰ পোৰ্চত ৰখাই ততাতৈয়াকৈ, অথচ স্মাৰ্টলি অভিনৱ গাড়ীৰ পৰা নামি আহিল।

সৰ্বানন্দ বৰুৱা ঘৰত নাছিল। তেওঁ বাগানলৈ গ'ল। বাগানলৈ যোৱাটো তেওঁৰ এটা নিয়মেই। মেনেজাৰ, এচিষ্টেণ্ট মেনেজাৰ দুজন আৰু অন্যান্য বাবুসকল (কেৰেণী, মহৰী) থকা সত্ত্বেও নিজে চব ওপৰে-ওপৰে চকু দিলেহে তেওঁ শান্তি পায়। এটা কথা ঠিক যে মালিক বাগানত সোমোৱা মাত্ৰকে সকলো সন্ত্ৰস্ত হৈ যায়। সাৱধান হৈ যায়। ভালকৈ কামে-কাজে লাগি যায়।

চৌকিদাৰটোৱে ইতিমধ্যে খবৰ দিছিলেই। পলীৰ মাক লৰালৰিকৈ ওলাই আহি অতি হেঁপাহেৰে, মৰমেৰে ভাবী জোঁৱায়েকক মাত দি বহিবলৈ দিলে। নিজেও ওচৰতে বহিল। কুশল মঙ্গল সুধি লাহেকৈ ক'লে, "অভি, তুমি কেবাদিনো এইফালে অহাই নাই দেখোন? কিবা বেয়া-চেয়া পালানেকি আকৌ? সেইকাৰণেই, মানে তুমি এইফালে অহা-নাই কাৰণেই হ'বলা পলীয়ে মনটো মাৰি আছে —যোৱা দুদিন ধৰি। দেউতাকে পলীয়ে মন-চন মাৰি থাকিলে বৰ বেয়া পায়। কি হ'ল সুধিলে তাই — একো নাই হোৱা বুলি কয়। যোঁৱাচোন তাইৰ ওচৰলৈকে অকণমান যোঁৱা। কোঠাতে আছে। যোৱা দুদিন খেলিবলৈও যোৱা নাই। নাচ-গানো কৰা নাই। শুই-বহি আছে। মাজে-মাজে টি.ভি. চায় বা কিতাপ কাগজ পঢ়ে —এয়াই।

অভিনৱে ভাবিলে, — হাঁয়। পোৰা কপাল! মোৰ দুখ-দুৰ্গতিৰ কথা কৈ পলীৰ পৰা শান্তনা লভিম বুলি আহিছিলোঁ, এতিয়া পলীৰহে আকৌ এনেকুৱা অৱস্থা! তেওঁৰনো আকৌ কি হ'ল? এই ধুনীয়া ছোৱালীবোৰ এনেকুৱাই। তেওঁলোক বৰ অভিমানী। আলসুৱা। আলফুলীয়া। চনকা। ঠেনুকা।

"ভাল বাৰু, মই পলীৰ ওচৰলৈকে যাওঁ, অভিনৱে ভাবী শাহুক ক'লে, "মা আপোনালোকে মোক বেয়া নেপাব। এই কেইদিন মই বৰ ব্যস্ত। চেম্বাৰত ৰাতি ন টা মান বাজে। ঘৰ পাওঁতে বৰ দেৰীয়েই হৈ যায়। ভাগৰো লাগে। তেতিয়া আৰু ওলাই আহিবৰ মনেই নেযায়।"

"বাৰু, বাৰু, হ'ব। তুমি পিছে ঘপহকৈ গুছি নেযাবাগৈ। চাহ্-তাহ্ খাই যাবা। নহ'লে ভাত সাজকে খাই যাবা। লগে-বাগে দুপৰীয়াৰ সাজ খাম দিয়া। দেউতাকেও ভাল পাব। তেখেতক লগ নোপোৱাকৈ গ'লে পিছত ইস-ইস, আস-আস কৰি থাকিব।"

মাক ৰান্ধনিঘৰৰ ফাললৈ আৰু অভিনৱ পলীৰ কোঠাটোৰ ফাললৈ গ'ল। প্ৰকাণ্ড ঘৰ। তলা-নলা পাবলৈকে টান। কোনফালে গ'লে, ক'ত ওলায়, ধৰিবলৈকে টান। কোঠাবোৰো বৰ ডাঙৰ-ডাঙৰ। আগৰ দিনীয়া জমিদাৰী ফেচনৰ ঘৰ। ঘৰ নহয় প্ৰাসাদ। প্ৰথমতে অভিনৱে বৰ দিগদাৰ পাইছিল। অসুবিধাও পাইছিল। সহজ হ'ব পৰা নাছিল। পিছে বিয়াৰ বন্দোবস্ত হোৱাৰ পিছৰ পৰা মাজে-মাজে আহি থকাৰ কাৰণে এতিয়া মানে সহজ হৈছেগৈ। হেজাৰ হওক, শহুৰৰ ঘৰ।

পলীৰ বে'ডৰুম ডাঙৰ। একাষত পালেংখন। একাষে টি. ভি. আৰু ডে'কটো। বিচনাখনৰ মূৰৰফালে ধুনীয়াকৈ সজাই থোৱা কিতাপৰ শ্বেল্‌ফ। বেৰবিলাকত নানান তৰহৰ ধুনীয়া-ধুনীয়া ছবি। কাঞ্চনজঙ্ঘা। কুটুবমিনাৰ। তাজমহল। কাশ্মীৰৰ ডাল হ্ৰদ। ৰংঘৰ। কাজিৰঙাৰ গড়। হাতত টেবুলটেনিচৰ ৰেকেট আৰু মুখত এমোকোৰা হাঁহি লৈ পলীৰ ডাঙৰ ফটো (ৰূপোৱালী ফ্ৰেমৰ)। কোঠাটোৰ এটা চুকত চ'ফা চেট। মাজত চেন্টাৰ টেবুল। চকীকিখনৰ কাষে-কাষে সৰু সৰু ফুলৰ টাব। ফুলে জকমকাই আছে। মালীয়ে দুই-তিনিদিনৰ মূৰে মূৰে টাববোৰ বদলাই যায় (পলীয়ে কৈছিল : মই সুধিছিলোঁ, ইমান তাজা হৈ কেনেকৈ থাকে?)।

মই কোঠাটোত সোমোৱাৰ লগে-লগেই পলী বহাৰ পৰা উঠিল। পঢ়ি থকা কিতাপখন নজপোৱাকৈ ওভতাই টেবুলত থ'লে। কিতাপখনৰ নাম আছিল, "The Land of the Rising Sun"। লিখকৰ নামটো চকুত নপৰিল।

ক্ষন্তেকৰ কাৰণে হ'লেও পলীয়ে হাঁহি এটা মাৰিলে (সেই ভূবন ভুলোৱা হাঁহি!)। পিছ মুহূৰ্ততে মুখলৈ আকৌ ডাৱৰ নামি আহিল। বিষাদৰ ছাঁয়ে ঢাকি ধৰিলে। ক্ষণিকৰ কাৰণে উজ্বলি উঠা মুখখন আকৌ মলিন হৈ পৰিল।

"আঁহা, বঁহা। বহুদিন দেখা-সাক্ষাতেই নাই দেখোন?" যেন সুধিব লাগে কাৰণেই সুধিছে, পলীয়ে।

"এৰা! পলী! পৃথিৱীখনত বেমাৰীৰ সংখ্যা দিনে-দিনে বাঢ়ি গৈছে যেন হে লাগিছে। ৰাতি ন-বজালৈকে চেম্বাৰত থাকিব লগাত পৰে। প্ৰায়েই। ভাগৰ লাগে হেঁ।" অভিনৱে উত্তৰ দিলে।

"ফোন এটাকে তো কৰিব পাৰা।"

"হয়। সেইটো অৱশ্যে মোৰেই ভুল। মই কি ভাবিছিলো জানা? তোমাৰ দেউতা-মাহঁতে বা আকৌ কি ভাবে? 'এইটো ছোৱালী-পাগল। কাম-নাই, বন-নাই। বিয়া ঠিক হ'লেই ; টেলিফোনত নো কিয় পেনপেনাই থাকিব লাগে?' সেইবোৰ ভাবিয়েই ফোন কৰা নাছিলোঁ।"

"নাই, নাই। তেওঁলোকে তেনেকৈ নেভাবে। তোমাৰ নো ইমান হেঁপাহ নাই নে?" পলীয়ে কিয় তেনেকৈ সুধিলে অভিনৱে বুজিব নোৱাৰিলে।

কথা বদলাই অভিনৱে পলীক এইবাৰ সাহস কৰি প্ৰশ্ন কৰিলে।

"তোমাৰ হেনো মন-চন বেয়া? মায়ে কৈছে। কি হ'ল কোৱাচোঁন। সচাঁকৈয়ে তুমি আগৰ ৰাংঢালীজনী হৈ থকা নাই। মোৰ কি দুৰ্গতি হৈ গ'ল তুমি নেজানা। সেইসোপা গম পোৱা হ'লে, তুমিয়েই নহয় তোমাৰ দেউতা, মা সকলোৱে দুশ্চিন্তাত পৰিলেহেঁতেন। সিও এটা কাৰণত যোৱা কেইদিনমান তোমালোকৰ লগত মোৰ সংযোগটো হোৱা নাছিল।"

"তোমাৰ কি হৈছিল কোৱাচোন? মোৰটো বাৰু পিছতে ক'ম। আগতে তোমাৰ দুৰ্গতিবোৰৰ বিষয়ে শুনো।" পলীয়ে ক'লে।

অভিনৱ : "মোৰ বিষয়ে বহলাই ক'লে এখন মহাভাৰত হ'ব। বাৰু থোৰতে কৈ থওঁ--শুনা। তোমাক ক'লে অন্তত: মই বহুতখিনি শান্তি পাম।"

পলী : "কোঁৱা। মোৰ আগত কথাবোৰ নুলুকুৱালেই ভাল পাম। মই কিন্তু একো নুলুকাওঁ।

অভিনৱ : "যোৱা সপ্তাহত মোৰ লাইফৰ ওপৰত দুটা এটেম্‌ট হৈছিল। কোনোবা গুপ্তঘাতকে মোক হত্যা কৰিবলৈ প্ৰয়াস কৰিছিল। প্ৰচেষ্টা চলাইছিল। পিছে ভগৱানৰ কৃপাত আৰু তোমালোক সকলোৰে সদিচ্ছাৰ কাৰণেই হয়তো এই যাত্ৰাত বাচি গ'লো।

তাৰপিছত অভিনৱে দুয়োটা ঘটনাৰ বিষয়ে আদ্যোপান্ত বিবৰি ক'লে। একো ডিটেইলচ্ বাদ নিদিলে। কথা শুনি পলীৰ মুখখন বিবৰ্ণ হৈ গ'ল।

পলী ঃ- "তোমাৰ নিচিনা নিমাখিত মানুহ এজনৰ প্ৰাণনাস কৰিবলৈ চেষ্টা কৰাৰ কথা শুনি মই আচৰিত হৈছো। টকা-পইচাৰ কথা নাই, ৰাজনৈতিক কথা নাই— কি কাৰণে কোনোবাই তোমাক হত্যা কৰিবলৈ প্ৰচেষ্টা চলাব? মই ভাবি বিচুৰ্তি খাইছো।

অভিনৱ ঃ- "মইতো পাগল-হোৱা দি হৈছো। কোনো কাৰণ দেখা নাই। মানুহক ইমান উপকাৰ কৰোঁ! কাকো আজিলৈকে অপকাৰ কৰা নাই। কাৰোবাক অন্যায় কৰা হ'লে বেলেগ কথা। কেইদিনমানৰ আগতে সেই একে ঠাইতে শিক্ষক এজনক হত্যা কৰা হৈছিল। তাৰপিছতে মোক মাৰিবলৈ গুলী চলাইছিল। ট্ৰাকৰ চকাৰ তলত পেলাই মাৰিবলৈ বিচাৰিছিল।

অঁ, এটা বৰ ইণ্টাৰেষ্টিং কথা। সেই শিক্ষকজনক মৰাৰ দিনা আৰু মোক গুলিওৱাৰ দিনা সেই সময়ত লাইটবোৰ নুমাই গৈছিল। 'সিহঁতৰ' কাৰণে বৰ সুবিধা হৈছিল। ল'ড শ্বেডিং হৈছিল। কিন্তু বহুতে কয় যে ইলেক্ট্ৰিচিটি ব'ৰ্ডৰ বহুতো কৰ্মচাৰীৰ সেই চক্ৰটোৰ লগত যোগাযোগ আছে। বুজাবুজি আছে। সময় মতে পাৱাৰ কাট কৰি 'সেইসকলক' সুবিধা কৰি দিয়ে ব'ৰ্ডৰ কিছুমান কৰ্মচাৰীয়ে। দুখীয়াৰ কাৰণে মানুহক

দেখুৱাই কন্দাসকলে। প্ৰতিক্ৰিয়াশীল সকলে। 'সেইসকলৰ' মাজত পাকিস্তানী আৰু বাংলাদেশী এজেণ্টে যে, সোমাই কাম কৰি আছে, সেই কথাটো তেওঁলোকে নুবুজিলেও ৰাইজে বুজি পাইছে। চাইলেণ্ট মেজৰিটিয়ে বুজি পাইছে। এদিন নহয় এদিন 'গোমৰ ফাক' হ'বই। তেতিয়া হয়তো বহুত পলম হৈ যাব। অবাবতে বহুতো মূল্যবান জীৱন নষ্ট হ'ব। আগ্নেয়গিৰিৰ উদ্‌গীৰণ হ'ব। আগ্নেয়গিৰিৰ গলিত তপ্ত লাভাই বহুতক ভষ্মীভূত কৰিব।

বেয়া নেপাবা পলী। মই উত্তেজিত হৈছো। উত্তেজনাৰ বশৱৰ্তী হৈ বহুতো নকবলগীয়া কথা তোমাক কৈছো। বেয়া নেপাবা প্লিজ!"

পলী ঃ- মই কেলেই বেয়া পাম? তোমালৈ সচাকৈয়ে পুতৌ হয়। মই তোমাক পুতৌৰ পাত্ৰ কৰিবলৈ বিচৰা নাই। যিহেতু তুমি মোৰ হ'বা—পলীৰ হাচবেণ্ড হ'বা, সেইকাৰণেই মই তোমাক সহানুভূতিৰ চকুৰে চাইছোঁ। কিন্তু মনত ৰাখিবা, অভিনৱ! মই, পলী বৰুৱাই কাপুৰুষালিক প্ৰশ্ৰয় নিদিওঁ। মই পুৰুষ সিংহক ভাল পাওঁ। দুৰ্বলীক ভাল নেপাওঁ। বলী, পৰাক্ৰমী সাহসী সিংহ পুৰুষক ভাল পাওঁ।" কথা কিটা কওঁতে পলী কঁপিছিল্‌। মাতবোৰ থোকাথুকি হৈছিল।

অভিনৱ ঃ- "পলী, মোৰ সোণজনী! মই বৰ ক্ৰামজি! মই প্ৰেম কৰিব নেজানোঁ। মনৰ কথা প্ৰকাশ কৰিব নেজানো। মনত খুন্দিয়াই থকা মিহি-মিহি কথাবোৰ খহতা হৈহে ওলায়। মই মুহিব নেজানোঁ। মই মোহনীয় নহয়। কামিনীমোহনতো নহয়েই! কিন্তু এইটো মই তোমাক খোলাখুলিকৈয়েই কওঁ যে তোমাৰ কথাবোৰে মোক বহুত সাহস দিলে। মোক শক্তি দিলে। জীয়াই থাকিবলৈ উদ্দীপনা দিলে।

বাৰু, এতিয়া মোৰ কথা ইমানতে থওঁ। মই বৰ স্বাৰ্থপৰৰ দৰে কাম কৰিছোঁ। মোৰ কথাবোৰ কৈ আছোঁ। পুতৌ, অনুকম্পা তোমাৰ পৰা আদায় কৰিছোঁ, কিন্তু তোমাৰ দুখৰ ভাগী হ'বগৈ পৰা নাই—এতিয়ালৈকে। কোৱা-না ডালিং! তোমাৰ নো কি হৈছে? কি প্ৰব্লেম? কিয় মন-চন বেয়া কৰি আছা?"

পলীৰ মুখখন আৰু গহীন হ'ল। অভিনৱে দেখিলে, এইজনী যেন এজনী বেলেগ পলী। মুখখন দেখিলেই ক'ব পাৰি তেওঁৰ মনৰ মাজত এটা প্ৰচণ্ড ধুমুহা বলিছে। বহুতো কথাই হয়তো বুকুৰ মাজত গমগমাই আছে। বুকুৰ মাজখনত খুন্দিয়াই থকা কথাবোৰে হয়তো ওলাবলৈ বাট বিচাৰিছে, কিন্তু বাট বিচাৰি পোৱা নাই।

পলীয়ে লাহেকৈ উঠি গৈ বিচনাখনৰ ওচৰ চাপিল। ক্ষন্তেক বৈ অভিনৱলৈ এটা তিৰ্যক দৃষ্টি নিক্ষেপ কৰিলে। তাৰ পিছত লাহেকৈ কাৰ্লনৰ তুলিখন ডাঙি এখন পাতল গুলপীয়া ৰঙৰ কাগজ উলিয়াই আনিলে। দেখাত চিঠি যেনেই লাগিল।

চিঠিখন হাতত লৈ ধীৰ গতিৰে পলী আহি আকৌ চ'ফাখনত বহিল। এইবাৰ অভিনৱৰ চকুত দৃষ্টি নিবদ্ধ কৰি চিঠিখন তেওঁৰ ফালে আগবঢ়াই দি পলীয়ে ক'লে,

"পঢ়া। মোলৈ দিয়া চিঠি যদিও তোমাক পঢ়িবলৈ দিছোঁ। মানে, তুমি পঢ়াটো দৰকাৰ। সঙ্কোচ নকৰিবা। পঢ়া।"

কঁপা-কঁপা হাতেৰে অভিনৱে চিঠিখন ল'লে। এইটো নো আকৌ কি ভূতৰ ওপৰত দানহ্ ওলাল?

"ঠিক আছে। পঢ়িবলৈ দিছা যেতিয়া পঢ়িম বাৰু। পিছে, মই লোকৰ চিঠি পঢ়া, লোকৰ বেগ খুলি চোৱা, লোকৰ ঘৰত পিটপিটাই ফুৰা, লোকৰ কথাৰ মাজত সোমোৱা ইত্যাদি কামবোৰ ভাল নেপাওঁ। তথাপিও.....।"

অভিনৱে চিঠিখন খুলি ল'লে। দুই হাতেৰে আলফুলকৈ ধৰি চিঠিখন ভালকৈ মেলি ল'লে। এটা তীব্ৰ আতৰৰ গোন্ধ নাকত লাগিল। বাহ্-ৰে! চিঠিখনত দেখোন আতৰ লগোৱা আছে! তেওঁ পঢ়ি গ'ল।

"মোৰ অতি চেনেহৰ পত্নী ডাৰ্লিং,

মোৰ এই চিঠিখন বেনামী। অৰ্থাৎ মই মোৰ নামটো গুহ্য কৰি চিঠিখন তোমালৈ লিখিছোঁ। কিন্তু মনত ৰাখিবা মোৰ এটা মন আছে। এখন হৃদয় আছে। এটা দিল আছে। এটা সত্তা আছে। আৰু আটাইতকৈ ডাঙৰ কথা তোমালৈ এটা গভীৰ 'ভালপোৱা' আছে।

মই জানো, মই তোমাক কোনো দিন চিৰযুগমীয়াকৈ পাব নোৱাৰিম। তোমাক মোৰ সম্পূৰ্ণ নিজৰ কৰি ল'ব নোৱাৰিম। কিন্তু মই তোমাক পামেই। লমেই। মোৰ চলন্ত ৰেলগাড়ীখন তোমাৰ ষ্টেচনত ৰ'বই। ক্ষন্তেকৰ কাৰণে হ'লেও ৰ'ব। সদায় ৰ'ব। সদায় যাব। *মই তোমাৰ জীৱনত স্থায়ীভাবে অস্থায়ী হ'ম।*

*তুমি হয়তো আন্দাজ কৰিব পৰানাই—মই কোন? সময়ত গম পাবা। তুমি গম পাবা, মই গম পাম। পৃথিৱীৰ আন কোনেও গম নাপাব।*

এতিয়া আচল কথালৈ আহোঁ।

*তুমি যাক চিৰজীৱনৰ কাৰণে লগৰী কৰি ল'বলৈ আগবাঢ়িছা, সেইজনৰ লগত কিন্তু তুমি কেতিয়াও সুখী হ'ব নোৱাৰিবা। তেওঁ এজন কাপুৰুষ, নৰাধম। পুৰুষত্বহীন, বীৰ্যহীন, নপুংসক। তেওঁ নীচ, অতি ঠেক মনৰ আৰু সন্দেহী।*

মৰমৰ চুমাবোৰ ল'বা।

ইতি

*তুমি নাম নজনা প্ৰিয়জন।"*

অভিনৱৰ মুখখন টিকটিককৈ ৰঙা হৈ উঠিল। তেওঁৰ ইমান বেছি খং উঠি গৈছিল যে তেওঁৰ মুখৰ মাত নোহোৱা হৈছিল। চকু ঘোপা হৈ গৈছিল। দাঁতে-দাঁতে ঘঁহনি খাই কৰকৰাই শব্দ হৈছিল। নিজৰ বাওঁহাতৰ তলুৱাত সোঁহাতেৰে এটা প্ৰচণ্ড ভুকু মাৰি তেওঁ চিঞৰি উঠিছিল।

"হোৱাট্ ননচেন্স! কোন এইটো লাজ নাইকিয়া অসভ্য-বৰ্বৰ? তাক পালে মই চোবাই খালোহেঁতেন। সি মোৰ জীৱনটো বৰ্বাদ কৰিবলৈ আহিছে? তোমাক ফুচুলাই হাত কৰিব বিচাৰিছে! অশুভ ইঙ্গিত দিছে! মোক তোমাৰ চকুত লঘু কৰিছে! কোনোবা থিয়লীয়া, ক'ৰবাৰ কেলেহুৱা!

নাই-নাই, তুমি এইবোৰ অদৰকাৰী কথাত মূৰ নঘঁমাবা। এই গেলা চিঠিখন জ্বলাই, ছাইবোৰ নৰ্দমাত পেলাই দিবা। এইখন তুমি চুবই নেপায়। তোমাৰ হাতেৰে নুচুবা। চেপেনা এডালেৰেহে ধৰিবা।" সেইবুলি কৈ তেওঁ চিঠিখন খামোচ মাৰি ধৰি, চেপি, বল এটাৰ নিচিনা কৰি, ভৰিৰ তলত পেলাই জোতাৰ গোৰোহাৰে হেঁচি, গচকি, জোৰেৰে পিহিবলৈ ধৰিলে—যেন কোনোবা অজাত শত্ৰু এটাৰ মূৰটোত গচক মাৰি ধৰি পিহি পেলাইছে।

পত্নীয়ে কাণ্ড-কাৰখানাবোৰ একে থৰে চাই থাকিল। বহুত সময় কাৰো মুখত কোনো মাত-বোল নাছিল।

তেনেতে কাম কৰা ল'ৰা এটা সোমাই আহি মাত দিলেহি।

"বাইদেউ, আপোনালোকক আইদেৱে ড্ৰইংৰুমলৈকে মাতিছে। চাৰো আহি পালেহি।"

দুয়ো বহাৰ পৰা উঠি ড্ৰইংৰুমৰ ফালে খোজ ল'লে।

চিঠিৰ বলটো চেপেটা লাগি, ফাটি-ছিটি, ফাঁহ্-ফাঁহ হৈ তাতে পৰি থাকিল — যেন চলন্ত ট্ৰাকৰ চকাৰ তলত পৰা এটা গোলাপ ফুল হে!

০০০০

ৰাতি শুবৰ সময়ত বিচনাত পৰি পৰি অভিনৱৰ আকৌ এবাৰ ভাবিবৰ পাল পৰিল। প্ৰায় এসপ্তাহৰ ভিতৰত তেওঁৰ এইটো তৃতীয় ধাক্কা। এইটো ধাক্কাও কম ধাক্কা নহয়। এইটোৱে তেওঁক শাৰীৰিক ভাবে আঘাত কৰা নাই ; কিন্তু মানসিক ভাবে এইটো এটা ভয়ঙ্কৰ আঘাত। চিঠিখন পঢ়োঁতে অভিনৱৰ এনেকুৱা লাগিছিল যেন কোনোবাই তেওঁক পিছফালৰ পৰা মাজ তালুতে প্ৰকাণ্ড হাতুৰিৰে এটা ডাঙৰ কোব মাৰিলে আৰু তেওঁৰ মূৰটো ফাটি ছিটাছিটি হ'ল।

পত্নীক তেওঁ কি ক'ব - কি নক'ব একো ভাবি পোৱা নাছিল। কিবা-কিবি বলকা মনত আছে। কি কৈছিল, ভালকৈ মনত পেলাব পৰা নাই। মাত্ৰ চিঠিখন পেলাই দিবলৈ কোৱা মনত আছে।

অভিনৱে বুজিব পৰা নাই। এটাৰ পিছত এটাকৈ বিপদ আৰু দুৰ্ভাগ্যই তেওঁক কিয় হেঁচা মাৰি ধৰিছে? অমঙ্গলীয়া, আপদীয়া ঘটনাবোৰে তেওঁক কিয় বেৰি ধৰিছে? বিপদবোৰে কিয় তেওঁৰ লগ এৰা নাই?

কোনে তেওঁৰ অমঙ্গল চিন্তিছে? কোনে তেওঁক হত্যা কৰিবলৈ বিচাৰিছে? কোনে তেওঁৰ পৰা পলীক আতৰাই দিবলৈ বিচাৰিছে? কোনে তেওঁৰ সুখৰ যাত্ৰাত হেঙাৰ ধৰিবলৈ বিচাৰিছে? কোনে তেওঁৰ বুকুৰ মাজৰ পৰা পলীক আজুৰি নিবলৈ বিচাৰিছে? কোনে তেওঁৰ পলীক নিজৰ কৰিবললৈ বিচাৰিছে? কোন? কোন সি?

ভাবোঁতে ভাবোঁতে অভিনৱৰ টোপনি আহিল।

টোপনিয়ে লগত আনিলে এটা সপোন। সুখৰ সপোন নহয়। দুখৰ সপোন। দুঃস্বপ্ন। নাইটমেয়াৰ।

অভিনৱে গুলপীয়া ৰঙৰ এখন পৰ্দা দেখিলে। পৰ্দাখনে সিফালৰ পৰা অহা পোহৰবোৰ ঢাকি এইফালটো অন্ধকাৰ কৰি পেলাইছে। পৰ্দাখন তেওঁ আতৰাবলৈ চেষ্ট কৰিও আতৰাব পৰা নাই। হঠাৎ দেখিলে, পৰ্দাখন এখন কাগজত পৰিণত হ'ল। কাগজখন দেখোন সেই বেনামী চিঠিখন। পলীলৈ দিয়া চিঠিখন। চিঠিখনৰ পৰা পোৰা-পোৰা এটা ঘিণ লগা গোন্ধ ওলাইছে। হঠাৎ চিঠিখনৰ পৰা অসংখ্য সাপ ওলাই তেওঁক কামুৰিবলৈ খেদি আহিছে। তেওঁ পলাই সাৰিবলৈ বিচাৰিছে। কিন্তু পৰা নাই। সাপবোৰে তেওঁক ডিঙি-মূৰ আৰু বুকুয়ে পিঠিয়ে মেৰাই ধৰি খুটিবলৈ বিচাৰি ফোচ-ফোচাই আছে।

"মৰিলো ঔ" বুলি চিঞৰ এটা মাৰি অভিনৱ উঠি বহিল। সাৰ পালে যদিও তেওঁ ইফালে-সিফালে সৰু ল'ৰাৰ দৰে ডিঙি মেলি - মেলি চাবলৈ ধৰিলে — ক'ৰবাত কেনেবাকৈ সচাকৈয়ে সাপ ওলাইছে নেকি! সাপে তেওঁক খুটিব খুজিছে নেকি? ক'ৰবাত চুকত সোমাই ফোচ ফোচাই আছে নেকি?

অলপ পিছত তেওঁ ধৰিব পাৰিলে যে তেওঁ সপোনহে দেখিছিল। সাপে খেদা সপোন। সাপ বুলিলতে অভিনৱৰ মনলৈ আহিল— জুবেলক দেখোন তেওঁ ধেমালিতে কেতিয়াবা সাপ বুলি মাতে। তাৰ গাটো সাপৰ নিচিনা মিহি, পিছল, আৰু সি সাপৰ দৰে সদায় ছটফটাই থাকে কাৰণে।

বিপদ-আপদৰ সময়ত, দুখ-দুৰ্গতিৰ সময়ত, অভিনৱ আৰু জুবেলে ইটোৱে-সিটোক বিচাৰে। দিহা-পৰামৰ্শ লয়। সুখৰ দিনতো সিহঁত দুটা লগ লাগে। এৰা এৰি নোহোৱা বন্ধু। — প্ৰকৃত বন্ধু, এটুকুৰা হীৰাৰ দৰেই বহুমূলীয়া আৰু দুষ্প্ৰাপ্য :

কিন্তু শৰৎকালৰ সৰাপাতৰ দৰেই,
এই ধৰা ভৰি থাকে মিছা বন্ধুৰে।—

অভিনৱে জুবেলক লগ ধৰি গোটেই কথাবোৰ কোৱাটোকে স্থিৰ কৰিলে। আজি ইমান দিনে বিপদৰ প্ৰথম সংকেত পাওঁতেই জুবেলৰ লগত তেওঁ কিয় কথা পতা নাছিল সেই কথাই বাৰে বাৰে তেওঁৰ মনত খুন্দিয়াবলৈ ধৰিলে। আজি কিছুদিনৰ পৰা সিহঁতৰ যোগাযোগটো অলপ কমি গৈছে। দুয়োটাই নিজৰ নিজৰ কামত ভয়ানক

ভাবে ব্যস্ত হৈ থকাৰ কাৰণে। অভিনৱ ব্যস্ত ডাক্তৰীত আৰু কিছুমান সামাজিক কামত। তাতে বিয়া ঠিক হোৱাৰ পিছত মাজে-মাজে পলীহঁতৰ ঘৰলৈকো যাব লাগে। তদুপৰি বিয়াৰ যা-যোগাৰ কৰা কাম আছেই।

জুবেলতো সদায় ব্যস্ত। খাবলৈ-শুবলৈ ফুৰচৎ নাই। তাতে আকৌ তেওঁৰ এজেণ্ট এটা বি, এছ, এফৰ গুলি খাই মৰিল অসম বাংলাদেশ সীমান্তত। মৰিবলৈ ধৰাটোৱে মৰিবৰ সময়ত, "তই কাৰ মানুহ, কোনে পঠাইছিলে, কাৰ ওচৰলৈ যাবলৈ আহিছ?" আদি এশ এটা প্ৰশ্নৰ উত্তৰত বি, এছ, এফক মাত্ৰ দুটা শব্দই ক'লে, সেহাই সেহাই — আ-ব্-দু-ল-খা-লে-ক!'

আব্দুল খালেক মানেই আমাৰ জুবেল বুলি সকলোৱে ধৰি ল'লে। সকলোৱে লাগি গ'ল জুবেলৰ পাছত। কাষ্টমচ্, পুলিচ, বি, এছ,এফ. সকলো।

জুবেলৰ দৌৰা-দৌৰি আৰম্ভ হৈ গ'ল। উকীল, হাকিম, পুলিচ আৰু অৰ্দ্ধসামৰিক বাহিনীৰ মুৰব্বীসকলৰ ওচৰলৈ, কেছাৰীলৈ, বাৰ লাইব্ৰেৰীলৈ আৰু আদালতলৈ।

শেষত জানিবা উকীলে প্ৰমাণ কৰিলে আৰু আদালতৰ হাকিমে মানি ললে যে সেইজন আব্দুল খালেক এইজন আব্দুল খালেক নহয়। এইজন আব্দুল খালেক অৰ্থাৎ আমাৰ জুবেলৰ চৰিত্ৰ ফটফটীয়া পৰিষ্কাৰ, কোনো দাগ নাই। সেইজন কোনোবা বেলেগ দাগী, চোৰাং বেপাৰী আব্দুল খালেক।

জাউৰিয়ে জাউৰিয়ে টেলিগ্ৰাম-চিঠি আহিবলৈ ধৰিলে জুবেললৈ। অভিনন্দন! স্বস্তিৰ নিশ্বাস! হওক তেওঁ বিনাদোষত যে তেওঁৰ শাস্তি নহ'ল! বদনাম নহ'ল। বিধান সভা, লোক সভাৰ সদস্য আৰু মন্ত্ৰী ডাঙৰীয়াসকলৰ পৰাও জুবেললৈ টেলিফোন আহিল ঃ "আপুনি মিছা অপবাদৰ পৰা হাতসৰা খবৰটো পাই আমি সুখী, ইত্যাদি। তেখেতসকলে চিঠি, টেলিগ্ৰাম বৰকৈ নিদিয়ে। ৰেকৰ্ড থাকি যাব পাৰে। বাতৰি কাকতবোৰেও সুন্দৰকৈ বাতৰিটো পৰিৱেশন কৰিছিল। প্ৰথম পৃষ্ঠাত মাতৃভূমিয়ে বাতৰি উলিয়াইছিল। শিৰোনামা দিছিল — ডাঙৰ ডাঙৰ হৰফেৰে ঃ

—বিখ্যাত ব্যৱসায়ী আব্দুল খালেক (জুবেল) নিৰ্দোষী প্ৰমাণিত।

মুঠতে যোৱা কিছুদিন ধৰি জুবেল সাংঘাতিক ব্যস্ত আছিল। যেনেকৈ (কম পৰিমানে হ'লেও) ব্যস্ত আছিল অভিনৱ। সেইকাৰণেই দুয়ো লগালাগি হোৱা নাছিল বুলিয়েই ক'ব পাৰি। কেতিয়াবা লগ হ'লেও অতি কম সময়ৰ কাৰণেহে।

কিন্তু তেওঁলোকে নুবুজাকৈ থকা নাছিল যে, দুখৰ অংশীদাৰ পালে দুখ পাতলে, আৰু সুখৰ অংশীদাৰ পালে সুখ উথলি উঠে।

অভিনৱে জুবেলক দুখৰ ভাগ দিবলৈ বিচাৰিলে।

০০০০০

## ।। দহ ।।

# দুখৰ ভাগী ঃ হীৰা নে শৰতৰ সৰাপাত?

বহুদিনৰ মূৰত আজি জুবেলৰ মনটো মুকলি। আজি কিছুদিন ধৰি তেওঁৰ মনত শান্তি নাছিল। অসম-বাংলাদেশ বৰ্ডাৰত ঘটা সেই ঘটনাটোৰ কাৰণে তেওঁৰ খাৱন-শোৱন নাছিল। কেচটোত তেওঁ নিৰ্দোষী প্ৰমাণ হোৱাত ডাঙৰ বিপদ এটাৰ পৰা উদ্ধাৰ পালে। সেই মানুহটো মৰিলতো মৰিলেই, লগতে জুবেলকো শেষ কৰি থৈ যাবলৈ বিচাৰিছিল। গুলী লাগি মানুহটো মাৰাত্মকভাবে জখম হৈছিল। বি. এছ. এফৰ চেণ্ট্ৰীয়ে ৰ'বলৈ কোৱাত নৰৈ সি দৌৰিছিল ; কান্ধত মাছ এভাৰ। মাছবোৰৰ পেটফালি সোণৰ মোহৰ ভৰাই চিলাই থোৱা আছিল। লুঙীৰ খোচনিত আছিল হিৰইনৰ টোপোলা। হিৰইনখিনি জুবেলৰ কাৰণে নহয়। ধুবুৰীৰ দেৱেন্দ্ৰ সিংৰ কাৰণেহে সি আনিছিল। সীমান্ত নিৰাপত্তাৰক্ষীৰ চিপাহীৰ চেলেঞ্জতে সি ৰৈ যোৱা হ'লে গুলি নেখালেহেঁতেন। সি নৰ'ল। প্ৰথম গুলিটো সোঁ ভৰিৰ কলাফুলত লাগি ইফালৰ পৰা সিফাললৈ ওলাই গৈছিল। তথাপিও নোৰোৱাত দ্বিতীয় গুলি চলিল, আৰু তাৰ পিঠিয়েদি সোমাই বুকুৰ সোঁফালেদি ওলাই গৈছিল। কেনেবাকৈ লগে লগে মৰা নাছিল। এম্বুলেন্স গাড়ীখনত উঠাই ফাৰ্ষ্ট এইদ দিয়াৰ কিছুসময়ৰ পিছতহে তাৰ মৃত্যু হয়। বৰ লেকেটো জীৱ। লগে লগে নমৰি বিপদহে আনিছিল। জুবেলৰ নামটো সেহাই-সেহাই কৈ দিছিল। দত্ত উকীলেহে কোনোমতে জুবেলক বচালে। পিছে টকা ঢালিব লগা হ'ল অজস্ৰ। বহুত জাগাত। চব কথা ক'ব নোৱাৰি। মুঠতে আজিকালি টকাৰে কৰিব নোৱাৰা কাম নাই। কাৰোবাক মাৰিবলৈ যদি যমদেৱতাও আহে। সৰহ টকাৰ টোপোলা এটা দিলে তেখেঁ হয়তো মানুহটোক যমৰ ঘৰলৈ নিনিয়ে। তেওঁ হয়তো ক'ব ঃ বৰ দিগদাৰ কৰাহে তোমালোকে। বাৰু থাকা, থাকা। তোমাক পিছতে নিম। এতিয়া তোমাৰ সলনি অইন কোনোবা এটাক নিওঁ।"

সি যি কি নহওক, এই বাৰলৈ জুবেল সাৰি গ'ল। ভৱিষ্যতলৈ সাৱধান হ'ব লগা হ'ল। সাৱধান মানে সেইটো. 'হেড'ত বেছি টকা ৰাখিব লাগিব। ইমানেই।

অভিনৱৰ লগত বহুত দিন দীঘলীয়াকৈ কথা বতৰাই হোৱা নাই জুবেলৰ। বিয়াৰ ঠিক হোৱাৰ পাছত, তাৰ, মানে অভিনৱৰ মনটো সিফালে বেছিকৈ যায়। তাতে পলীৰ নিচিনা ছোৱালী! তাৰহে কপাল! তেনেকুৱা ছোৱালী এজনীৰ অফাৰ আজিলৈকে জুবেলৰ কাৰণে নাহিল। ঢেৰ প্ৰস্তাৱ আহে ; কিন্তু তাৰ মনৰ মতন নহয়। সেইবোৰ বন্ধু কৰিবলৈহে ভাল। বিয়া কৰাবলৈ নহয়। কিছুমান আকৌ ৰান্ধনী কৰিবলৈহে ভাল ; ঘৈণী নহয়।

অভিনৱৰ টেলিফোনটো পাই জুবেলে ভালেই পালে। সি তাৰ ঘৰলৈ অহাৰ প্ৰস্তাব দিছিল। জুবেলে তাক দুপৰীয়া ভাত খোৱাকৈ আহিবলৈ ক'লে। ৰান্ধনিটোক চিকেন বিৰিয়ানি, চিকেন দো পিয়াজা, পৰোঠা, বাচমতি চাউলৰ প্লেইন ভাত আৰু ফিৰণি বনাবলৈ ক'লে। কালু খান বাবুৰ্চি এইবোৰ বনোৱাত ওস্তাদ। জুবেলৰতো খোৱাত খুবেই চখ। তেওঁ নবাবী খানাই খায়। খায় যেনেকৈ খাটেও তেনেকৈ। কঠোৰ পৰিশ্ৰম কৰে। শাৰীৰিক আৰু মানসিক।

অভিনৱ ওলালহি। বহুতদিনৰ মূৰত লগ পাই দুয়ো বন্ধুয়ে কোলা-কুলি কৰিলে। জুবেল বেচ ফুৰ্তিত। সি যেন যুদ্ধ জিকিহে আহিছে। জিকিছেও হয়। তাৰ চকুত হাঁহি। ওঁঠত হাঁহি। গাটো নাচি আছে।

অভিনৱৰ ছবিখন সম্পূৰ্ণ ওলোটা। তেওঁ এনেয়েই ধীৰ-স্থিৰ-গম্ভীৰ। স্বভাৱতেই। কিন্তু এতিয়া যেন বেছি স্থিৰ, বেছি গম্ভীৰ, বেছি গোমোঠা! নহ'বইবা কিয়? তেওঁতো জুবেলৰ নিচিনাকৈ যুদ্ধ, মানে কেচ জিকা নাই!

যি মানুহটোৰ জীৱনৰ আশংকা হৈছিল, যি মানুহটো মৰণ ফাঁদৰ পৰা বাচি আহিছে, কাণত কাণ মাৰি, সেই মানুহটোৱে মন নেমাৰি মন নচুৱাই থাকিব নেকি? যি মানুহটোক অজ্ঞাত শত্ৰুৱে পদে পদে অনুসৰণ কৰি আহিছে, সুযোগ পালেই জীৱন নাশ কৰিবলৈ, সেই মানুহটোৱে বেজাৰ নকৰি ফুৰ্তি কৰিব পাৰে নেকি?

অভিনৱৰ অৱস্থা দেখি জুবেলৰ পুতৌ হ'ল। তেওঁ অভিনৱক প্ৰথমেই সুধিলে।

"কি অ' দোস্ত? ইমান মন মাৰি আছ কিয়? মোৰ লগত বহুত কথা আছে বুলি ফোনত কৈছিলি হয়, পিছে তইতো কোৱা নাছিলি যে নৰকৰ অন্ধকাৰ এসোপা লৈ তই মোৰ ওচৰলৈ আহিবি! ক-চোন কি হ'ল? পিছে গেলা কথা কিছুমান কৈ মোৰ ভোক মাৰি নিদিবি। ছালা। বহুত দিনৰ মূৰত মনটো ভাল লগাইছোঁ। কাগজতটো পঢ়িছই চাগে?

"পঢ়িছোঁ অ', পঢ়িছোঁ। তোৰ চব খবৰেই মই ৰাখো। তইহে মোৰ কিমান খবৰ ৰাখিছ মই ক'ব নোৱাৰোঁ। মৰিলেও তই খবৰ নেৰাখিলিহেঁতেন হয়তো? এটা কথা—তই কেচটোত জিকা খবৰটো পাই মই বৰ ভাল পাইছোঁ। আনন্দিত হৈছোঁ। মই জানো, তোক এনেয়ে ফচাইছিল।

"ধেৎতেৰি! পলীৰ নিচিনা অপেশ্বৰী এজনীৰ লগত বিয়াৰ বন্দোবস্ত হোৱা মানুহ এটাই মৰাৰ কথা কয় নেকি অ'?" জুবেলে ক'লে।

"তই শুনিলে আচৰিত হবি, জুবেল। প্ৰকৃততেই মই মৰিবলৈ ওলাইছিলোঁ।

মোলৈ দুজাই গুলি মাৰিছিল কোনোবা অচিন আততায়ীয়ে। এটা গুলিয়ে মোৰ উইণ্ড স্ক্ৰিণ ফালি মোৰ বাওঁফালৰ চিটটোৰ হেডৰেষ্টটো খণ্ড-বিখণ্ড কৰি দিছিল। মিছ নোহোৱা হ'লে হয়তো মোৰ মূৰটোৱেই চূৰ্ণ-বিচূৰ্ণ হ'লহেঁতেন।

সেইদিনা মই এটা দুখীয়া মানুহক জীৱন দান দিছিলোঁ। কেন্সাৰ পেচেণ্ট বুলি ডিক্লেয়াৰ কৰা মানুহটোক মই বচাইছিলো। এক পইচাও লোৱা নাছিলো মানুহটোৰ পৰা। বৰঞ্চ অইন ডাক্তৰক দিব লগীয়া পইচাও মই বচাই দিছিলো। মানুহটোৱে জীৱন ঘূৰাই পাইছিল। তাৰ পৰিয়ালটো বাচিছিল। পিছে এতিয়াৰ পৰা মই তেনেকুৱা ভাল কাম নকৰোঁ। কাৰণ, মানুহটোক বচোৱাৰ দিনাই, অৰ্থাৎ মই ভাল কাম এটা কৰাৰ দিনাই মোৰ অথন্তৰ হৈছিল। অজান আততায়ীয়ে মোৰ প্ৰাণ ল'বলৈ চেষ্টা কৰিছিল।"

খুব উত্তেজিত হৈ অভিনৱে কথাবোৰ কৈছিল। জুৱেলে একান্ত মনে কথাবোৰ শুনি আছিল। জুৱেলৰ মুখখন দেখিলে একো বুজিব নোৱাৰি, তেওঁৰ মনত তেতিয়া কেনেকুৱা ভাবে খেলা খেলি আছে। অভিনৱৰ সেইবোৰলৈ, কাৰ কি ৰিএক্সন হৈছে, সেইবোৰ ভাবিবলৈ মাথা ব্যথা নাই। কৈ গৈছে এফালৰ পৰা। "জুৱেল! মোৰ কাহিনীৰ অন্ত হোৱা নাই। আৰু আছে।" অভিনৱে ক'লে।

"কৈ যা দোস্ত। মোৰ কাণ দুখন তোৰ কাৰণে ৰিজাৰ্ভ কৰি থোৱা আছে।" জুৱেলে অলপ চিৰিয়াচ—অলপ ধেমালিকৈ ক'লে।

"আজি তিনিদিনৰ আগতে দুপৰীয়া ফাঁচীবজাৰত মোক কোনোবাই ট্ৰাকৰ চকাৰ তলত পেলাই মাৰিব খুজিছিল। কোনোমতে বাচি আহিলোঁ। ওখ ফুটপাথৰ পৰা বৰ জোৰেৰে গতা মাৰি পেলাই দিছিল। কঁকালত বৰ দুখ পালো। ঠেকেচা খালো। এবেগেতমানৰ কাৰণে বাচিলোঁ। চকাৰ তলত নোসোমালোঁ। মোক আজি লগ নেপালিয়েই হেতেন। চেপেটা হৈ যোৱা মৰা শটোহে দেখিলিহেঁতেন।"

"সৰ্বনাশ! এইটোতো বৰ সাংঘাতিক কথা! তই যে বাচিলি, সেইটো কথাত মই যিমান খুচী হৈছো সিমান খুচী তোৰ ঘৈণীয়েৰ হ'ব নে নহয় মই ক'ব নোৱাৰোঁ।" জুৱেলে ক'লে।

জুৱেলৰ কথাৰ ধৰণ তেনেকুৱাই। সি কেতিয়াও চিৰিয়াচ নহয়। অভিনৱে ভাবিলে।

"বাচ্ হ'লনে, আৰু আছে? মই জনাত তোৰটো কোনো ব্যক্তিগত শত্ৰু নাই। কোনে তোক বধিব খুজিছে? ভাবি চাব লাগিব।" জুৱেলে ক'লে 'তোক কিন্তু এটা কথা মই সময়তেই কৈ থ'ব খুজিছোঁ। সাহসী মানুহ এবাৰহে মৰে ; কিন্তু কাপুৰুষ বহুবাৰ মৰে। তই নিশ্চয় কাপুৰষ নহৱ। ইমান ভয় খাইছ কিয়? দেখা নাই নে মই ফাঁচী কাঠত ওলমাৰ উপক্ৰম হোৱাতো ভয় খোৱা নাছিলোঁ। অৱশ্যে মোক কোনো বাপ-কা-বেটাই জান মাৰিব খোজা নাই—এতিয়ালৈকে। মোক মাৰনেৱালা মৰদ পায়দাই হোৱা নাই, বুইছ!"

"ৰ-ৰ। তোৰ ফুটনি মৰা কথা ইমানতে বাদ দে। তোকতো মই চব কথায়েই কওঁ। মোৰ আৰু ক'ব লগীয়া আছে শুন।" অভিনৱে জুৱেলৰ কথাৰ মাজতে ক'লে।

"কি? আৰু কি আছে অ'? ইমানবোৰে অঁতা নাই নে? মই দেখিছো, তই আজি মোৰ খোৱা-বোৱা চব পানী কৰিবি। বেগাই ক - কি কবি? বিৰিয়ানিৰ গোন্ধ ওলাইছেই। কালুখানে স্পেচিয়েল বনাইছে আজি বুইছ। তয়ে-ময়ে আজি, মই মোকৰ্দমা জিকা চেলিব্ৰেট কৰিম। তোৰ দুখ পাহৰাই দিম আৰু মোৰ ভাগৰ পাহৰি যাম।" জুবেলে কথাখিনি কৈ ৰান্ধনি ঘৰৰ ফালে চালে।

অভিনৱে তললৈ মূৰ কৈ দুখ মনেৰে আকৌ কথা ক'বলৈ আৰম্ভ কৰিলে।

"কোনোবাই মোৰ জীৱনটো বৰ্বাদ কৰিবলৈ বিচাৰিছে অ'। মোক বেলেগ ধৰণে শেষ কৰিবলৈ বিচাৰিছে। জ্বলাই-জ্বলাই তিল-তিলকৈ মাৰিবলৈ বিচাৰিছে।

পলীলৈ বেনামী চিঠি দিছে। বেনামী চিঠি! এখন অসভ্য চিঠি। সেই ছোৱালীজনীৰ লগত মোৰ বিয়াৰ ঠিক হৈছে। আজি বাদে কালিলৈ তাই মোৰ ৱাইফ হ'ব ; তাইলৈ যি অশ্লীল ইঙ্গিত দি চিঠি দিছে যে পঢ়িলে তোৰ মূৰ গৰম হৈ যাব। আৰু বহুত কিবা-কিবি লেখিছে। ভাবিব নোৱাৰা কথা। পলীক হেনো সি পাবই। 'লবই'। *সি হেনো এখন চলন্ত ৰেলগাড়ী। পলী হেনো এটা ৰেলষ্টেচন। গাড়ীখন ষ্টেচনত ৰ'বই, ক্ষন্তেকৰ কাৰণে হ'লেও।*

বেচেৰী পলীজনীয়ে বৰ ভয় খাইছে হ'বলা! আজি কেবাদিনো ধৰি তাই মন-চন মাৰি আছে। ঘৰৰ কোনেও ক'ব নোৱাৰে, আঁচল কাৰণটোনো কি? চিঠিখন তাই কেৱল মোক হে দেখুৱাইছে। চিঠিখনত আকৌ আতৰ লগোৱা আছে। তই যে প্ৰায়ে ব্যৱহাৰ কৰ—তেনেকুৱা আতৰ।"

জুবেলৰ হাঁহি থকা চকুকিটাই এইবাৰ বেছিকৈ হাঁহিছে যেন লাগিছে। তেওঁ প্ৰেমপত্ৰ(?)খনৰ কথাত বেছ আমোদ পোৱা যেন লাগিছে। জুবেলে অভিনৱক কথাটো পাতলাবলৈ ক'লে।

চা, অভিনৱ! কথাবোৰ ইমান চিৰিয়াচ্লি নলবিচোঁন। কাৰোবাৰ চকু পুৰিছে। তই অসম-বিখ্যাত সুন্দৰী আৰু চুপাৰ স্মাৰ্ট পলীক বিয়া কৰাবি। মানুহে শুনি নজ্বলিব কিয়? জ্বলনত তৎ নেপাই কোনোবাই দুষ্টামি কৰি তোৰ ভাবী ৱাইফলৈ বেনামী চিঠি এখন দিলে। তাতে তই ইমান বিতত হ'ব পায়নে? মই আচৰিত হৈছো—পলীৰ নিচিনা ছোৱালী এজনীয়ে ইমান ভয় খাব লাগে কিয়? অভিনয় নহয়তো? তাইৰ কোনোবা আছে নেকি আকৌ?

বাৰু যাওক সেইবোৰ। চব পাহৰি যা। ইমান কমজোৰী নহবিচোন। তেনেকুৱা বেনামী চিঠি মই জাপে-জাপে পাওঁ। থ্ৰেটনিং লেটাৰ, ভয় খুওৱা চিঠি, মোলৈ আহি থাকে। আমি পিছে সেইবোৰলৈ পৰোৱাই নকৰোঁ। মই জানো, আমাৰ কিছুমান ব্যৱসায়িক প্ৰতিদ্বন্দী আছে। মোৰ যে চিফ মিনিষ্টাৰ, হ'ম মিনিষ্টাৰ এইবোৰৰ লগত ভাল—সেইটো বহুতৰে সহ্য নহয়। দুনিয়াত এনেকুৱা কিছুমান মানুহ আছে, যিবোৰে

নিজে একো কৰিব নোৱাৰে, কিন্তু লোকে কিবা কৰা দেখিলেও সহিব নোৱাৰে। ঈৰ্ষাত জ্বলি পুৰি মৰে আৰু নকৰিব লগীয়া কাম কৰে। জানই নহয়—ঈৰ্ষাত মানুহে কিমান দূৰলৈ যাব পাৰে। আমাৰ অসমীয়াত যে কয় ছালা! নিজৰ পেট কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা।' বেটী সতিনীয়ে, সিজনী সতিনী মাকৰ ঘৰলৈ যোৱাটো (তেতিয়াৰ দিনৰ কথা) সহ্য কৰিব নোৱাৰি নিজৰ পেটটোকে কাটি দিলে ; যাতে তেজ দেখি সতিনীৰ যাত্ৰা ভঙ্গ হয়, অৰ্থাৎ মাকৰ ঘৰলৈ যোৱাটো বন্ধ হয়! ছালা, ইমান হাৰামী! খিয়াল, বুইছ খিয়াল, পলীৰ নিচিনা এজনী তই চিৰজীৱনৰ কাৰণে পাৰ্মেনেণ্ট বেচিচত নিজৰ কাৰণে লৈ লবি, ধেমালী নেকি? সেইকাৰণেই এই বেনামী, বদনামী চিঠি! পিছে দোস্ত, তই পৰোৱা নকৰিবি। মই আছোঁ নহয়! মই থাকো মানে তোৰ চুলিডালো কোনেও চুব নোৱাৰিব।

মই খবৰ কৰিম। এন্‌কোৱাৰি কৰিম। গুৱাহাটীৰ অলিয়ে-গলিয়ে মোৰ মানুহ আছে। মোৰ পেইড এজেণ্ট আছে। মোৰ কিনা গোলাম আছে। পুলিচৰ মাজতো মোৰ ঢেৰ গোলাম আছে। বহুতক কিনি থৈছো বাপ্পেকে। মাহে মাহে ছালাম মাৰি নিবলৈ আহে বুইছ? গুণ্ডাবোৰৰতো কথাই নাই। মোৰ কথাত মাজ ৰাস্তাত লালগুণ্ডাৰ নিচিনা গুণ্ডাই সাতবাৰ কাণত ধৰি উঠ-বহ কৰিব। এতেকে তই ভয় নকৰিবি। মই তোক দিগদাৰী কৰা গুণ্ডা কিটাক উলিয়াম। সিহঁতক ভাল শিক্ষা দিম। ৱাৰ্ণিং দিম। সাৱধান কৰি দিম। সিহঁতে আৰু মানুহ নেপালে। মোৰ নলে-গলে লগা দোস্ত অভিনৱক হে পালে!

পিছে ভাই, বেনামী চিঠিৰ কথা মই উলিয়াব নোৱাৰিম। তই সেইখনৰ কথা পাহৰি যা। পাহৰি যোৱাই ভাল। বাকীবোৰ মই চাম।

তই এতিয়া কামে কাজে লাগি যা। বেমাৰী চা। টকা আৰ্জন কৰ। বিয়াৰ কাৰণে যা-জোগাৰ কৰ। অইনবোৰ পাহৰি যা।

আহ, এতিয়া খানা খোৱা যাওক। কালু, খানা লগা। তোৰ চিকেন বিৰিয়ানি আৰু চিকেন দোপিয়াজাৰ গোন্ধে মলমলাই আছে অ'। চাবাচ!"

০০০০

## ।। এঘাৰ ।।

# চাফাই চৰ্দাৰ

জুবেলে চাফাই চৰ্দাৰক মতাই পঠালে। তাৰ আচল নামটো কোনেও নাজানে। জানিবৰ দৰকাৰো নাই। জানিবলৈ গ'লে বিপদ হে! তাৰ নাম চাফাই হোৱাৰ কাৰণ আছে। সি কাৰোবাক খতম কৰিবলৈ হ'লে দেহাটোৰো চিন-চাব নেৰাখে। হয় এচিদ দি গলাই পেলাব নাইবা টুকুৰা টুকুৰকৈ কাটি নৈত উটাই দিব। চিন মোকাম নেৰাখে। পুলিচেও ভালেই পায়। হত্যাৰ প্ৰমাণ নাই। ডেডবডী পালেহে কেচ! নহ'লেতো মানুহজন হেৰাবও পাৰে! নিৰুদ্দেশো হ'ব পাৰে।

সেই হেন মহাপুৰুষ চাফাই চৰ্দাৰো জুবেলৰ কথাত উঠ-বহ কৰে। জুবেলৰ মতে কাম কৰে। কাৰণ জুবেলৰ টকা আছে। মণিপাৱাৰ অৰ্থাৎ অৰ্থবল আছে। ৰাজনৈতিক শক্তি আছে। চৰকাৰ তেওঁৰ হাতৰ মুঠিত। পুলিচ তেওঁৰ আজ্ঞাৱহ। সমাজ তেওঁৰ লগত আছে। সন্ত্ৰাসবাদীসকল তেওঁৰ পক্ষত আছে ; কাৰণ তেওঁ নিয়মিত ভাবে শকত ধনৰ টোপোলা (চান্দা!) আগবঢ়াই থাকে। প্ৰেছ তেওঁৰ হাতত। কেবাখনো কাগজৰ সম্পাদক আৰু মালিক গোষ্ঠী তেওঁ হাত কৰি থোৱা আছে। সৰু সুৰা, বা মুখাফুটা সংবাদসেৱীৰতো কথাই নাই!

পিছে হাতৰ মুঠিত গনিব পৰা কেইজনমান সাংবাদিকক আৰু কেইখনমান কাকতকহে তেওঁ হাত কৰিব পৰা নাই। বস্তুত টোপ দিছিল — নিগিলিল।

"এই চৰ্দাৰ! তই কামটো ভালেই কৰিছিলি। পিছে ইমান বেছি কৰিব নেলাগিছিল।" চাফাই চৰ্দাৰক জুবেলে ক'লে।

"হুজুৰ, মই কি ভুল কৰিলোঁ? আপুনি ভয় খুৱাবলৈ কৈছিলে। মই ভয় খুৱালোঁ। কিবা গল্‌তি হৈছে যদি গোস্তাকি মাফ কৰিব।"

জুবেলে গুণ্ডাৰ চৰ্দাৰটোক ক'লে,

"তই ভয় খুৱাবলৈ যাওঁতে বেছি কৰিলি। কাৰণ প্ৰথমবাৰ গুলিটো বৰ ওচৰেদি গৈছিলে। দ্বিতীয়বাৰ, ট্ৰাকৰ আগত আৰু অকণমান জোৰেৰে পৰা হ'লে খতমেই হ'লহেঁতেন। মইতো তোক খতম কৰিবলৈ কোৱা নাছিলোঁ। বাৰু এইবাৰৰ পৰা সাৱধান হবি! হোঁ, ল। এই টকা কিটা ৰাখ।" জুবেলে বিছখন পাচশ টকীয়া নোটৰ বাণ্ডোল এটা তালৈ দলিয়াই দিলে। চাফাই চৰ্দাৰে নোটৰ বাণ্ডোলটো এখন হাতেৰে থাপ মাৰি ধৰিব "চুক্ৰিয়া, খোদা হাফিজ" বুলি কৈ গুছি গ'ল। জুবেলে মিচিকিয়াই হাঁহিলে। তেওঁ ভাবিলে ঃ

"এই মানুহবোৰৰ মূৰ নাই বুলিও ক'ব নোৱাৰি। যিটো কাম কৰে এনে নিখুঁট ভাবে কৰে যে সাত শতুৰুৱেও নশলাগি নোৱাৰে। কিন্তু সিহঁতবোৰ যন্ত্ৰৰ নিচিনা। কিলাৰ মেচিন। মানুহ মৰা যন্ত্ৰ! এফিচিয়েণ্ট, পাকৈত! কিন্তু দিগদাৰী লাগে যে সিহঁতৰ নিজৰ মন বা বিবেক বোলা বস্তু এটা নাই ; পাপ পুণ্যলৈতো ভয় নায়েই।

আজি মাত্ৰ এমাহৰ আগৰ কথা। শৰৎ তামুলী নামৰ কাষ্টমস্‌ৰ ইন্সপেক্টৰ জনে মোক বৰ জুলুম দি আছিল। এবাৰ মোৰ ঘৰলৈ চাফাই চৰ্দাৰ আহিছিল ফুৰিবলৈ। চাহ খাবৰ সময়ত নানান কথাৰ মাজত শৰৎ তামুলীৰ কথা ওলাল। মই, তেওঁ মোক দিগদাৰি কৰি থকাৰ কথা উনুকিয়াইছিলো, কাৰণ তেতিয়া মই প্ৰায় অতিষ্ঠ হৈ গৈছিলো তামুলীৰ হেঁচাত।

চৰ্দাৰে চাহ-জলপান খোৱাৰ মাজে-মাজে মোৰ কথাবোৰ শুনি আছিল আৰু হাঁ-হুঁকৈ শলাগিছিল। যাবৰ সময়ত মাত্ৰ মোক কৈছিল,

'জুৱেল চাহাব! আপ ঘবৰাইয়ে মৎ। তামুলীকা উপৰ হাম নজৰ ৰাখেগা। আপকো তন্ কৰনেকো মৌকা নহী দেগা'। তাৰ মানে, চাফাই চৰ্দাৰে তামুলীক কোনো সুযোগেই নিদিব, মোক জুলুম কৰিবলৈ। মই ভালেই পালো। চৰ্দাৰে বোধহয় কায়দা কৰি তামুলীক ৱাৰ্ণিং দিব। সাৱধান কৰি দিব – যাতে মোক দিগদাৰি কৰি নেথাকে। হকে বিহকে মোৰ পিছত লাগি নেথাকে।

পিছে কথা সাংঘাতিক হ'ল। ঠিক এমাহৰ পিছত খবৰ কাগজত পঢ়িবলৈ পালোঁ যে দীপৰ বিলত এটা উখহি থকা মৰা শ জালোৱাৰ জালত লাগিল। মৰা শটো আন কাৰো নহয় – শৰৎ তামুলীৰ। তেওঁৰ জেপত থকা আইডেণ্টিটি কাৰ্ডখনৰ পৰা মানুহে গম পালে যে মৰাশটো কাষ্টমচ ইন্সপেক্টৰ শৰৎ তামুলীৰ।

মই তেতিয়াই বুজিলোঁ যে চাফাই চৰ্দাৰ কথাৰ মানুহ নহয়—কামৰ মানুহ! মই যে ইহঁতক কেৱল টকা দিয়েই হাতৰ মুঠিত ৰাখোঁ, সেইটো নহয়। সিহঁতৰ বহুতকে মই বিপদ আপদৰ পৰা বচাওঁ। মোৰ এটা টেলিফোনে সিহঁতক থানাৰ লক-আপৰ পৰা উলিয়াই আনে। মামলা-মোকৰ্দমা হ'লে সিহঁতৰ বিৰুদ্ধে আদালতত সাক্ষী দিবলৈ যোৱা মানুহক টকা দি মুখ বন্ধ কৰোঁ। গেঙৰ মানুহৰ বেমাৰ আজাৰ হ'লে চিকিৎসাৰ ব্যৱস্থা কৰাওঁ।

সিহঁতে মোৰ পৰা নানান দিহা-পৰামৰ্শও লয়। কেতিয়াবা কিছুমান ৰাজনৈতিক দলে সিহঁতক কামত লগাবলৈ বিচাৰে। পিছে সিহঁতে মোৰ লগত কথা-বতৰা নপতাকৈ তেনেকুৱা কামত আগ নেবাঢ়ে। মই চাই-চিতিহে সেইবোৰ কামত লাগিবলৈ কওঁ। যিবোৰ পাৰ্টি ইলেক্সনত জিকি চৰকাৰ গঠন কৰিবলৈ সমৰ্থ, তেনেকুৱা পাৰ্টিৰ কামতহে লাগিবলৈ মই কওঁ। সিহঁতে মোৰ কথা আখৰে আখৰে পালন কৰে। গেং লিডাৰ চাফাই চৰ্দাৰেতো মোৰ কাৰণে জান দিব আৰু জান লবও পাৰে। মোৰ ওপৰত তাৰ

অগাধ বিশ্বাস। অগাধ ভক্তি। পিছে ভয়ো কৰে। সিহঁতে জানে, আজি কিছুদিনৰ পৰা যে মই কৰিব নোৱাৰা কাম নাই। মোৰ হাত দীঘল। অভিনৱ বেছি ডেমাকী হৈ যোৱাৰ কাৰণে তাক অলপ ঠাণ্ডা কৰিবলৈ বুলি মই চাফাইক কৈছিলোঁ। সেইকাৰণেই সি ভয় খুৱালে। ভয় মানে, – ভালকৈয়ে ভয় খুৱালে। তাৰ দেমাক আৰু মেজাজ ঠাণ্ডা হৈ গ'ল। মোৰ ওচৰলৈ আহি যাব লাগিব যে মই জানো। মোৰ ওচৰলৈ নাহি কাৰ ওচৰলৈ যাব? তাৰ ঘৈণীয়েক, পলীৰ বাপেক সৰ্বানন্দ বৰুৱাৰ ওচৰলৈ যাব নেকি? সেইবোৰৰ ছালা কি আছে? টকা দুটামানহে আছে। তাতে গঙ্গাটোপটো হৈ ফুলি থাকিব। ডাঙৰ মানুহ!"

জুবেলৰ ঘৰত ভাত খোৱাৰ ঠিক দুদিনৰ পিছত অভিনৱে তেওঁৰ পৰা এটা টেলিফোন পালে।

"অভিনৱ! তই আজি চেম্বাৰৰ পৰা উভতি আহোঁতে মোৰ ঘৰত এপাক মাৰি যাবিচোন। দৰকাৰী কথা আছে। আহিবি তো?" আহিম, আহিম। নিশ্চয় আহিম। প্রিন্সে মাতিছে যেতিয়া নাহি পাৰিম নে? নহ'লে যে তই চিপাহী-পিয়াদা লগাই ধৰাই নিবি।" অভিনৱে ক'লে। অভিনৱৰ মনটো এতিয়া আগতকৈ অলপ হাল্‌কা। বিশেষকৈ পলী আৰু জুবেলক কথাবোৰ কোৱাৰ পৰা তেওঁৰ মনটো বহুত পাতল হ'ল। সেইকাৰণেই তেওঁ জুবেলৰ লগত টেলিফোনতে অলপ ধেমালি কৰিলে।

"বাৰু, বাৰু হ'ব দে। ঠাট্টা মস্কৰা কৰিব নেলাগে। আহিবি তেনেহ'লে। ভয় নকৰিবি। চাহ-তাহ খুৱাম।" – জুবেল।

"তাহটো খুৱাবই লাগিব। এটা বজাতে ভাত খাই অহা। সাতটা -চাৰে সাতটা বজালৈ পেটে কলমলাই যায়।"– অভিনৱ।

সেইদিনা ঠিক সাতটা বজাতে অভিনৱে চেম্বাৰ বন্ধ কৰিলে। অৱশ্যে সেইদিনা ভিৰো কম আছিল। সেইকাৰণে সুবিধাই হ'ল।

সাত বাজি বিশ মিনিট যোৱাত অভিনৱে জুবেলৰ ঘৰৰ কলিংবেল বজালে।

অভিনৱৰ হাতখনত খামোচ মাৰি ধৰি জুবেলে তেওঁক ড্ৰইংৰুমলৈ নিলে। "আইয়ে আইয়ে, ডক্টৰ চাহাব, বেইথিয়ে।" হাঁহি, হাঁহি, আথে-বেথে বন্ধুক বহুৱালে। নিজেও ওচৰতে বহিল।

"হেৰৌ! তোৰ মুখখনকে আৰু কিমান চাম? কিখন কৰি আছ তই? বেগম চাহেবা এগৰাকীৰ ব্যৱস্থা নকৰ কিয়? এই প্ৰকাণ্ড ৰাজপ্ৰাসাদটো! অকল তোৰ আৰু কালুখান বাবুৰ্চিৰ কাৰণেই সজালি নেকি? অভিনৱে বন্ধুৰ লগত প্ৰথম সেইষাৰ কথাৰেই কথোপকথন আৰম্ভ কৰিলে।

বাজে কথা থ। সেইবোৰ মই বাদ দিলোৱেই বুলি ধৰি ল। মোৰ আকৌ, তোৰ নিচিনাকৈ এজেন্সীৰে নহবগৈ নহয়। আমনি লাগি যাব। হাৰেম ভৰি যাব লাগিব।" জুবেলে উত্তৰ দিলে ফটাফট্।

"বাৰু, বাৰু! ফুটনি নেমাৰিবি। প্ৰথমতে এজন্সীকে জোগাৰ কৰি ল-চোন।" অভিনৱে ক'লে।

তাৰ পিছত সেই লাইনত আৰু কথা আগ নেবাঢ়িল।

কালুখান বাবুৰ্চিয়ে ট্ৰলী এখনত চাহ-জলপান আনি দুয়োৰো মাজতে সৰু টেবুল এখন থৈ বস্তুবোৰ ধুনীয়াকৈ সজাই থ'লে।

জুবেলৰ ঘৰত এইটোৱেই দিগদাৰ। বৰ বেছি খুৱায়। হালোৱা, পুৰি তৰকাৰী, ফ্ৰুটকেক, খেজুৰী, আখ্ৰোট, ইৰাণৰ ডাঙৰ চাইজৰ পেস্তা। কাৰা পাকৰ কলিকতীয়া সন্দেশ আছেই। সেই সন্দেশটো অভিনৱৰ বৰ প্ৰিয়। পেস্তা বুলিলেতো তেওঁ পাগল। মুঠতে খেজুৰৰ বাহিৰে আটাইকিটা আইটেমেই অভিনৱে ভাল পায়।

"ৰাতি আৰু ঘৰত নেখাওঁগৈ। এটা আইটেমো বাদ নিদিলো বুইছ, জুবেল! তোৰ বাবুৰ্চিয়ে যে হালোৱা বনায়! একদম হেভেন্‌লি!

দুয়ো বন্ধুয়ে পেট ভৰাই নাস্তা খাই গৰম চাহ একোকাপ লৈ আঁউজি বহিল। অভিনৱে টিপ্পনী দিলে ঃ There is no pleasure like gastronomical pleasure! জুবেলে ক'লে, "নহয় নেকি?" দুয়ো হাঁহিলে। প্ৰাণভৰি হাঁহিলে। জুবেলৰ কথাৰ তাৎপৰ্য অভিনৱৰ বুজিবলৈ সৰহ সময় নেলাগিল।

এইবাৰ জুবেলে আচল কথালৈ আহিল। তেওঁ আৰম্ভ কৰিলে ঃ

"অভিনৱ! যোৱা দুদিন মই এন্‌কোৱাৰি কৰিলোঁ। তই চিন্তা কৰিব নেলাগে। তোৰ একো নহয়। তোক কোনোবাই ভয়হে খুৱাইছে। মানে সাৱধান কৰি দিছে। তই জানো মন কৰা নাই? বন্দুকৰ গুলি তোৰ বাওঁফালৰ চিটৰ হেড্‌ৰেষ্টত নোসোমাই তোৰ মূৰতো সোমাব পাৰিলেহেঁতেন। ফুটপাথৰ পৰা তোক গটিয়াওঁতে তই চকাৰ দাতিত নপৰি চকাৰ তলতো সোমাব পাৰিলিহেঁতেন। এইবোৰ আকস্মিক ভাবে হোৱা বুলি নেভাবিবি। আটাইবোৰ ইচ্ছাকৃত ভাবে হৈছে। Calculated and well-designed!"

জুবেলৰ কথা শুনি অভিনৱৰ মুখ শুকাই গ'ল। "তেনেহ'লে মোক মাৰোঁ বুলিলে মাৰি পেলাব পাৰিলেহেঁতেন?"

"নিশ্চয় পাৰিলেহেঁতেন। কিন্তু নেমাৰিলে। জুবেলে জোৰ দি ক'লে।

মই এনেয়ে কোৱা নাই এইবোৰ কথা। খবৰ-খাবাৰ লৈহে কৈছো। কোনবোৰ অঞ্চলত কোনবোৰ 'এনেকুৱা মানুহে' কাম কৰে তাৰ খবৰ মোৰ আছে। মই আচল মানুহৰ লগতে কথা পাতিছিলোঁ।" জুবেলে আকৌ ক'লে।

**অভিনৱ ঃ মইনো কি এনেকুৱা ডাঙৰ অপৰাধ কৰিলো? কাৰনো জগৰ লগালোঁ যে মোক চৰম শাস্তি দিবলৈ কিছুমান মানুহ সাঁজু হৈছে? মোক সাৱধান কৰি দিব লগা হৈছে? মইতো কাৰো পানী খোৱা পুখুৰীত বিহ ঢলা নাই। মই নিজৰ ভাগে নিজে চলি আছোঁ। জীৱনত আজিলৈকে কাকো ঠগা নাই। প্ৰবঞ্চনা কৰা নাই। বঞ্চিত কৰা নাই।** পাৰিলে মানুহক উপকাৰহে কৰিছোঁ। কাকো একো অন্যায় কৰা নাই। বেমাৰী চাওঁ। চিকিৎসা কৰোঁ। পইচা দুটা উপাৰ্জন কৰোঁ। কিতাপ লেখোঁ। প্ৰবন্ধ লেখোঁ....।"

"সেয়াই! সেইটোৱেই কথা! That's the point! প্ৰবন্ধ লেখ! সেই প্ৰবন্ধবোৰেই তোক খালে। তোৰ কাল হ'ল। লেখ, লেখ আৰু লেখ! বিজয়নগৰৰ ওপৰত প্ৰবন্ধ লেখ! কৃষ্ণদেৱৰায়ৰ ওপৰত প্ৰবন্ধ লেখ!

এক শ্ৰেণী মানুহ তোৰ ওপৰত নাৰাজ, বুইছ? নাৰাজ! তোৰ ওপৰত সিহঁতৰ খং। যদি বাচি থাকিবলৈ বিচাৰিছ, সেই ধৰণৰ কিতাপ আৰু প্ৰবন্ধ পাতি লেখা বন্ধ কৰ। মই অৱশ্যে তোক মৰিবলৈ বা মাৰিবলৈ এৰি নিদিওঁ। কিন্তু কিমান ৰাখিম? চবৰেতো এটা সীমা আছে!........."

অভিনৱে মূৰে-কপালে হাত দি কথাবোৰ শুনি আছে। জুৱেলে বলকি আছে। তেওঁৰ মুখ এবাৰ খোলখালে সহজে বন্ধ নহয়।

০০০০

## ।। বাৰ ।।

## ডাঃ অভিনৱ বৰুৱাৰ কথা-(২)

জুবেলৰ ঘৰৰ পৰা উভতি অহাৰ পিছত অভিনৱে ঠিৰ কৰিলে যে আজি ঘৰতে অকলে অকলে বহি মদ খাব। ৰমেনক মাতি আনি ক'লে যে ভাত খাই সি শুই থাকক। তেওঁ ভাত-পানী নেখায়। জুবেলৰ ঘৰত বহুত কিবা-কিবি খাই আহিছে। বাহিৰৰ গেটখনত তলাটো মাৰিবলৈ যাতে সি নেপাহৰে। গেৰেজৰ দুৱাৰৰ তলা তেওঁ নিজেই লগাই আহিছে ; তথাপিও সি আকৌ টানি চাব।

"ঐ! জাগ এটাত পানী আৰু এটা ডাঙৰ গিলাচ দিবলৈ নেপাহৰিবি।" ৰমেনে চাহাবৰ ৰুমৰ পৰা ওলাব খোজোতেই তেওঁ চিঞৰি মাৰি ক'লে।

"চাৰ! আজিকালি জুবেল চাহাব দেখোন বৰ কৈ নহা হ'ল। আগেয়েতো গধূলি একেলগে প্ৰায়ে বহে।" ৰমেনে ক'লে।

"নহয় অ'! সিও ব্যস্ত। ময়ো ব্যস্ত। ক'তনো সদায় লগা-লগি হ'ম। আজিকালি মানুহবোৰৰ কামো বেছি লেঠাও বেছি। বাৰু যা, কাম বনৰ পৰা আজৰি হৈ ভাত-পানী খাই শুই থাকগৈ।"

অভিনৱে সাধাৰণতে হুইস্কি খায়। অতি দামীও নেখায় ; সস্তীয়াটোও নেখায়। মজলীয়া ভালটো খায়। তেওঁ ৰয়েল চেলেঞ্জ অথবা মেকডাৱেল প্ৰিমিয়াম পচন্দ কৰে। বেগপাইপাৰ প্ৰিমিয়ামো বেয়া নেপায়। পিছে প্ৰিমিয়ামবোৰ যিমান ভাল তাৰ দামো সিমানেই বেছি। চৰকাৰে প্ৰিমিয়ামবোৰত টেক্সও বৰ বেছিকৈ লগায়।

তেওঁ ৰান্ধনি ঘৰৰ কাবাৰ্ডটো খুলি ভজা কাজুৰ ডাঙৰ পেকেট এটা উলিয়াই আনিলে। পেকেটটো খুলি দুটা কাজু মুখত ভৰাই চোবাই-চোবাই পেকেটটোৰ গোটেইখিনি কাজু থাল এখনত ঢালি টেবুলখনত থলে। অভিনৱৰ শোৱা কোঠাত দুখন চকী আৰু মজলীয়া চাইজৰ এখন টেবুল থাকে। ডাইনিং ৰুমলৈ, আলহী-দুলহী নেথাকিলে, ৰাতি তেওঁ নেযায়। শোৱা কোঠাৰ টেবুলতে ৰাতিৰ সাজ খায়। ৰাতিপুৱাৰ চাহ কাপো ৰমেনে তাতে দিয়েহি। জুবেল গধূলি আহিলে সেইখন টেবুলতে দুই বন্ধুৱে বহি চাহ-তাহ খায় আৰু কেতিয়াবা ড্ৰিঙ্ক কৰে। জুবেলৰ লগত ভাত খাবলৈ হ'লে অৱশ্যে ডাইনিং টেবুলতে খায়।

আজি তেওঁ অকলেই বহিছে। নতুন বটলটো খুলি গিলাচটোত এটা ডাঙৰ পে'গ ঢালি লৈ ফ্ৰিজৰ পৰা বৰফৰ কিউব কেইটামান উলিয়াই তাত পেলাই দিলে, আৰু নিজকে নিজেই ক'লে, "আজি on the rocks খাম। তেহে ভাল লাগিব।"

বৰফৰ টুকুৰাবোৰৰ পৰা অকণ-অকণ বুৰ্‌বুৰণি উঠিছে। লাহে-লাহে বৰফ কিটুকুৰা গলিবলৈ আৰম্ভ কৰিছে। গিলাচটোৰ বাহিৰ ফালটো অস্বচ্ছ হৈ পৰিছে। অভিনৱৰ যেনে কথা তেনে কাম। লগে লগে চাৰিটা শোহাত "পাতিয়ালা পে'গ" শেষ। Bottoms up! Hurray! লগে লগেই (Psychological কাৰণতেই নে alcoholৰ কাৰণেই ক'ব নোৱাৰোঁ) অভিনৱৰ গাটো আৰু লগতে মনটো বহুত ভাল লাগি গ'ল।

জুবেলৰ কথাবোৰ শুনি অভিনৱৰ মনটো বৰ বেয়া হৈ আহিছিল। দুখ, বেজাৰ আৰু ক্ষোভে মনটো হেঁচা মাৰি ধৰিছিলে। লাহে-লাহে দুখ-বেজাৰ আৰু ক্ষোভৰ স্থান ল'লে ক্ৰোধে। খঙৰ জুই কুৰা ৰিম্‌ৰিমকৈ জ্বলিবলৈ আৰম্ভ কৰিলে।

সেইকাৰণেই খঙৰ জুইকুৰা নুমাবলৈকে তেওঁ 'সিবিধ' খাবলৈ মন কৰিছিল— যাতে পানীয় বিধে জুইকুৰা নুমায়েবা।

দ্বিতীয় পে'গটোত নতুনকৈ দিয়া বৰফৰ টুকুৰা কিটাৰ লগতে অলপ (আধা গিলাচমান) পানী ঢালি ল'লে। তিনি-চাৰিটা কাজু মুখত ভৰাই মচৰ-মচৰকৈ চোবাই, জিভাখন পুৰি যোৱাৰ নিচিনা ভাবটো বহুত লাঘৱ কৰিলে। মুখখন মিঠা মিঠা লগাৰ লগে লগেই এটা দীঘলীয়া শোহা মাৰিলে। তাৰ পিছত ঢক-ঢক কৈ দুঢোক খালে। আজি তেওঁ ইচ্ছা কৰিয়েই খৰকৈ খাইছে। লাগক সোনকালে নিচা। উটাই নিয়ক হুইস্কিয়ে তেওঁৰ ভয়, নাৰ্ভাছনেছ আৰু বিমৰ্ষতা।

হয় ঠিকেই। লাহে লাহে অভিনৱ বৰুৱাৰ বিষন্ন ভাবটো গৈছেগৈ। খংটো পূৰাকৈ যোৱাগৈ নাই। পলীৰ ওচৰলৈ এটা আধামৰা মন লৈ তেওঁ গৈছিল। তেওঁৰ তেজোদীপ্ত কথাবোৰে অভিনৱক জীৱন্ত কৰি তুলিছিল। অভিনৱে এটা জীয়া মন লৈ ঘূৰি আহিছিল।

জুবেলৰ ওচৰৰ পৰা আহোঁতে কিন্তু ফল সম্পূৰ্ণ ওলোটা হ'ল। প্ৰথম চোৱা বৰ ভালেৰেই গ'ল। খোৱা-লোৱা ইত্যাদি – চমৎকাৰ। সি নিৰ্ভয়ো দিলে। "তোৰ একো নহয়। ভয় নকৰিবি যা। ভয়হে খুৱাইছে। প্ৰাণে নেমাৰে। জান মাৰিবলৈ মই নিদিওঁ" ..... ইত্যাদি।

কিন্তু পিছত যেতিয়া সি ক'লে যে "কিছুমান মানুহ তোৰ ওপৰত নাৰাজ।" "সেইটো কথাতেহে মই ভাল নেপালোঁ। পিছত জুবেলৰ মুখৰ পৰাই কাৰণটো ওলাল। মোৰ কিতাপ আৰু প্ৰৱন্ধবোৰেই হেনো দোষী। সেইবোৰ মই বন্ধ কৰিব লাগে। 'তেনেকুৱা ধৰণৰ' লেখা মই বন্ধ কৰিব লাগে। তেতিয়াহে হেনো মই বাচি থাকিম।" অভিনৱে ভোৰভোৰালে।

দ্বিতীয় পে'গটো শেষ কৰি তেতিয়া অভিনৱে তৃতীয় পে'গটোৰো আধা গলাধঃকৰণ কৰিলে। এতিয়া তেওঁ সম্পূৰ্ণ মুক্ত। ভয়, সংশয়, দুশ্চিন্তা একোৱেই তেওঁৰ মনটো হেঁচা মাৰি থকা নাই। টলাব পৰা নাই।

তৃতীয় পে'গটো শেষ কৰাৰ পিছত অভিনৱ সম্পূৰ্ণ এজন বেলেগ মানুহলৈ ৰূপান্তৰিত হ'ল। নিজকে বৰ বলী-বলী, জোৰদাৰী যেন লাগিছিল তেওঁৰ। অৱশ্যে তেওঁ প্ৰকৃততেই strong man। বলী পুৰুষ। বলী পুৰুষ বোলা কথাষাৰ মনলৈ অহাৰ লগে লগেই অইন কথা কেইটামানলৈ তেওঁৰ মনত পৰিল।

চতুৰ্থ পে'গটোৰ এঢোক মাৰি অভিনৱে চকীখনৰ পৰা উঠি আহি কোঠাটোৰ ভিতৰতে খোজ-কাঢ়ি ফুৰিবলৈ ধৰিলে। কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ, সিমূৰৰ পৰা ইমূৰলৈ। অৱশ্যে তেওঁৰ খোজবোৰ তেতিয়াও থৰক-বৰক হোৱা নাই। বেলেন্স পূৰা আছে। অভিনৱ মানুহজন ওখ-ডাঙৰ, তেজাল। শৰীৰৰ তেজৰ ভলিউমৰ ওপৰত নিচা নিৰ্ভৰ কৰে। তেজৰ পৰিমান আৰু সুৰাৰ পৰিমানৰ অনুপাতে নিচা নিৰ্ণয় হয়। একে পৰিমাণৰ মদে বেছি তেজ থকা প্ৰকাণ্ড মানুহৰ গাত যি প্ৰতিক্ৰিয়া কৰিব, কম তেজ থকা, সৰু ফুটীয়া মানুহৰ গাত বেলেগ ধৰণে প্ৰতিক্ৰিয়া কৰিব। অৱশ্যে মনৰ জোৰ বা মানসিক অৱস্থাৰ ওপৰতো নিচা কম লগা, বেছি লগা নিৰ্ভৰ কৰে বুলি কোনো কোনোৱে কয়, আৰু প্ৰকৃততে দেখাও যায়। মুঠতে, এইটো ঠিক যে অভিনৱৰ গাত পূৰা নিচা লগা নাই। মদে তেওঁক কাবু কৰিব পৰা নাই।

খোজ কাঢ়ি থাকোঁতে অভিনৱে ভাবিবলৈ ধৰিলে। অৱশ্যে সম্পূৰ্ণ মনে মনে তেওঁ ভবা নাই। জুৱেলৰ নিচিনাকৈ তেওঁৰো সেই একেটা স্বভাৱেই। ডাঙৰ ডাঙৰকৈ চিন্তা কৰে। অকলে অকলে কথা কয়। হুইস্কি পেটত পৰিলে সেই স্বভাৱটো প্ৰকট হৈ পৰে। তেওঁ বলকি গ'ল ঃ

"পলীলৈ লিখা বেনামী চিঠিখনত নৰকৰ কীটটোৱে কেলৈ লিখিছিল – 'সি (মানে মই) এটা কাপুৰুষ, বীৰ্যহীন, নপুংসক'? সি কুকুৰে কেনেকৈ জানিলে মই কাপুৰুষ? মই বীৰ্যহীন? পলীয়েনো আকৌ বাৰে বাৰে কেলেই কৈ আছিল, 'মই (মানে পলীয়ে) পুৰুষ সিংহক ভাল পাওঁ। ... কাপুৰুষালিক প্ৰশ্ৰয় নিদিওঁ...' জুৱেলে কিয় কৈছিল, – 'কাপুৰুষ বহুবাৰ মৰে। বীৰপুৰুষ এবাৰহে মৰে...।'

এটাইবোৰে মোক কিয় কাপুৰুষ আখ্যা দিছে? মই সচাঁকৈয়ে কাপুৰুষ নেকি? মই বীৰ্যহীন নেকি? মই পুৰুষত্ববিহীন নেকি?"

অভিনৱে খোজ কাঢ়িবলৈ এৰি দি আকৌ চকীখনত বহিলগৈ। গিলাচটোৰ পৰা এঢোক খালে। এতিয়া তেওঁ লাহে লাহে খাবলৈ ধৰিছে। ডাঙৰ ঢোক নহয় ; সৰু ঢোক – অকণ অকণকৈ সুখত লৈ লুৰুক-ফুৰুক কৰি লাহে লাহে গিলিছে।

"মই কাপুৰুষ! মই বীৰ্যহীন! কুকুৰবোৰে মোক চিনি নেপালে। মোক নেজানিলে। মোৰ নিচিনা বলৱন্ত পুৰুষ এজন বীৰ্যহীন? একে ঘোঁচাতে একোটা মানুহ বগৰাই দিব পৰা মানুহটো—মই কাপুৰুষ? কেলেই জুৱেলে পাহৰিলেই নে সি আৰু মই গুণ্ডা তিনিটাক উজান বজাৰত পিটি পিটি লাণ্ডা বনাই দিয়া?

খেদি খেদি ড্ৰাগ বিক্ৰী কৰা মানুহ মাৰি পিটি কটনৰ কম্পাউণ্ডৰ পৰা মই উলিয়াই দিয়া কথাটোতো গুৱাহাটীৰ এটাইকিখন কাগজেই ৰিপৰ্ট কৰিছিল। মোৰ সাহস আৰু বলৰ কথা বহুতেই জানে। জুৱেলেতো জানেই।

সি হয়তো মোক ভয় খোৱা দেখি সাহস দিবলৈহে তেনেকৈ কৈছিল। পলীয়ে হয়তো মোক উদ্দেশ্য কৰি কোৱা নাছিল ; এনেয়েহে কৈছিল। তেৱোঁ মোক সাহসহে যোগাইছিল। চিন্তা কৰিবলৈ মানা কৰিছিল। কেনেকুৱা মানুহ ভাল পাই সেইটো কৈ মোক হয়তো উৎসাহিত হে কৰিছিল ; প্ৰেৰণা যোগাইছিল। ডাউন দিব খোজা নাছিল।

খালৰ পোকটোৱে বেনামী চিঠিত কি লিখিছিল তাক লৈ মই মূৰ ঘঁমোৱা দৰকাৰ নাই।

চাৰি নম্বৰ পে'গটো খোৱাৰ পিছত অভিনৱে আৰু খাবলৈ মন নকৰিলে। ৰয়েল চেলেঞ্জৰ বটলটোৰ সাফৰখন টান কৈ মাৰি ফ্ৰিজত ভৰাই থ'লে। ভৰাই থোৱাৰ আগে আগে এবাৰ বটলটোলৈ তেওঁ চকু ফুৰালে। "অলপ খহিল। চাবাচ!" তেওঁ হাঁহি এটা মাৰি ফ্ৰিজৰ দুৱাৰখন সাৱধানে বন্ধ কৰিলে। তেওঁ সাৱধান হৈছিলে হয়, পিছে দুৱাৰখন দেখোন জোৰেৰেহে লাগিল।

পোনে পোনে তেওঁ শুবলৈ নগ'ল। ৰাতি মাত্ৰ বাৰটাহে বাজিছে। Night is still young! ইমান সোনকালে ৰাতিটো শেষ কৰি দিব নে? শুই দিয়াৰ লগে লগে দেখোন ৰাতি পুৱাবই। ৰাতিটো শেষ হৈ যাব দেখোন!

পলীলৈকে ফোন এটা কৰা যাওক। নাই নাই। বেচেৰী চাগে এতিয়া দোৰ্ঘোৰ টোপনিত। দিগদাৰ কৰিব নেপায়।

জুৱেললৈকে কৰোঁ নেকি ফোন এটা? সেইডালে আকৌ শুলে যদি টোপনি ভঙাৰ কাৰণে কথাহে শুনাব, গালিহে পাৰিব।

ফোন কৰা ধান্দা বাদ দি কাগজকে পঢ়োঁ বুলি আগফালৰ বাৰান্দালৈ গৈ খবৰ কাগজখন লৈ আনি টেবুলত মেলি ল'লে। ফেব্ৰুৱাৰী ১৬ তাৰিখৰ কাগজ।

অভিনৱৰ প্ৰথমেই চকুত পৰিল, প্ৰথম পৃষ্ঠাৰ প্ৰথম কলমত 'বক্স আইটেম' কৰি দিয়া এটা খবৰ। খবৰটো পৰিৱেশন কৰা হৈছে ইছলামাবাদ (পাকিস্তান)ৰ পৰা "Pak actress booked on treason charge"—শিৰোনামা।

— পাকিস্তানৰ জনপ্ৰিয় চিত্ৰতাৰকা ৰীমাৰ বিৰুদ্ধে দেশদ্ৰোহিতাৰ গোচৰ তৰা হৈছে। তেওঁ হেনো যোৱা বছৰ আমেৰিকাত বহুতো এচিয়া মহাদেশৰ দৰ্শকৰ আগত ভাৰত-প্ৰেমী গীত গাইছিল। গীতটোৰ নাম আছিথল 'জান জান হিন্দুস্তান!' অৰ্থাৎ 'ভাৰত মোৰ জীৱন'।—

এই দেশদ্ৰোহী অপৰাধৰ বাবে দোষী সাব্যস্ত হ'লে হয় ৰীমাৰ মৃত্যুদণ্ড হ'ব, নহয় যাবৎ জীৱন কাৰাদণ্ড হ'ব।—

অভিনৱে খবৰটো পঢ়ি ঢেকঢেকাই হাঁহিলে। বাহ্, বঢ়িয়া তো! এটা গান গালে ফাঁচী হয়? যাৱজ্জীৱন কাৰাবাস হয়? আৰু আমাৰ ইয়াত ব্ৰহ্মপুত্ৰৰ বুকুত বাংলাদেশীয় পতাকা উৰুৱাই কিছুমান ভাৰতীয়ই (?) নাও চলাই ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰিব পাৰে! কোনো দেখোঁতা নাই। দেখিলেও কওঁতা নাই। ক'লেও গোচৰ তৰোঁতা নাই। গোচৰ তৰিলেও ফাঁচী-ফাটেক দিওঁতা নাই।

পুলিচে দেখিলেও "সেইখন নো কি ওলমাইছ?" বুলি তৰল মন্তব্য এটা দি কুকুৰা কণী কেইটামানৰ বিনিময়ত নাৱে-মানুহে-পতাকাই এৰি দিয়ে।

ভাৰত আৰু পাকিস্তানৰ মাজত ক্ৰিকেট খেল হ'লে, পাকিস্তান জিকিলে আমাৰ বহুতো ভাৰতীয়ই, বিশেষকৈ অসম, হায়দৰাবাদ, জামচেদপুৰ, কানপুৰ, কেৰেলা আৰু কাশ্মীৰত ফটকা ফুটুৱায় অৰু পাকিস্তানী পতাকা জোকাৰি, "পাকিস্তান জিন্দাবাদ" নাৰা লগায়। ক'তা, ইয়াততো কাৰো সেইবোৰ কাৰণত ফাঁচী-ফাটেক হোৱা শুনা নাই? এইবোৰ মানুহৰ প্ৰতি ভাৰতৰে এচাম মানুহ নাৰাজ হোৱা কথা শুনা নাই। ক'তো এখন মাৰ-পিট বা খুন খাৰাবী হোৱাও শুনা নাই। অথচ মই কৃষ্ণদেৱৰায় আৰু বিজয়নগৰৰ কথাৰে প্ৰবন্ধ লেখাত 'এচাম মানুহ' হেনো মোৰ ওপৰত খুবেই নাৰাজ! জুবেলৰ মতে সেই বিষয়ৰ ওপৰত মই প্ৰবন্ধ-চবন্ধ লেখি থাকিলে মোৰ কাৰণে হেনো প্ৰাণৰে সংশয়। অৱশ্যে বন্ধু জুবেলৰ কথা আখৰে আখৰে সচা। এবাৰ নহয়। দুবাৰকৈ মোৰ প্ৰাণ-নাশৰ চেষ্টা কৰা হৈছিল। কথমপি বাচিচিলোঁ।"

তাৰ পিছৰ খবৰবোৰৰ বিশেষ তাৎপৰ্য নাই। অইনৰ কাৰণে ডাঙৰ খবৰ কিন্তু অভিনৱৰ কাৰণে নহয়।

ষ্টীল অথৰিটি অব্ ইণ্ডিয়াক নতুনকৈ গঢ়া হ'ব। এই ৰাজহুৱা প্ৰতিষ্ঠানটোৱে লোকচান ভৰি আছে।

ভাৰতীয় বায়ুসেনাৰ উইংকমাণ্ডাৰ সৎনাম (বাহ্‌ৰে সৎ নাম! অৰ্থা সু নাম!) শ্বাহে সৈ কাঢ়িলে যে তেওঁ আমেৰিকাৰ চোৰাংচোৱা সংস্থা, চি, আই, এৰ হৈ কাম কৰি আছিলে। এই অৱসৰ প্ৰাপ্ত উচ্চ পদাধিকাৰী জনে আমেৰিকাৰ পৰা প্ৰচুৰ টকা লৈছিলে।

ক্লিণ্টনে (আমেৰিকাৰ প্ৰেচিডেণ্ট) ৰাজ্য সভা আৰু লোকসভাৰ যুটীয়া অধিবেশনত ভাষণ দিব। ইত্যাদি, ইত্যাদি! "পিছে ক্লিণ্টন বৰ চালাক," অভিনৱে মনতে ভাবিলে, "তেওঁ ভাৰতলৈ আহি গণতন্ত্ৰৰ ওপৰত বক্তৃতা দিব। বিশ্বৰ বৃহত্তম গণতান্ত্ৰিক দেশ ভাৰতৰ লগত মিলেৰে থকাৰ কথা ক'ব। কিন্তু সামৰিক শাসনাধীন হৈ থকা পাকিস্তানে বেয়া পায় বুলি তাতো এৰাতি থাকি পাকিস্তানৰ মুখ্য শাসক জেনেৰেল মুছাৰাফৰ লগত বহি এসাজি খাব। এই সেনানায়ক জনেই আকৌ পাকিস্তানৰ জনগনে গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্বাচিত কৰা প্ৰধানমন্ত্ৰী নৱাজ শ্বাৰিফক বলেৰে গাদীচ্যুত কৰি

পাকিস্তানৰ শাসনভাৰ লৈছিল। গাদী দখল কৰিছিল। সেইজন সামৰিক শাসকৰ লগতে এতিয়া পৃথিৱীৰ এটাইতকৈ বেছি ক্ষমতাশালী গণতান্ত্রিক শক্তি আমেৰিকাৰ ৰাষ্ট্রপতিয়ে মিতিৰালি কৰিব। এৰাতি থাকিব। লগে-ভাগে এসাজি খাব।

এয়াই হ'ল আন্তর্জাতিক ৰাজনীতি! ৰাজনীতিৰ, কুটনীতিৰ চমৎকাৰিতা! ন্যায়-অন্যায়, উচিত-অনুচিতৰ বিচাৰ নাই ; আছে মাথো ক্ষমতাৰ টনা-আজোৰা, ক্ষমতাৰ ভাৰসাম্য, ৰাজনৈতিক বাধ্যবাধকতা আৰু প্রয়োজনীয়তা।

সেইকাৰণেই ভাৰতীয় ৰাজনীতিকসকলে গণতন্ত্র, মানৱীয়তা, অহিংসা, সহনশীলতা আদি অভিধানত থকা ধুনীয়া ধুনীয়া শব্দ লগাই লোকসভা, ৰাজ্যসভা আৰু সভাই সমিতিয়ে বক্তৃতাৰ ফুলজাৰী উৰালে মোৰ ভীষণ খং উঠে। এই ধুনীয়া শব্দবোৰ কিছুমান দেশ আৰু এচাম মানুহৰ ক্ষেত্রতহে প্রযোজ্য নেকি? আটাইবোৰ দেশ আৰু সকলো শ্রেণীৰ মানুহৰ ক্ষেত্রত প্রযোজ্য নহয় নেকি?

এনেয়ে মাটিৰ মানুহে, তেজ-মঙহৰ সাধাৰণ মানুহে কয় নে—? বেটীয়ে ভাঙিলে কঁতৰা, গড়গাওঁ পালেগৈ বতৰা। ঘৈণীয়ে ভাঙিলে কাঁহী, থ'লে মিচিকিয়াই হাঁহি।"

"আমেৰিকাই, ফ্রান্সে, চীনে পাৰমানৱিক বোমা জমাই থ'লে জগৰ নেলাগে। ভাৰতে বোমা এটা পৰীক্ষামূলক ভাবে ফুটালে জগৰ লাগে। দেশৰ ভিতৰে-বাহিৰে বিৰূপ সমালোচনা হয়। মই দুখীয়া হ'ব পাৰোঁ। কিন্তু মোৰ ঘৰৰ লামলাকতু কিটা সিন্ধিখন্দা টোকোনা চোৰৰ পৰা ৰখাবলৈ, ঘৰত চোৰ খেদিবলৈ কুকুৰ এটাও নুপুহিম নে? ৰামটাঙোন এডাল নেৰাখিম নে?

অভিনৱে কাগজখন সামৰি থলে। কাগজখন পঢ়া কেতিয়াবাই হৈ গ'ল। সম্পাদকীয়টো নপঢ়িলে। সম্পাদকীয়টো আছিল ঃRSVP,RSS। "বাঁহৰ টাঙোন লৈ ড্রিল কৰা RSS কিটাক, অর্থাৎ ৰাষ্ট্রীয় স্বয়ং সেৱক বিলাকক আৰু কিমান গালি পাৰ? বেচেৰাহঁতে গালি খাই খাই নাস্তানাবুদ হৈ গৈছে! আৰে, বেটা! সাহস আছে যদি এ, কে ৪৭ বা ৫৬ লৈ ড্রিল কৰা বিলাকক গালি পাৰ চোন চাওঁ। যদি মৰদ হৱ, ওচামা বিন লাডেনক গালি পাৰি চা! সম্পাদকীয় লেখ চাওঁ! ডাউড ইব্রাহিমৰ বিৰুদ্ধে লেখচোন সম্পাদকীয়। কলিজা আছে নে? খেনোক দেখি ৰান্ধ-বাঢ়, খেনোক দেখি দুৱাৰ বান্ধ?"

অভিনৱে বলকি গৈছে। একে লেথাৰিয়ে। তাৰপিছত অলপ সময় টলকা মাৰি ঘড়ীটোলৈ চালে। সর্বনাশ! বাৰটা বাজিলেই। তেওঁ খৰ-ধৰকৈ খবৰ কাগজখন সামৰি, জাপি-কুঁচি কিতাপৰ ৰেকৰ তলৰফালে খবৰ কাগজৰ দ'মটোৰ ওপৰত থলে। অভিনৱে কাগজবোৰ তাৰিখ অনুযায়ী বঢ়িয়াকৈ থৈ যায়। খুব আৱশ্যকীয়া কথা থাকিলে ক্লিপিংচবোৰ থৈ যায়—এটা ফাইলত। কেতিয়াবা সেইবোৰে খুব কাম দিয়ে।

তেওঁ এইবাৰ শুবলৈ যো-জা কৰিলে। শুব লাগে কাৰণেই। কাৰণ পাছদিনাতো চেম্বাৰ এটেণ্ড কৰিবই লাগিব। কিমান পেচেণ্টে আগ্ৰহেৰে বাট চাই থাকিব। কিছুমানে দেখুৱাব এক্স-ৰে ৰিপৰ্ট, কিছুমানে দেখুৱাব শৌচ-পেচাৱৰ-তেজৰ ৰিপৰ্ট আৰু কতবিধৰ ৰিপৰ্ট। সেইটো হ'ব তেওঁলোকৰ দ্বিতীয় ভিজিট। তেতিয়াহে ঔষধ-পাতি আৰু বিধান, মানে মেডিকেল এডভাইচ দিব পৰা হ'ব। বহুতো ডাক্তৰে সেই দ্বিতীয় বিধ অৰ্থাৎ মেডিকেল এডভাইচত বেছি সময় নষ্ট কৰিব নোখোজে। (ভাল-ভাল দামী দামী ঔষধ লিখি দিয়েই কৰ্তব্য সমাপন কৰে) কাৰণ সেইকণ সময়ত আন এজন ৰোগী চাব পাৰিব। কিন্তু ডাঃ অভিনৱ বৰুৱা তেনে ডাক্তৰ নহয়। ৰোগীক যথেষ্ট বুজায়। আনকি তেওঁ বিভিন্ন ৰোগৰ প্ৰতিৰোধৰ বিষয়েও সময় থাকিলে দু-আষাৰ কয়। কেৱল নিৰাময়েই নহয়। এইখিনিতে অন্য ডাক্তৰৰ লগত তেওঁৰ পাৰ্থক্য।

বেড চুইচটো টিপি লাইটটো নুমাব খুজি অভিনৱে লাইটটো নুমাব পৰা নাই। কি হ'ল আকৌ, চুইচটো বেয়া হ'ল নেকি? কেবাবাৰো টিপাৰ পাছতহে তেওঁ গম পালে যে বপুৰাই, মূৰৰ শিতানত থৈ দিয়া টৰ্চটোৰ চুইচ্টোহে টিপি আছে! ধেৎ তেৰি! নিচাই ধৰিছে নেকি? এইবাৰ কিন্তু ভুল নহ'ল। লাইট নুমাল। অন্ধকাৰ। অভিনৱে ভৰি-হাত মেলি ওপৰমূৱাহে শুই ৰিলেক্স কৰিলে। বাওঁফালৰ ভেণ্টিলেটৰেদি অকণমান পোহৰ কোঠাটোলৈ সোমাই আহিছে। অলপ সময় চকুকিটা মুদি আকৌ মেলি দি দেখে কোঠাটো এতিয়া আন্ধাৰে ঢাকি থকা নাই। অকণ অকণ পোহৰ, অকণ অকণ ছাঁ।

হঠাৎ তেওঁৰ এনেকুৱা লাগিল যেন বাওঁফালে মূৰৰ শিতানৰ ফালৰ পৰা কিহবাৰ ছাঁ এটাই তেওঁক ওচৰৰ পৰা চাই আছে! তেওঁ ধৰমৰাই উঠি বহি টৰ্চটো জ্বলাই সেইফালে টৰ্চৰ পোহৰ পেলালে। কোনো নাই। একো নাই। টৰ্চটো নুমাই আকৌ শুলে। আকৌ ছাঁটোৱে তেওঁলৈ চাই থকা দেখিলে। এইবাৰ অভিনৱে বেড চুইচটো টিপি লাইটটো জ্বলালে। উঠি বিচনাত বহি চাৰিওফালে চালে। হায় ৰাম! কি যে কাণ্ড ! বাওঁফালৰ চকীখনত তেওঁৰ চাৰ্টটো ওলোমাই থোৱা আছে। সেইটোৰে ছাঁ তেওঁৰ গাত পৰি ভয় খুৱাইছে। চকুৰ ভ্ৰম! মতিভ্ৰমৰ কাৰণে চকুৰ ভ্ৰম-নে চকুৰ ভ্ৰমৰ কাৰণেই মতিভ্ৰম? মনস্তত্ত্ববিদেহে ক'ব পাৰিব।

তেওঁ শুবলৈ চেষ্টা কৰিলে। নাই, টোপনি নাহে হে নাহে। কি কৰা যায় এতিয়া?

উপায়হীন হৈ অভিনৱে বিচনাৰ পৰা উঠিল। আকৌ হুইস্কিৰ বটলটো উলিয়ালে। টেবুলতে থকা গিলাচটোত ডাঙৰ পে'গ এটা ঢালিলে। পানী মিলালে ; কিন্তু বেছি নহয় ; আধা গিলাচতকৈ অলপ কম। ডাঙৰ শোহা এটা মাৰিলে। জিভা আৰু তালুখন পুৰি যোৱা যেন লাগিল।

ফ্ৰিজৰ পৰা বৰফৰ কিউব কেইটুকুৰামান উলিয়াই গিলাচটোত দি অলপ পৰ

ঘূৰাই ঘূৰাই জোকাৰি জোকাৰি বৰফ কিটুকুৰা গলালে। তাৰ পিছত ডাঙৰ ডাঙৰ শোহাৰে পানীয়বিধ গিলিবলৈ লাগি গ'ল। পানীয় কণ হিম শীতল হোৱা কাৰণে জিভা আৰু তালু নোপোৰা হ'ল।

পে'গটো শেষ হ'ল। অভিনৱৰ এইটো পঞ্চম পে'গ ; তাকো ডাঙৰ। তেওঁৰ গা আৰু মূৰ বেছ গৰম গৰম লাগিছে। মূৰটো পাতল হৈ পৰিছে। গাটো যেন শূন্যতে ওপঙি আছে।

তেওঁ এইবাৰ আকৌ শুবলৈ বিচনাত উঠিল। ওপৰলৈ মুখ কৰি ভৰি দুটা দীঘলকৈ মেলি দিলে। মূৰটো গাৰুত থাকিব খোজা নাই যেন লাগিলত গাৰ জোৰেৰে মূৰটো গাৰুত হেঁচা মাৰি ধৰি থাকিল। ভৰি দুটাও ওপঙি, ওপৰলৈ গুচি যাব খোজা যেন লাগিলত জোৰেৰে তললৈ হেঁচি ধৰি থাকিল। ছেন্সেছনটো বেয়াও লগা নাই কিন্তু! গা-মন চব পাতল পাতল।

তেওঁ পলীৰ কথা ভাবিবলৈ চেষ্টা কৰিলে। আধা টোপনি, আধা সাৰ ; এটা তন্দ্ৰা-তন্দ্ৰা অৱস্থা।

পলীৰ হাঁহি থকা চকুযুৰিৰে, দুষ্টামি ভৰা ওঁঠৰ হাঁহিটিয়ে তেওঁক যেন শুবলৈ নিদিব। ছবিখন ক্ৰমাৎ স্পষ্টৰ পৰা স্পষ্টতৰ হৈ উঠিছে অভিনৱৰ তন্দ্ৰালু চকুত। পলীৰ ছবিখনে যেন পোহৰ কৰি তুলিছে সেই আন্ধাৰ কোঠাটো। পলীয়ে এটা গান গাইছিল। চিলিন ডিয়ন আৰু সঙ্গীয়ে গোৱা সেই বিখ্যাৎ গানটি – 'I hate you then I love you...!' লগে লগে অভিনৱেও গাইছিল....।

এটা সময়ত অভিনৱৰ চকুৰ আগৰ পৰা পলীৰ ছবিখন কঁপি-কঁপি নাইকিয়া হৈ গ'ল। আধা টোপনি আধা সাৰ অৱস্থাত অভিনৱ বিচনাত পৰি থাকিল।

এখন নতুন ছবি তেওঁৰ চকুৰ আগত ভাহি উঠিল। দোস্ত জুবেলৰ ছবি।

অভিনৱৰ টোপনি আহিল নে সাৰেই আছে ধৰিব পৰা নাই। তেওঁ পলীৰ কথাহে ভাবি আছিল আৰু পলীৰ ছবিখনহে তেওঁ দেখি আছিল। পলীৰ ছবিয়েহে গান গাই আছিল, "I hate you then I love you!" তেৰোঁতো লগে লগে গাই আছিল!

হঠাৎ জুবেলটো নো ক'ৰ পৰা আহিলে? সি কিয় আহিলে? তেওঁতো জুবেলৰ কথা ভবা নাছিল। জুবেলক বিচৰা নাছিল।

জুবেলৰ ছবিয়েই। সি দেখোন কথাও কৈছে! হাঁহিছেও! কি কৈছে সি? সি কৈছে ঃ

—"অভিনৱ! তই তোৰ বিষয়ে কি জান? কিমান জান?"

অভিনৱ ঃ – জুবেল! তই ক'ৰ পৰা ওলালিহি? তোকতো মই মতা নাছিলোঁ। বিচৰা নাছিলো।

জুবেল ঃ– তই মোক বিচাৰ বা নিবিচাৰ, মাত বা নেমাত, মই তোক নেৰোঁ। মই তোৰ লগত সদায় আছোঁ, সদায় থাকিম। জীৱনে-মৰণে, দোস্ত, জীৱনে-মৰণে।

অভিনৱ ঃ– জানো, বন্ধু! আমি দুয়ো ইটোৱে-সিটোক এৰিব নোৱাৰোঁ – আজীৱন, আমৰণ!

জুবেল ঃ– পিছে আগৰ প্ৰশ্নলৈ আহোঁ। তোৰ বিষয়ে তই কিবা জাননে? কিমান জান?

অভিনৱ ঃ– তই মোৰ বিষয়ে যিমান জান, ময়ো তোৰ বিষয়ে সিমানেই জানো।

জুবেল ঃ– ক-চোন, মোৰ বিষয়ে তই কি জান?

অভিনৱ ঃ– তই? তই Exhibitionist! প্ৰদৰ্শনকাৰী! তই লোকক দেখুৱাই ভাল পাৱ। তই জহাই ভাল পাৱ ; তই কিমান পুৰুষোচিত! ফুটনি মাৰ, তই কিমান virile – বীৰ্যৱন্ত! তই জহাৱ, তোৰ শৰীৰত পুৰুষ হৰমোন বেছি। সেইকাৰণে তোৰ গাৰ ছালখন চিকচিকিয়া। তেল পৰি পিচলা। তই ফুটনি মাৰ। তোক ছোৱালীবোৰে বেছি বিচাৰে! কিন্তু তই জান নে যে তই sadist? লোকৰ দুখ দেখি, কষ্ট দেখি, লোকে কষ্টত ছটফট কৰা দেখি তই আনন্দ উপভোগ কৰ!

তই জানো মোৰ দুৰ্গতি দেখি আনন্দ উপভোগ কৰা নাই? মই কষ্টত চেঙালুটি পৰা দেখি হয়তো তই আন্দত মচগুল হবি? হয় নে নহয়?

জুবেল ঃ– হাঃ, হাঃ, হাঃ! ঠিক কলি, তই ঠিক কলি! মই masochist নহয় (তোৰ নিচিনা!), মই sadist! লোকৰ দুখ দেখি কষ্ট দেখি, যন্ত্ৰণা দেখি মই বৰ সুখ পাওঁ। আৰাম পাওঁ। আনন্দ পাওঁ।

অভিনৱ ঃ– বাঃ-ৰে-বাঃ! বঢ়িয়া কৈছ! মই কোৱাটোকে তই কৈছ। মই ভবাটোকে তই ভাবিছ। তোৰ কথাবোৰ মোৰ কথাৰে প্ৰতিধ্বনি।

জুবেল ঃ– মোৰ কথা তই ক'লি। মোৰ কথা ময়ো ক'লো। মোক চাইক'এনালাইজ কৰিলি। মোৰ অন্তৰৰ গভীৰতম প্ৰদেশলৈ তই সোমাই গৈ খুচৰি খুচৰি বাহিৰ কৰিলি গৰলৰ ভাণ্ডাৰ। এতিয়া তোৰ কথা কওঁ নে? চক খাই নেযাৱ তো?

অভিনৱ ঃ– নেখাওঁ চক। চক খাবলৈ কি আছে? ক-ক বেগাই ক। একো নুলুকুৱাবি। জুবেল ঃ শুন তেন্তে। তই এটা voyeur! মোৰ সম্পূৰ্ণ ওলোটা। মই লোকক দেখুৱাই ভাল পাওঁ। তই লোকৰ চাই ভাল পাৱ! লুকাই-চুৰকৈ মানুহৰ প্ৰেমৰ খেলা চাই ভাল পাৱ। তৃপ্তি লাভ কৰ! নিজৰ চেনেহৰ সম্পদো লোকক গতাই দি খেলৰ সামগ্ৰী কৰি, পৰম তৃপ্তি লাভ কৰ!"

লাহে লাহে জুবেলৰ ছবিখন অভিনৱৰ চকুৰ আতৰ হ'ল। চাৰিওফালে মাত্ৰ অন্ধকাৰ – সূচীভেদ্য অন্ধকাৰ। আৰু কাণ-তাল মৰা নিস্তব্ধতা!

পাছদিনা যেতিয়া অভিনৱে সাৰ পায়, তেতিয়া পুৱা ন-টা বাজি গ'ল।

"চাৰ উঠক, উঠক। ন-টা বাজি গ'ল। চেম্বাৰ খুলিবলৈ দেৰী হ'ব এতিয়া। বেমাৰী সোপাৰ লাইন লাগিলেই চাঁগে" বুলি ৰমেনে কৈ কৈ দুৱাৰত টকিয়ালতহে তেওঁ সাৰ পাইছিল।

ৰমেনৰ মাত শুনি অভিনৱৰ প্ৰথমে খঙেই উঠিছিল। দুৱাৰত টকিয়াবলৈ তাৰ কিহে পালে?

পিছতহে ৰমেনে কৈছিল যে ৰাতিপুৱা ন-টা বজালৈকে নুঠা দেখি "চাহাবৰনো আকৌ কি হ'ল?" বুলি ভয় খাইহে সি দুৱাৰত টকিয়াইছিল। সি আৰু কৈছিল যে ৰাতি হেনো চাৰে কেবাবাৰো খুব বেয়াকৈ চিঞৰিছিল আৰু শেষ ৰাতি বিৰ-বিৰকৈ বকি আছিল। কিবাকিবি ভোৰ-ভোৰাই আছিল। সেইদিনা অভিনৱ চেম্বাৰৰ পৰা সোনকালে উভতিল। দুপৰীয়া ভাত খাবলৈ নাহিল। ক্লিনিকৰ ল'ৰাটোৰ হতুৱাই ওচৰৰে এল্ডৰাডো নামৰ ৰেস্তোৰাঁখনৰ পৰা কফি আৰু চীজ-চেণ্ডুইচ অনাই তাৰে দুপৰীয়াৰ আহাৰ সমাপন কৰি আবেলি চাৰিটামান বজাত ক্লিনিক বন্ধ কৰিলে।

ঘৰলৈ আহি ৰমেনৰ হতুৱাই নেমুটেঙাৰ চৰবত এগিলাচ কৰাই, খাই, শুলে যি শুলে, একেবাৰে গধূলি সাতটা বজাতহে উঠিল। দুঘণ্টা আঢ়ৈঘণ্টা শোৱাৰ পিছত মূৰৰ টিংটিঙনি বহুত কমাত তেওঁ নৈৰ পাৰে-পাৰে এপাক ফুৰো বুলি খোজ কাঢ়িয়েই ওলাই গ'ল।

০০০

॥ তেৰ ॥

## জীৱন নাটৰ আৰম্ভণি ঃ দ্বিতীয় পৰ্ব

বহু প্ৰত্যাশিত বিয়াখন হৈ গ'ল। অভিনৱ আৰু পলীৰ। সদানন্দ বৰুৱাই যিখন বিয়া পাতিলে তেনেকুৱা বিয়া হেনো গুৱাহাটীত খুব কমেই হৈছে। বাগানৰ চাহাব কিজনৰ কাৰণে চাহাবী খানা। লগত বিধে বিধে বিলাতী সুৰা আছেই। তেওঁলোকৰ কাৰণে ডাঙৰ তম্বু বেলেগে তৰা। বাকীবোৰ মানুহৰ কাৰণেও নানান তৰহৰ মিঠাই, জলপান। 'চৰ্ব্য, শোষ্য, লেহ্য, পেয় মিষ্টান্ন বিবিধ!' মুঠতে ইলাহী কাৰবাৰ।

আৰু এবিধ আকৰ্ষণীয় বস্তুয়ে সকলোকে ভাল লগাইছিল। আসাম ৰাইফেল্‌সৰ স্কটিছ আৰ্হিৰ বেগু-পাৰ্টি। বেগপাইপাৰ বজোৱা চিপাহীকিজনৰ গাত বাঘৰ ছাল। সদানন্দ বৰুৱাৰ ডাঙৰ ফিল্ডখনৰ মাজত স্মাৰ্টলি মাৰ্চ কৰি কৰি বজোৱা বেগে মানুহৰ মন পুলকিত কৰি তুলিছিল।

পলীৰ লগত ইমান বস্তু দিছিল যে অভিনৱৰ বায়েক বন্দনা আৰু ভিনিহিয়েক প্ৰমোদ বৰাৰ মাত্ৰ সেইটোৱেই একমাত্ৰ চিন্তা হৈছিল যে বস্তুবোৰ থ'ব ক'ত? ফ্ৰিজ, টি-ভি, ওৱাছিং মেছিন, মাইক্ৰ'ৱেভ অভেন, ডেক, ভি,চি,পি, ভেকুৱাম ক্লিনাৰ আৰু কত কি? জীয়েকে বীজানুমুক্ত পানী কেনেবাকৈ খাবলৈ নেপাই বুলি আনকি একুৱা 'গাৰ্ড এটা আৰু এটা ওৱাটাৰ কুলাৰ দিবলৈও সদানন্দ বৰুৱাই পাহৰা নাছিল। তেওঁ মাত্ৰ পাহৰি গৈছিল যে জোঁৱায়েক অভিনৱ বৰুৱা এজন ডাক্তৰ, আৰু স্বাভাৱিকতেই তেওঁ স্বাস্থ্য ৰক্ষাৰ বিষয়ে সজাগ আৰু সচেতন। আজি বহুদিন ধৰি তেওঁ ফিল্টাৰ কৰা পানী বক-বককৈ পাঁচমিনিটমান উতলাই, ঠাণ্ডা কৰিহে খায়। তেনে কৰিলে তেওঁৰ মতে বেক্টেৰিয়া কাউণ্ট বহু কমি যায় ; অৰ্থাৎ পানীবোৰ প্ৰায়েই বীজাণুমুক্ত হয়।

তেওঁৰ অৱশ্যে মনত পৰে, সৰুছোৱা, পুখুৰীৰ পানী আনি এৰাতি থৈ পাছদিনা 'খোৱা-পানী' হিচাপে খাইছিল। সেই ধৰণৰ পানীক 'মৰা-পানী' বুলিছিল দেউতাকহঁতে। তেতিয়া অৱশ্যে পুখুৰীৰ পানীবোৰো পৰিষ্কাৰ আছিল। তেতিয়াৰ দিনত মানুহে পুখুৰীবোৰৰ যতন কৰিছিল। পুখুৰীবোৰ ডাঙৰ আৰু দ আছিল। ডাঙৰ মাছ নুপুহিছিল। সৰু-সুৰা মাছ হে পুখুৰীত মেলি দিছিল, যাতে পোক-পৰুৱা আৰু অন্য ময়লা আদি খাই পানীখিনি চাফা ৰাখে। তদুপৰি পাৰবোৰ ওখকৈ বন্ধোৱা আছিল, যাতে বাহিৰৰ পানী-দুনী সোমাব নোৱাৰে। পুখুৰীবোৰৰ পাৰত গছ-গছনি নুৰুইছিল। সৰা পাত নপৰিছিল আৰু ৰ'দ -বতাহ লাগিছিল। মানুহবোৰে লগ-লাগি দুবছৰ-তিনিবছৰৰ মূৰে-মূৰে পুখুৰীৰ পানী সিঁচি মাছ-পুঠি ধৰাৰ উপৰিও পুৰণি বন্ধ পানী উলিয়াই দিছিল।

তলিৰ গেদবোৰ আৰু গেলা-পচা জাবৰবোৰ চাফা কৰি পেলাইছিল। গেদবোৰ বাৰীত পেলাইছিল। বাৰীখনৰ গছ-গছনিয়ে সাৰ পাইছিল, আৰু খৰালি, খৰাং বতৰত বাৰীখন জীপাল কৰি তুলিছিল। খৰালি পানীখিনি উলিয়াই পেলাইছিল যদিও মানুহে পানীৰ অভাৱত ভোগা নাছিল। কাৰণ, পুখুৰীটোৰ পানীৰ 'চকুয়েদি ফিৰ-ফিৰকৈ পানী ওলাই ৰাতিটোৰ ভিতৰতে পুখুৰী চপচপীয়া কৰি পেলাইছিল। মানুহে পানীৰ উঁহ বা চকু থকা ঠাইতহে পুখুৰী খন্দাইছিল ।

অভিনৱৰ মনত আছে। একেবাৰে সৰু কালত পিয়াহ লাগিলে পুখুৰীটোলৈ নামি গৈ বাঁহৰ দলঙখনত বহি হাতৰ আঁজলিৰে পুখুৰীৰ পৰা পানী খাইছিল। গিলাচ-তিলাচৰ কাৰবাৰ নাছিল। আজিকালি যে স্কুলবোৰত দুপৰীয়া আধাঘণ্টামানৰ কাৰণে ছুটি হোৱা সময় চোৱাক 'টিফিনৰ সময়' বুলি কয় আগৰ দিনত সেইকণ সময়ক 'পানী-খোৱা ছুটি' বুলি কৈছিল। বহুতে পুখুৰীৰ পানী খায়েই ভোক-পিয়াহ দুয়োটাকে পলুৱাইছিল। অভিনৱৰ উপেনৰ কথা মনত পৰে। ক্লাচ নাইনত সংস্কৃত শিক্ষক গোস্বামীচাৰে ক্লাচ লৈ থাকোঁতে দুপৰীয়া এটা বাজিবৰ সময়ত ছুটিৰ সময় হোৱা স্বত্ত্বেও ছুটি দিয়া নাছিল। কিবা-কিবি প্ৰশ্ন সুধি আছিল। উপেনৰ ধৈৰ্যৰ বান্ধ হেৰাই গৈছিল। সি ঠিয় হৈ গোস্বামী চাৰক ক'লে, "চাৰ! মোক যাবলৈ দিয়ক। ভোক লাগিছে, পানী খাই আহোঁ।"

গোস্বামী চাৰ গৰজি উঠিল। "ভোক লাগিলে, পানী খায়! দুষ্ট ল'ৰা ক'ৰবাৰ! হোঁ, বেত খা। ভোক গুছি যাব" বুলি চকীৰ পৰা উঠি আহি সাৰৌপ-সাৰৌপকৈ উপেনৰ পিঠিত দুছাট! সি সেমেনা-সেমেনকৈ বহি থাকিল।

দিনকাল কেনেকৈ বদলিল? এতিয়া অভিনৱে একুৱা গাৰ্ডৰ সম্পূৰ্ণ বীজানুমুক্ত পানী খাব। পানী বীজানুমুক্ত কৰিব অতি বেঙুনীয়া ৰশ্মিয়ে (u.v.ray)। কুৰি-একৈছ শতিকাৰ টেক্‌নলজীয়ে।

পলীৰ প্ৰৱেশৰ লগে লগেই ঘৰখনত আনন্দৰ নিজৰা ববলৈ ধৰিলে। অভিনৱৰতো কথাই নাই। আজি-কালি ক্লিনিকলৈ যোৱাও দেৰি হয় আৰু ঘূৰি অহাও সোনকাল হয়। দুপৰীয়া এঘণ্টাৰ সলনি 'জিৰণি' দুঘণ্টা হয়। মুঠতে তেওঁ ঘৰত বেছি সময় থাকিবলৈ আৰম্ভ কৰিলে। ঘৰত থকা মানে, কেৱল ঘৰত থকাটোকে নুবুজায়। পলীৰ লগত বেছি সময় কটায়। ফুৰিবলৈ গ'লেও দুয়ো একেলগে ওলাই যায়। প্ৰায়েই বন্ধু-বান্ধৱ, আপোন মানুহৰ ঘৰলৈ ফুৰিবলৈ বা চিনেমা, নাচ বা থিয়েটাৰ চাবলৈ। হোটেল ব্ৰহ্মপুত্ৰ বা বেলে-ভিউত প্ৰায়েই নৈশ ভোজ সমাপন কৰে। তেনেকুৱা ঠাইলৈ এজনী ধুনীয়া মানুহক ভাৰ্যা হিচাপে লগত লৈ যাবলৈ নো কোনে ভাল নেপাব? ৰাস্তাৰ মানুহে ঘূৰি ঘূৰি চালে অভিনৱে গৌৰৱ বোধ কৰে।

কেতিয়াবা তেওঁলোক খোজ কাঢ়িয়ে যাবলৈ ভাল পায়। দীঘলী পুখুৰীৰ

চাৰিওফালে এপাক মাৰি ভাল পায়। সুবিধা চাই নৈৰ পাৰতো ফুৰে। ডেকা ল'ৰাবোৰে কিবাকিবি কমেণ্ট দিয়ে। কিছুমান ভাল ; কিছুমান বেয়া। কিছুমান আমোদজনক। কিছুমান অশ্লীল, অশ্ৰাব্য।

ৰমেনৰ বৰ ফুৰ্তি। আগেয়ে অভিনৱ চেম্বাৰলৈ গ'লে বা এনেয়ে ইফালে-সিফালে ওলাই গ'লে সি ঘৰখনত একেবাৰে অকলশৰীয়া। কেতিয়াবা কাচিৎ বন্দনা বাইদেউহঁত আহে। তেতিয়া ভাল লাগে। নহ'লে ঘৰখন নিমাত-নিতাল। এতিয়া ঘৰখন গৰম হৈ থাকে। মালিকে (মানে অভিনৱ বৰুৱাই)ও আজিকালি ফুৰ্তি-ফাৰ্তা কৰি থাকে। মালিকনী আইদেৱেও (অৰ্থাৎ পলী বাইদেৱে) গান-চান গাই, নাচি-বাগি, গান শুনি আনন্দ কৰি থাকে। ডেক বজাই কোঠাৰ দুৱাৰ বন্ধ কৰি নাচি ঘৰখন গৰম কৰি ৰাখে। ৰান্ধনি ঘৰলৈও পলীয়ে গৈ 'কি ৰান্ধিছা, কি বাঢ়িছা', সুধি খবৰ লয়। ইটো-সিটো কৰিবলৈ কয়। কেতিয়াবা লাগি-ভাগি দিয়ে। তেখেত ৰান্ধনিঘৰলৈ গ'লে ধুনীয়া গোন্ধ এটাই মলমলাই থাকে। ৰমেনে বৰ ভাল পায়। "গাত কিবা ঘঁহে হ'বলা," সি ভাবে।

পলী আইদেউৰ ফুলতো বৰ চখ। মালী এটা বন্দোবস্ত কৰি ফুল লগাই বাহিৰখন জকমকীয়া কৰি পেলালে অতি কম দিনতে। ফুলৰ টাবো কিছুমান আনি তাতো ফুল লগোৱালে। কেইটামান দামী ফুল-পুলি থকা টাবো কিনি আনি ঠায়ে ঠায়ে সজালে। মুঠতে ঘৰখনে হাঁহিবলৈ ধৰিলে।

পিছে এটা কথা কাৰো চকুত সাৰি যোৱা নাই। জুবেলৰ লগত আহ-যাহটো অলপ কমি গ'ল নেকি? বিয়াৰ আগেয়ে যিমান সঘনে সিহঁত দুটা লগা-লগি হৈছিল, বিয়াৰ পিছত বহুত কমি গ'ল। বিয়াৰ পিছত বুলিলে ভুল হ'ব। বিয়াৰ বন্দোবস্ত হোৱাৰ সময়ৰে পৰাই। জুবেলো বৰকৈ নাহে, আৰু অভিনৱো বৰকৈ নেযায়।

ৰমেনে প্ৰায়ে কথাটো উলিয়ায়। কোনেও একো নকয় তেতিয়া। ৰমেনে কিন্তু বিয়াৰ আগত এবাৰ তেওঁলোক দুজনৰ মাজত অলপ গৰমা-গৰমি ধৰণৰ তৰ্কা-তৰ্কি হোৱা শুনিছিল। তেনেকুৱা কাজিয়া কৰা ধৰণৰ গৰমা-গৰমি নহয় ; মানে, দুয়োজনে উত্তেজিত হৈ অলপ ডাঙৰ-ডাঙৰকৈ কথা পাতিছিল। কথাবোৰ কিবা বুজিব নোৱাৰা ধৰণৰ। ৰমেনে কথাবোৰৰ মাথা-মুণ্ড একো বুজিব নোৱাৰিছিল।

অভিনৱে বুজিছিল যে পলীৰ আগত আগৰ নিচিনাকৈ চিএৰ বাখৰ কৰি, মুখত যিহকে আহে তাকে কৈ হুলস্থূল কৰিব নোৱাৰি। 'বেয়া কথা' পাতিব নোৱাৰি। সেইবোৰ কাৰণতেই জুবেল আজি-কালি ফ্ৰী হ'ব পৰা নাই। বিয়াৰ পিছত দুই-এবাৰ আহিছে যদিও খুব চেষ্টা কৰি 'গহীনটি' হোৱাৰ ভাও ধৰিছিল জুবেলে। পলী টেঙৰ ছোৱালী। পলীয়েও বুজিছিল যে জুবেলে ভাও ধৰিছিল। স্বাভাৱিক নাছিল। পলীৰ সেইকাৰণে হাঁহিহে উঠিছিল। তেওঁৰ চকুকিটাই হাঁহিছিল।

পলীৰ হাঁহি বিৰিঙা চকুকিটা দেখি খন্তেকৰ কাৰণে হ'লেও জুবেলৰ চকু-মুখ

উজ্বলি উঠিছিল ; কিন্তু পিছ মুহূৰ্ততে তেওঁ আত্মসম্বৰণ কৰিছিল। আকৌ গম্ভীৰ মূৰ্তি ধাৰণ কৰিছিল।

কিয় জানো ক'ব নোৱাৰি অভিনৱেও পেটে-পেটে জুৱেলৰ লগত আহ্-যাহ অলপ কমাত বেয়া পোৱা নাছিল। বিয়াৰ পিছতে পলীক তেওঁ সম্পূৰ্ণ অকলে অনবৰতে পাবলৈ বিচাৰিছিল। অন্য কোনো পুৰুষ তেওঁলোকৰ মাজলৈ খন্তেকৰ কাৰণে অহাটোও তেওঁৰ সহ্য নহৈছিল।

সেইটো কথা পলীয়েও বুজিছিল।

তেওঁ মাত্র তাৎপৰ্যপূৰ্ণ ভাবে হাঁহি একোটা মাৰিছিল। সেইটো কথা জুৱেলেও বুজিছিল।

তেওঁৰ শৰীৰেদি তেতিয়া এটা স্পন্দন বাগৰি গৈছিল। জুৱেলক অভিনৱে বুজিছিল। হাড়ে-হিমজুৱে চিনিছিল। অভিনৱৰো মনৰ গোপন ভাববোৰ, অইনে নুবুজিলেও জুৱেলে বুজিছিল। খুব ভালকৈয়ে বুজিছিল।

এতেকে....।

অভিনৱ আৰু পলীৰ বিবাহিত জীৱনৰ এনেকৈয়ে আৰম্ভণি হৈছিল। জীৱন-নদীৰ সোঁতত দুয়ো নাও মেলি দিছিল। ইজনে-সিজনক বুজিবলৈ আৰু জানিবলৈ আপ্ৰাণ চেষ্টা চলাইছিল ; অতি ওচৰৰ পৰা দৈহিক আৰু মানসিক সান্নিধ্যৰ যোগেদি। এনেকৈয়ে তেওঁলোকৰ জীৱন-নাটৰ আৰম্ভণি হৈছিল ; কেতিয়া পট পৰিৱৰ্তন হয়, কেতিয়া, কেনেকৈ, কি দৃশ্যৰ পিছত যৱনিকা-পতন হয় কোনেও তেতিয়া ক'ব পৰা অৱস্থাত উপনীত হোৱা নাছিল।

ooooo

## ।। চৈধ্য ।।

# সান্নিধ্যৰ আনন্দ

দিনবোৰ বাগৰি গৈ থাকে। দিনৰ পাছত দিন। ৰাতিৰ পিছত ৰাতি। প্ৰথমতে দিনবোৰ বাগৰিছিল, ধীৰে-ধীৰে, আৰামদায়ক শ্লথতা! বিলাস বহুল অলসতা! সান্নিধ্যৰ আনন্দ আৰু আনন্দৰ আতিশয্য!

অভিনৱ আৰু পলীয়ে দিনবোৰ পাৰ কৰিছিল অনাবিল আনন্দৰ মাজেদি। ভোগৰ আধিক্যৰ যোগেদি। তেওঁলোক দুয়োজনেই আছিল প্ৰেমৰ ক্ৰীড়াঙ্গনত ব্যস্ত দুজন পাৰ্গত ক্ৰীড়নক। ৰতিবিদ্যাৰ সকলো কৌশলেই পলীৰ আয়ত্তাধীন আছিল। পলীয়ে অভিনৱক নিজৰ প্ৰেমাভিনয়ৰ দ্বাৰা বলিয়া কৰি তুলিছিল।

লাহে-লাহে দিনবোৰ অলপ ঘনাই পাৰ হ'বলৈ আৰম্ভ কৰিলে। বেগ বাঢ়িল। কাৰণ, অলসতাৰ স্থান ধীৰে ধীৰে দখল কৰিলে ব্যস্ততাই। বিশেষ ব্যস্তহৈ পৰিল অভিনৱ। আকৌ প্ৰাক বিবাহিত কালৰ ব্যস্ততা আৰু কৰ্মচঞ্চলতা আহি পৰিল অভিনৱৰ জীৱনত। আকৌ চেম্বাৰ। আকৌ বেমাৰী। আকৌ চিকিৎসা। ৰটাৰী ক্লাবৰ কাম। ৰটাৰীৰ সাপ্তাহিক মিটিং। তদুপৰি লেখা-পঢ়া আছেই। বিজয়নগৰৰ প্ৰজেক্ট কিছুদিনৰ কাৰণে (অন্তত:) গাপ দিলে। shelving কৰিলে। "সময়ত দেখা যাব। সদ্যহতে......।" ইতিমধ্যে তেওঁ আৰম্ভ কৰিছে পৰিবেশ প্ৰদূষণৰ ওপৰত বিস্তৰ অধ্যয়ন। লগে লগে দুই এটা প্ৰৱন্ধ লিখিবলৈও আৰম্ভ কৰিছে। "আত্মহননৰ পথ" নামৰ প্ৰৱন্ধটো বিশেষভাবে সমাদৃত হৈছে।

এদিনতো পলীয়ে বেয়াই পালে। পলীয়ে অনবৰতে কাম-কাজ, পঢ়া-শুনা আদিত লাগি থকাতো পছন্দ নকৰে যেন লাগে। তেওঁক লাগে undivided attention। তেওঁ বিচাৰে নেৰানেপেৰা প্ৰেম। মৰমৰ লীলা-খেলাই তেওঁক নামুৰাই। যিমান পায়, আৰু লাগে, আৰু বিচাৰে। ক্ষুধাৰ যেন অন্ত নাই!

এদিন দুপৰীয়া বাৰটা বজাত ক্লিনিক বন্ধ কৰি ভাত খাবলৈ আহোঁতে অভিনৱে ভাত খাই উঠি অকণমান শুবলৈ মন কৰিলে। এটা বজাত ভাত পানী খাই দুয়ো বিচনাত দীঘল দিলে। পলীৰ মৰমৰ অত্যাচাৰত তেওঁ কিন্তু ইচ্ছা কৰা স্বত্ত্বেও এঘুমটি মাৰিব নোৱাৰিলে।

দুটা বজাত 'ক্লিনিকলৈ যাওঁ' বুলি অভিনৱ বিচনাৰ পৰা উঠিব খোজোঁতেই পলীয়ে তেওঁক সাৱট মাৰি ধৰি উঠিবলৈ নিদিলে ; লগে লগে এটা গান আৰম্ভ কৰিলে,

"না.... যেও না ....
ৰজনী এখনো বাকী,
কত কথা ব'লা বাকী..
সাৰাৰাত জাগা বাকী..."

অভিনৱে হাঁহি এটা মাৰি প্ৰায় জোৰেৰেই পত্নীৰ বাহু-বন্ধনৰ পৰা নিজক মোকোলাই বিচনাৰ পৰা নামিল। পত্নীয়ে যেন অলপ বেয়া পালে! ক্ষুন্ন হ'ল। কিন্তু প্ৰকাশ নকৰিলে।

"হেৰা, গাখীৰ এগিলাচ দিবলৈ কোঁৱাচোন ৰমেনক। চাহ নেখাওঁ। গৰু গাখীৰ বা আমুল-তামুল নহয়। মোৰ স্পেচিয়েল বিধ।" অভিনৱে কাপোৰ পিন্ধি পিন্ধি ক'লে। পত্নীয়ে ৰমেনক কথাটো কৈ আকৌ উভতি আহি চকী এখনত বহিল। ক্লিনিকৰ পৰা ঘূৰি আহি খুলি থোৱা টাইডাল অভিনৱলৈ আগবঢ়াই পত্নীয়ে সুধিলে,

"হেৰি! নহয়! তুমি বাৰু ম'হৰ গাখীৰবোৰ কেলেই খোৱা? কি ভাল পোৱা? ম'হবোৰ দেখিলে মোৰ কিবা অসুৰ অসুৰ যেন লাগে। এইবোৰ আসুৰিক খাদ্য। এই ম'হৰ গাখীৰবোৰ! কেনেকুৱা কেচেমা-কেচেম গোন্ধায়!"

"আমাৰ মানুহবোৰে ম'হৰ গাখীৰতকৈ গৰুৰ গাখীৰ নো কিয় বেছি ভাল বুলি কয়, মই ক'ব নোৱাৰোঁ। মই জনাত ম'হৰ গাখীৰত ফেটৰ পাৰ্চেণ্টেজ বেছি। গাখীৰখিনি বেছি ডাঠ।" অভিনৱে ক'লে।

পত্নী ঃ– "গৰুৰ গাখীৰ, গৰুৰ ঘিঁউ দেখোন মানুহে মগজৰ কাৰণে ভাল বুলি কয়। ঠাণ্ডা হেনো।"

অভিনৱ ঃ– সেইটোৱেইতো কথা! মই মগজটোনো ভাল কৰি কি কৰিম? মোক শৰীৰটো জোৰদাৰ কৰা বস্তুহে লাগে। তোমালোক, আজি-কালিৰ ছোৱালীবোৰে ঠাণ্ডা-মুণ্ডা পণ্ডিত জাতীয় মানুহবোৰ পছন্দ কৰা জানো? অসুৰ জাতীয় মানুহহে ভাল পোৱা। নহ'লেনো গুৱাহাটীৰ ছোৱালীবোৰে দুৰ্গাপূজাত "অসুৰটোহে" চাবলৈ যায় নে? দুৰ্গা গোসানীতকৈ অসুৰটোৰহে তাৰিফ কৰে।

পত্নী ঃ– ধেৎতেৰী!

অভিনৱ ঃ– ৰ'বা-ৰ'বা। কথা এটা কওঁ। মানুহে ম'হবোৰক অসুৰ বুলি কয়। সিহঁতবোৰ হেনো হিংস্ৰ, আক্ৰমণাত্মক, আৰু আসুৰিক প্ৰকৃতিৰ। তুমি ভয় কৰিছা নেকি, ম'হৰ গাখীৰ খাই ময়ো তেনেকুৱা হৈ যাওঁ বুলি?

পিছে, বুইছা। সিহঁত দেখাত যেনেকুৱা প্ৰকৃততে তেনেকুৱা নহয়। সিহঁত প্ৰকৃততে নিৰ্জু হে!

তুমি জানাই হয়তো যে মই দুখীয়া মানুহৰ ল'ৰা। একেবাৰে ডাল-দৰিদ্ৰ নহয় যদিও, তোমালোকৰ বা জুবেলহঁতৰ তুলনাত দুখীয়া—বহু দুখীয়া (আছিলোঁ)।

মেডিকেল পঢ়াৰ আগতে টকা গোটাবৰ কাৰণে আই, এছ, চি (প্ৰি-ডিগ্ৰী

বুলিয়েই ধৰা) পাচ কৰি মই চাংসাৰীৰ ফালৰ হাইস্কুল এখনত কাম কৰিছিলোঁ। এবছৰতকৈ অলপ বেছি। চাংসাৰীতে থাকি লৈছিলোঁ। মই থকা ঠাইৰ পৰা চাংসাৰী ৰেইল ষ্টেচনলৈ আহিবলৈ হ'লে ৰেল-লাইনে-ৰেল লাইনে আধা মাইলমান খোজ কাঢ়ি আহিব লাগে। এদিন শনিবাৰে গধূলি গুৱাহাটীলৈ যাবলৈ ওলাই আহোঁতে বাটতে আন্ধাৰ হ'ল। আন্ধাৰত আন্দাজে-আন্দাজে ৰেললাইনৰ কাষে-কাষে গৈ আছোঁ। ষ্টেচন পাবলৈ আৰু দহ মিনিট মানৰ ৰাস্তা বাকী আছে। তেনেতে দূৰত ট্ৰেইনৰ উকি শুনিলো। তেতিয়া ভীষণ বেগাই যাবলৈ ধৰিলো। একো নেদেখি, ঘোৰ অন্ধকাৰ। হঠাৎ কিবা প্ৰকাণ্ড বস্তু এটাত ধাম-কৈ খুন্দামাৰি তিন টেলেঙনি খাই উফৰি ক'ৰবাত পৰিলোগৈ। কোনোমতে উঠি জেপৰ পৰা জুইশলাটো উলিয়াই কঁপা-কঁপা হাতেৰে কাঠিটো জ্বলাই দেখোঁ যে দুটা প্ৰকাণ্ড ম'হে মুখা-মুখিকৈ বহি গোটেই ৰেল লাইনটো আগুৰি আছে। মই আন্ধাৰে-মুধাৰে সিহঁত হালক নেদেখি খুন্দা মাৰি নিজে উফৰি ক'ৰবাত পৰিলোগৈ। সিহঁত দুটাই মূৰ আৰু নেজডাল জোকাৰিলে মাত্ৰ। কাণ দুখনো ঘনাই লৰালে। আৰু একো নকৰিলে। মই ওচৰতে পৰি থকা দেখিও খোচ এটা নেমাৰিলে। এতেকে সিহঁত কেনেকৈ আসুৰিক হ'ল?"

পলীয়ে একান্ত মনে শুনি আছিল। অভিনৱে কোৱা অন্ত হ'লত তেওঁ মাত্ৰ এটা শব্দ ক'লে, "ইন্টাৰেষ্টিং!"

ৰমেনে ডাঙৰ গিলাচ এটাত এগিলাচ গাখীৰ দি গ'লহি। গিলাচৰ মুখত ডাঠ সৰ উঠি আছে। ডাঠ, ম'হৰ গাখীৰত বঢ়িয়া সৰ উঠে ; অভিনৱে খাই ভালো পায়। সৰে সৈতে গাখীৰ খোৱা দেখিলে পলীয়ে মুখ বিকটাই দিয়ে। তেওঁৰ হেনো কিবা ঘিণ লগা নিচিনা লাগে। তেওঁ গাখীৰ খাওঁতে সৰখিনি চেকি দিবলৈহে কয়। উত্তৰ ভাৰতীয় ষ্টাইলৰ গাখীৰ খোৱাত তেওঁৰ চখ নাই। পাঞ্জাবী মানুহে আকৌ গাখীৰত সৰ অলপ দি হে গাখীৰ খায়। মালাইৱালা দুধ।

গাখীৰ গিলাচ খোৱাৰ পিছত, টেবুলত থকা সৰু ৰূপৰ টেমাটোৰ পৰা লং দুটা লৈ মুখত দি অভিনৱে যাবলৈ খৰ-খেদা লগালে। "যাওঁ দেই। বহুত দেৰী হ'ল। বাই বাই।"

অভিনৱ গ'লগৈ। পলীয়ে আমন-জিমনকৈ অলপ সময় বহি থাকি পিছত শোৱাটোকে ঠিক কৰিলে।

অভিনৱে চেম্বাৰ পাওঁতে তিনিটা বাজিল। ল'ৰা-বুঢ়া, মতা-মাইকী নানান পেচেণ্ট। চেম্বাৰৰ বাহিৰৰ কোঠা আৰু বাৰান্দা বেমাৰ দেখুওৱা আৰু তেওঁলোকক লৈ অনা মানুহেৰে ভৰি আছে। বেমাৰী মানুহবোৰে হামিয়াই হিকতিয়াই বহি থকা দেখি অভিনৱৰ দুখ লাগিল। তেওঁৰ নিজকে দোষী যেন লাগিল ; অলপ লাজো লাগিল।

সেইদিনা ঘৰলৈ ওভতোঁতে তেওঁৰ বহুত দেৰী হ'ল। সকলো ৰোগীক চাই আহি ঘৰ পাওঁতে ৰাতি নটা বাজি গ'ল।

ম'হৰ উপাখ্যান কোৱাৰ পিছদিনাৰ পৰা অভিনৱ ক্লিনিকলৈ সোনকালে, মানে পুৱা চাৰে আঠটামান বজাতে ওলাই যায়। দুপৰীয়া কাঁটাই-কাঁটাই এটা বাজি পোন্ধৰ মিনিট যোৱাত ঘৰ পাইহি। আহিয়েই মুখ-হাত ধুই ভাতকিটা খাই বিচনাত অলপ সময় পৰি চকুকিটা মুদি বিশ্ৰাম লয়। ঠিক আঢ়ৈটা বজাত ঘৰ এৰে। ৰাতি চাৰে সাতটা মানত ক্লিনিক বন্ধ কৰি আঠটাত ঘৰত স্থিত লয়। অৰ্থাৎ অভিনৱে চেম্বাৰত চাৰে-সাত বা আঠ ঘণ্টা সময় কটায়। অহা-যোৱা আৰু অন্য কামত লগা সময় ধৰিলে প্ৰায় দহ ঘণ্টা তেওঁ সাধাৰণতেই বাহিৰত কটায়। ফলত পলী দিনটোত সুদীৰ্ঘ দহ ঘণ্টাৰো ওপৰ সময় অকলে অকলে কটাব লগাত পৰে। তেওঁ বৰ দিগদাৰী পায় ; মনটো বিদ্ৰোহী হৈ উঠে। অভিনৱলৈ খং উঠে। নিজলৈও খং উঠে।

এদিন অভিনৱ ৰাতি ঘূৰি অহাৰ পিছত পলীয়ে গহীনাই সুধিলে।

"অভি! বেয়া নেপাবা, কথা কেইটামান কওঁ। বেয়া পাবা নেকি?

-"নাই-নাই। বেয়া পাবলৈ কি আছে? কি ক'বলৈ মন আছে কোঁৱা।"

—"তুমি যে দহ-বাৰ ঘণ্টা সময় মোৰ পৰা আতৰি থাকা, মোৰ কিমান অকলশৰীয়া লাগে জানানে? কেতিয়াবা ভাববি চাইছানে? মই কিমান নিঃসঙ্গ?"

—"চোঁৱা! পলী! আমাক ভালকৈ চলিবলৈ হ'লে টকা লাগিব। যথেষ্ট টকা লাগিব। তাতে তুমি ধনী মানুহৰ ছোৱালী। তোমাক সুখত ৰাখিব লাগিব। টকাৰ কাৰণে মই পৰিশ্ৰম কৰিব লাগিব। কষ্ট স্বীকাৰ কৰিব লাগিব। আৱশ্যক অনুযায়ী ত্যাগ কৰিব লাগিব। তোমাৰ সঙ্গ সুখৰ পৰা কিছু সময়ৰ কাৰণে হ'লেও বঞ্চিত হোৱাটো জানো ত্যাগৰ ভিতৰত নপৰে?

এটা কথা মনত ৰাখিবা, আমাৰ ক্ষেত্ৰত পুলিচৰ নিচিনাকৈ ঢকাটো মাৰিলেই টকাটো নাহে। আমি "কিছুমানৰ" নিচিনাকৈ বন্দুক দেখুৱাই চন্দুক ভৰাব নোৱাৰোঁ। আমি শ্ৰম কৰিব লাগিব। তোমাৰ প্ৰশ্নৰ উত্তৰ পালানে সোণজনী?"

—"পালো, অভি পালো। তুমি তোমাৰ ভাগে থাকা। মই মোৰ ভাগে থাকিম। হ'বতো? উপায় যে নাই! –

অ' হেৰা! আজি জুবেলে দুবাৰকৈ ফোন কৰিছিলে, তোমাক বিচাৰি।"

"কিয়? সি নেজানে জানো যে মই ক্লিনিকত আছো বুলি?" অভিনৱে অলপ বিৰক্তিৰ সুৰত ক'লে।

"নহয়। প্ৰথমবাৰ দুপৰীয়া আঢ়ৈটো মান বজাত কৰিছিল। তেওঁ ভাবিছিল হেনো সেইসময়ত তোমাক পাব বুলি। মই কি কৰি আছো সুধিছিল। কি কৈছিল জানা? – কি অ' এইটো? পাৰ্টীৰ তিৰোতাক এৰি থৈ গুছি যায়? তাতে তোমাৰ নিচিনা সুন্দৰী তিৰোতা! – জুবেলৰ কথাবোৰ মোৰ একদম ভাল নেলাগে – জানা? কিবা অসভ্য, অসভ্য যেন লাগে। মানুহটোও কিবা খাওঁ-খাওঁ মূৰ্তি ধৰি থকা যেন লাগে। তোমাৰ আকৌ অভিন্ন হৃদয় বন্ধু! অন্তৰঙ্গ!

অঁ! আকৌ দ্বিতীয়বাৰ কৰিছিল, তুমি আহি পোৱাৰ অকণমান দেৰীৰ আগেয়ে। এইবাৰো টিপ্পনী দিবলৈ পাহৰা নাছিল। – কি হ'ল? এই ৰাতিলৈকে সি অহা নাই কিয়? তাৰ বেয়া লগা নাইনে তোমাক এনেকৈ অকলে-অকলে পেলাই থবলৈ? সি বান্দৰে নাৰিকলৰ মোল বুজা নাই বুজিছা? ইত্যাদি ইত্যাদি।" পলীয়ে একেলেঠাৰীয়ে কৈ গৈছিল।

"সেইডালৰ কথাবোৰ তেনেকুৱাই। তাৰ কথাবোৰ চিৰিয়াচ্লি নল'বা। সি জোকাই-মেলি ভাল পায়। মই মুখ-হাত ধুই অকণমান ফ্ৰেছ হৈ তালৈ ফোন এটা কৰিম বাৰু।" অভিনৱে চকীখনত বহি জোতাযোৰ খুলি খুলি ক'লে। কিন্তু অভিনৱে জুৱেলে পলীক তেনেকৈ কথাবোৰ কোৱাত বৰ ভাল পোৱা নাছিল। 'মানুহে কথা কওঁতে, ধেমালিতেই হওক বা চেমালিতেই হওক, স্থান-কাল আৰু পাত্ৰৰ বিবেচনা কৰিব লাগে।" তেওঁ পেটে-পেটে ভাবিলে।

০০০০

## ।। পোন্ধৰ ।।

# বিদ্ৰোহী বতাহজাকে প্ৰচণ্ড ধুমুহাৰ ৰূপ লয়

পলী অভিনৱৰ পত্নী হোৱা এবছৰেই হ'লহি। এটা বছৰনো কেনেকৈ পাৰ হ'ল কোনেও অনুভৱেই নকৰিলে। অভিনৱে বেছিভাগ সময় ক্লিনিক আৰু বেমাৰী লৈয়ে ব্যস্ত হৈ থাকে। ভাল ডাক্তৰ হিচাপে তেওঁৰ নাম বৈ বৈ গৈছে। ইতিমধ্যে তেওঁ "প্ৰকৃতি প্ৰকৃত বন্ধু" নাম দি পৰিবেশ আৰু পৰিবেশ প্ৰদূষণৰ ওপৰত এখন ধুনীয়া কিতাপো লিখিলে। কিতাপখন আটক-ধুনীয়াকৈ ছপাই উলিয়ালে এজন নাম কৰা প্ৰকাশকে। অসমীয়া নেলাগে অন্যান্য আঞ্চলিক ভাষাতো তেনেকুৱা ধৰণৰ কিতাপ তেতিয়ালৈকে প্ৰকাশ হোৱা নাই বুলি বহুতো জনা-শুনা মানুহে কোৱা-কুই কৰে। সেইবোৰ কাৰণতেই প্ৰথম ছমাহ অভিনৱে পলীক যিমান সময় দিছিল সিমানসময় পিছলৈ নিদিয়া হ'ল বা দিব নোৱাৰা হ'ল। ঘৰত যি কণ সময় থাকে সেইকণ সময়ৰো বেছি ভাগেই অভিনৱে লিখা-পঢ়া কোঠালীৰ দুৱাৰ বন্ধ কৰিহে থয়, যাতে মনটো অন্যফালে আকৰ্ষিত নহয়।

পলীৰ মনটো কিন্তু ধীৰে-ধীৰে বিদ্ৰোহী হৈ উঠিছে। তেওঁৰ মনৰ ভিতৰৰ বতাহজাক আৰু মৃদু সমীৰণ হৈ থকা নাই। প্ৰলয়ঙ্কৰী ধুমুহা বা প্ৰচণ্ড ঘূৰ্ণিবায়ুলৈ ৰূপান্তৰিত হোৱা নাই যদিও ধীৰে-ধীৰে বতাহজাকৰ কোব বাঢ়িছে। কোবাল বতাহজাকে হয়তো বহুতো কিবাকিবি উৰুৱাই লৈ যাব পাৰে বুলি পলীৰ ভয় লাগে। ৰাতি শুই থাকোঁতে ভয়তে জোৰেৰে অভিনৱক তেওঁ সাৱতি থাকে। হাত এখনত খামোচ মাৰি ধৰি থাকে। অন্যলৈ তেওঁৰ ভয় নাই। ভয় নিজলৈ। নিজক তেওঁ খুব বেছি ভয় কৰে। *অন্তৰৰ বিদ্ৰোহী বতাহজাকে যদি প্ৰচণ্ড ধুমুহাৰ ৰূপ লয়? সেই ধুমুহাই যদি তেওঁক, অভিনৱক আৰু তেওঁলোকৰ সুখৰ সংসাৰক উৰুৱাই লৈ গৈ গভীৰ মহা সমুদ্ৰত নিক্ষেপ কৰে?* তেতিয়া? "হে ভগৱান! তেনেকুৱা দিন যেন কেতিয়াও নাহে।" পলীয়ে ভগৱানক খাটে।

অভিনৱ শুই থাকে। ভাগৰুৱা দেহ-মন লৈ তেওঁ টোপনিত লালকাল দিয়ে। কাষত শুই থকা, দুশ্চিন্তাত টোপনি নহা পলীৰ কথা তেওঁ একো ক'ব নোৱাৰে। পলীৰ ছটফটনিৰ কথা তেওঁ উমান নেপায়।

নিজৰ অন্তৰত উৎপত্তি হোৱা প্ৰচণ্ড ধুমুহাজাকৰ পৰা নিজক আৰু লগতে অভিনৱক বচাবৰ কাৰণে তেওঁ আশ্ৰয় বিচাৰিছিল, নিৰাপত্তা বিচাৰিছিল অভিনৱৰ পৰা কিন্তু অভিনৱে তেওঁক সহাৰি নিদিলে। সহাৰি দিয়াৰ তেওঁ প্ৰয়োজনেই বোধ নকৰিলে। পলীৰ অন্তৰৰ বেদনা তেওঁ উপলব্ধি নকৰিলে। *তেওঁৰ তাগিদা আৰু চাহিদা পূৰাবলৈ অভিনৱ সমৰ্থ নহ'ল।*

ভিতৰতে পাক ল'বলৈ ধৰিলে।

পলীৰ অন্তৰৰ বিদ্ৰোহী বতাহ্ জাকে প্ৰচণ্ড ধুমুহাৰ ৰূপ লোৱাৰ উপক্ৰম হ'ল।

দিনবোৰ গৈ থাকিল। পলী আৰু অভিনৱৰ জীৱনৰ ৰুটিন পৰিৱৰ্তন নহ'ল। ডেৰ বছৰৰ আগৰ প্ৰাণ চঞ্চলতাৰ অভাৱ দেখা গ'ল দুয়োৰে জীৱনত।

আনকালৰ দৰে জুৱেলে সেইদিনাও আঢ়ৈটা বজাৰ পিছত দুবাৰ ফোন কৰিছিল অভিনৱক বিচাৰি। পলীয়ে দুয়োবাৰেই একেটা উত্তৰেই দিলে, "অভি পোৱাহি নাই।"

জুৱেলৰ তিতা-কেঁহা লাগিল। তৃতীয়বাৰ খবৰ কৰোঁতে যেতিয়া অভিনৱ পোৱাহি নাই বুলি শুনিলে তেতিয়া তেওঁ অধৈৰ্য হৈ পলীক ক'লে।

"পলী! মই হায়ৰাণ হৈ গৈছো। অত্যন্ত দৰকাৰী কথা এটা তাৰ লগত মই পৰামৰ্শ কৰিব লগা হৈ আছে। মই তাক যেনে তেনে লগ কৰিবই লাগিব। মোৰ ফোন কৰি কৰি আমনি লাগিছে। মই গৈ আছো তোমালোকৰ তালৈকে। সি বেটাই ভাত খাবকে নেলাগে। ভাত খোৱাৰ সময়টো মই দখল কৰিম। কথা পাতিম। মই গৈ আছোঁ।"

*আহাঁ!" পলীয়ে মাত্ৰ এটা শব্দই ক'লে।*

ৰমেনে ভাত-পানী সাজু কৰি থৈছে। পলী আৰু জুৱেল ড্ৰইংৰুমতে বহি আছে। দুই এষাৰ কথা পাতিছে। কথা কম। ফটফটাই থকা জুৱেলো সেইদিনা আপেক্ষিক ভাবে গহীন। পলীতো আজি-কালি খুবেই গহীন।

তিনিতা বাজি গ'ল। অভিনৱ পোৱাহি নাই। তিনিটা বাজি দহ মিনিট গ'ল। পোন্ধৰ মিনিট গ'ল। বিশ মিনিট গ'ল।..... আধা ঘণ্টা পাৰ হ'ল। অভিনৱৰ খবৰ নাই। দুয়োজনে ঘনাই ঘড়ীলৈ চাবলৈ ধৰিলে। কি হ'ল? আঢ়ৈটাত পোৱা মানুহজন চাৰে তিনিটা লৈকে পোৱাহি নাই? কিয়?

তিনিটা পয়ত্ৰিচ মানত টেলিফোনৰ ৰিংটো বাজি উঠিল। পলীয়ে ৰিচিভাৰ উঠালে। অভিনৱৰ ফোন! তাৰমানে তেওঁ ঘৰলৈ অহা নাই। সেইফালেই আছে।

অভিনৱে ক'লে যে তেওঁ ভাত খাবলৈ যাব নোৱাৰিব। সেইদিনা ইমান বেছি পেচেণ্ট যে চেম্বাৰ এৰি যাবৰ সাধ্য নাই। এৰি গ'লে বহুতো পেচেণ্টে তেওঁৰ ক্লিনিক বাদ দি ওচৰতে নতুনকৈ খোলা বৰঠাকুৰ ক্লিনিকলৈ হো-হোৱাই গুছি যাবগৈ। তেওঁ সেইটো হ'বলৈ এৰি দিব নোৱাৰে। এতেকে, "I have to skip my lunch", তেওঁ ক'লে। অৱশ্যে তেওঁ কোনোবা এটা ফাকত কফি আৰু চেণ্ডুইচ অনাই খাব। খোৱাত মাত্ৰ পোন্ধৰ মিনিট সময়হে নষ্ট কৰিব। গধূলি কিন্তু সোনকালেই উভতিব। মানে কাঁটাই-কাঁটাই সাতটা বজাত।

পলীয়ে যেতিয়া ক'লে যে, জুবেলে কেবাবাৰো ফোন কৰি কৰি আমনি পাই নিজেই সেইখিনি ওলাইছেগৈ – কিবা হেনো জৰুৰী কথা আছে, তেতিয়া অভিনৱে পলীক (অলপ সময় ৰৈ) উত্তৰ দিলে যে – "মোৰ উপায় নাই। তাক বেয়া পাবলৈ মানা কৰিবা। পিছত কোনোবা এটা সময়ত ময়েই তাক লগ কৰিম। তাক গুছি যাবলৈ মানা কৰিবা। অলপ বহুৱাই চাহ-তাহ খুৱাই পঠাবা।" তাৰ পিছত আৰু কোনো বাগাড়ম্বৰ নকৰি অভিনৱে ফোনটো থৈ দিলে।

কিংকৰ্তব্য-বিমূঢ় হৈ পলী কিছুসময় মনে মনে বহি থাকল। ৰিম-ৰিমকৈ তেওঁৰ খংটো উঠি আহিছে। অভিনৱৰ ওপৰত খং উঠিছে। এইবাৰ কিন্তু নিজৰ ওপৰত তেওঁৰ খং উঠা নাই। কিহৰ কাৰণে নিজৰ ওপৰত খং উঠিব? ঘটনাচক্ৰতো তেওঁ ঘূৰোৱা নাই!

তেওঁ ঠিয় হ'ল। বুকুৰ পৰা পিচলি পৰা চাদৰৰ আগটো আকৌ ঠিক-ঠাককৈ লৈ বুকুখন ঢাকিলে।

জুবেললৈ চাই ক'লে, "জুবেল তুমি বঁহা, গুছি নাযাবা। তেওঁ তোমাক অলপ বহি চাহ-তাহ খাই যাবলৈ কৈছে।"

"নাই-নাই। এতিয়া একো নেখাওঁ। মই ভাত খাই আহিছোঁ।" পলীলৈ চাই জুবেলে ক'লে। জুবেলৰ দৃষ্টিয়ে পলীৰ মূৰৰ পৰা ভৰিলৈকে চেলেকি পেলালে। তেওঁৰ চকুকিটা তেতিয়া তিৰবিৰাই উঠিছে।

"চাহ খাব নেলাগে বাৰু। তোমাক এটা স্পেচিয়েল বস্তু খুৱাম। অভিনৱলৈ বনোৱা বস্তু।" পলী উঠি গৈ ডাইনিং ৰূমত থকা ফ্ৰিজটো খুলিলে।

অলপ পিছত অভিনৱলৈ বুলি কৰি থোৱা আঙুৰৰ ৰসৰ গিলাচটো কঁপা-কঁপা হাতেৰে পলীয়ে জুবেললৈ আগবঢ়ালে।

জুবেলে খামোচ মাৰি গিলাচটো ধৰি পলীলৈ অৰ্থপূৰ্ণ দৃষ্টি নিক্ষেপ কৰি ঢকঢককৈ জুচখিনি খাই শেষ কৰিলে। তেওঁৰ চকুয়ে-মুখে তেতিয়া আত্মসন্তুষ্টিৰ চিন পৰিস্ফুটিত হৈ উঠিছিল।

০০০০

## ।। যোল্ল ।।

## চূড়ান্ত ৰায়

পলী আৰু অভিনৱ দুয়ো চিন্তাত পৰিছিল। পলীতকৈও বেছি চিন্তাত পৰিছিল অভিনৱ। বিয়া হোৱা ডেৰ বছৰৰ ওপৰ হ'ল ; কিন্তু এটা ডাঙৰ অভাৱ পূৰণ নহ'ল। তেওঁলোকৰ মাজলৈ এটি সন্তানৰ আগমন নহ'ল। পলী এতিয়ালৈকে মাতৃত্বৰ অধিকাৰিনী হ'বলৈ সমৰ্থ হোৱা নাই।

দোষ কাৰ? পলীৰ নে অভিনৱৰ? নে দুয়োৰে? পলীয়ে ভাবে দোষ অভিনৱৰ। অভিনৱে ভাবে দোষ পলীৰ।

পলীক এটা সন্তান লাগে। নিতান্তই প্ৰয়োজন। নিমাওমাও ঘৰখনক এটি শিশুৰ কল-কণ্ঠই নিশ্চয় জীৱন্ত, প্ৰাণৱন্ত কৰি তুলিব। পলীৰ নিসঙ্গতা বহুপৰিমানে দূৰ হ'ব।

কিন্তু নাই। সন্তান এটি আগমনৰ কোনো আগন্তুকেই নাই।

বন্দনায়ো বৰ বেয়া পাইছে। ভায়েকৰ ঘৰখন ধনে-জনে পৰিপূৰ্ণ হ'লে তেওঁ বৰ সুখী হ'লহেতেন। সংসাৰত মাক-দেউতাকক কেতিয়াবাই হেৰুৱালে। মাকৰ ঘৰ বুলিবলৈ ভায়েকৰ ঘৰখনেই। ভায়েকৰ ঘৰখনত ধনৰ অভাৱ নাই (ঈশ্বৰৰ কৃপাত!)। আজিকালি অভিনৱৰ ঢেৰ টকা। পিছে ধনবল থাকিলে কি হ'ব? জনবলো লাগে আকৌ। বন্দনাই পলীক কৈ থৈ গৈছিলে, উজনি অসমৰ ফালে ফুৰিবলৈ গ'লে (বা কিবা কামত গ'লেও) যাতে ঢেকিয়াখোৱা নামঘৰত শৰাই এখন দিয়ে।

পলীৰ মাকৰ চিন্তা আৰম্ভ হৈছে। নাতি একণৰ মুখনো কেতিয়া দেখিবলৈ পাব? তেখেতক (মানে, সৰ্বানন্দ বৰুৱাক) ক'লেও একো সহানুভূতিসূচক সমিধান নেপায়। "হ'ব, হ'ব" বুলি কৈ হাঁহি এটা মাৰে।

উপায় নেপাই ভাল দিনবাৰ এটা চোৱাই নিজৰ ঘৰতে তেওঁ শ্ৰীশ্ৰীসত্যনাৰায়ণ পূজা এভাগিৰে আয়োজন কৰিলে। সত্যনাৰায়ণ সন্তুষ্ট হ'লে হেনো "অপুত্ৰৰো পুত্ৰ হয়, নিৰ্ধনীৰো ধন।"

সেইদিনা ৰাতি-পুৱাই মাকে পলীক বাগানৰ ঘৰলৈ অনালে। লঘোনে আহিবলৈ ক'লে। পূজা ভাগত তেঁৱেই আগভাগ ল'ব লাগিব।

বৰ সুন্দৰকৈ পূজা সম্পন্ন কৰা হ'ল। সত্যনাৰায়ণৰ ঘোলখিনি বৰ উপাদেয় হৈছিল। ঘোলত লগোৱা মালভোগ কল ঘৰৰে। আনকি গৰুৰ ঘিউখিনিও ঘৰৰ গাখীৰৰ পৰা বনোৱা। মিচেচ বৰুৱাই, ৰান্ধনিটোৱে ডাঙৰ কেৰাহীখনত গাখীৰ উতলাওঁতে ওলোৱা প্ৰায় এপোৱা-ডেৰপোৱামান সৰ দিনৌ কাঢ়ি থয়। সাত-দিনমানৰ গোটাই

থোৱা সৰ গৰম কৰি তেওঁ নিজেই ঘৰতে উত্তম গৰু ঘিউ প্ৰস্তুত কৰে। সপ্তাহত এক কিলোমান ঘিউ পায়। এইদৰে ঘৰত বনোৱা ঘিঁউকে ঘোল কৰোঁতে ব্যৱহাৰ কৰা হৈছিল। ঘোল ভাল নহ'ব কিয়?

সত্যনাৰায়ণৰ ঘোল অভিনৱলৈও শাহুৱেকে পঠাইছিল। কাৰণ তেওঁ পূজালৈ যাব নোৱাৰিলে। সময় নেপালে।

পলীৰ মাকে কেৱল সত্যনাৰায়ণৰ পূজাকে কৰি এৰা নাই। কেবাজনো সাধকৰপৰা ডোল ফহতি অনাই পলীক পিন্ধিবলৈও দিছিল।

পিছে, একোৱেই গুণ নিদিলে। বিয়া হোৱা দুবছৰ হ'ল। পলীয়ে সন্তানৰ মুখ নেদেখিলে।

বহুত চিন্তা-চৰ্চাৰ পিছত আৰু মিচেচ সৰ্বানন্দ বৰুৱাৰ হেঁচাত তৎ নেপাই অভিনৱ আৰু পলীয়ে বোম্বাইলৈ যোৱাটোকে ঠিৰ কৰিলে। তাত সেই লাইনৰ ভাল ডাক্তৰক দেখুৱাব। বন্দনাইও অৱশ্যে খুব লাগি আছিল। ভায়েকৰ খং উঠে বুলি তেওঁ ভাইবোৱাৰীয়েককহে কৈ আছিল ; ভায়েকক দেখাদেখিকৈ ক'বলৈ সাহস কৰা নাছিল।

বোম্বেত জুৱেলৰ ঢেৰ চিনাকি মানুহ আছে। তেওঁৰ মোমায়েক এজনৰ হোজাইত আগৰ কাঠৰ তেল উলিওৱা ডাঙৰ কাৰখানা আছে। মোমায়েকৰ ডাঙৰ পুতেক চুলেমান খানে বোম্বেত থাকি আৰব বেপাৰীবোৰৰ লগত যোগাযোগ কৰি আগৰ তেল বিক্ৰী কৰে। কোটি টকাৰ কাৰবাৰ। চুলেমান খানৰ আন্ধেৰিত এটা প্ৰকাণ্ড ৰাজপ্ৰাসাদ সদৃশ ঘৰ আছে। জুৱেলে তাতে থকাৰ বন্দোৱস্ত কৰি দিলে। আলহী থকা ঘৰকিটা (য'ত অভিনৱহঁত থাকিব) হেনো পঞ্চতাৰকাযুক্ত হোটেলৰ নিচিনা। কোঠাই-কোঠাই টেলিফোন, ফ্ৰিজ, এয়াৰকুলাৰ যি লাগে চব আছে।

অভিনৱে কিন্তু জুৱেলকো লগ ধৰিলে। সি বোম্বাইৰ তলা-নলা পূৰা জানে। তাতে জুৱেলৰ ককায়েকৰ ঘৰতে থাকিব যেতিয়া সি থাকিলে বেছি ভাল হ'ব।

অভিনৱৰ দুই নাওত দুই ভৰি। সাত-আঠ দিন গুৱাহাটী এৰি থকা মানে কিমান লোকচান! কিমান পেচেণ্ট হাতৰ পৰা সাৰি যাব! টকা-পইচাৰ ফালৰ পৰা বহুত লোকচান হ'ব। সিফালে সিটো কথাও দৰকাৰীয়েই। তেৰোঁ কেতিয়াবা ঘৰখনত ল'ৰা বা ছোৱালী এটিৰ অভাৱ অনুভৱ কৰে। তেওঁ জানে যে পলীয়ে দিনটো অকলে থাকি বৰ lonely feel কৰে। ভীষণ bore হয়। কেচুবা এটা থকা হ'লে পলীৰ নিসঙ্গতা দূৰ হ'লহেঁতেন। এতেকে বোম্বেত স্পেচিয়েলিষ্টক দেখুৱালে কিবা এটা হয়েই বা!

ওয়ৰ্লিৰ ড° এন্নি বেচান্ত ৰ'দত থকা ইনষ্টিটিউট অব হিউমেন ৰিপ্ৰডাকশ্বন এখন নামজ্বলা অনুষ্ঠান। সমগ্ৰ দক্ষিণ-পূব এচিয়াত এনেকুৱা অনুষ্ঠান মাত্ৰ দুখনহে আছে। বোম্বেৰ খন, আৰু শ্ৰীলঙ্কাৰ চিলনত থকা নেচনেল ৰিচাৰ্চ ইনষ্টিটিউট অন হিউমেন ৰিপ্ৰডাকশ্বন।

অভিনৱ আৰু পলীয়ে আই, অ', এইচ, আৰৰ চিফ মেডিকেল অফিচাৰৰ লগত কথা-বতৰা হোৱাৰ তাৰিখ আৰু সময় চুলেমান খানে ঠিক কৰিলে। বেচেৰাই আলহী কিগৰাকীৰ যত্ন লোৱাই নহয়– সকলো বিষয়ে চকুও দিলে যাতে তেওঁলোকে কোনো অসুবিধা ভোগ নকৰে। ড্ৰাইভাৰ সহ এখন গাড়ী সম্পূৰ্ণ তেওঁলোকৰ জিম্মাতে এৰি দিলে। য'লৈকে ইচ্ছা যাব পাৰে। য'তে ইচ্ছা ফুৰিব পাৰে।

তেওঁলোক তিনি সিদ্ধাই ডাক্তৰৰ লগত সাক্ষাতৰ আগতে তিনিদিন সময় পাই ধাম-ধুম ফুৰিলে। পলীয়ে বৰ ভাল পালে সাগৰৰ পাৰখন। জুহু বীচত তেওঁলোকে যথেষ্ট সময় কটালে। গেটওয়ে অৱ ইণ্ডিয়াৰ ওচৰত সাগৰতো boating কৰিলে। হ'ভাৰক্ৰেফ্‌টৰে এদিনৰ কাৰণে গোৱালৈও গ'ল। খোৱাৰ চখ থকা জুবেলে পলী আৰু অভিনৱক মাৰাঠী, গুজৰাটি, কচ্চী, মোগলাই, চীনা আৰু ফৰাচী খানা খুৱালে। ইৰাণী হোটেলত পমফ্ৰেট মাছৰ কাটলেটো খালে হেঁপাহ পলুৱাই। পলীয়ে হেঁপাহ পলুৱাই আইচক্ৰীম খালে। মুঠতে এটায়ে বেচ এন্‌জয় কৰিলে বোম্বেত পুৰা দিনকেইটা।

নিৰ্দিষ্ট দিনত ইনষ্টিটিউট অব হিউমেন ৰিপ্ৰডাক্সনৰ চীফ মেডিকেল অফিচাৰ ডাঃ সুব্ৰমনিয়াম কৃষ্ণস্বামীক তেওঁলোকে লগ কৰিলে।

ইনষ্টিটিউটৰ ৰিচেপ্‌চনিষ্টে পিয়ন এজন লগত দি তেওঁলোকক ডাঃ কৃষ্ণস্বামীৰ ওচৰলৈ পঠাই দিছিল। তেওঁক দেখিতো আমাৰ তিনিওজন অবাক, হতভম্ব। চকীত বহি আছে কিচ্‌কিচকৈ ক'লা, ধুতি পিন্ধা, কপালত বগা চন্দনৰ ৰেঘা লোৱা এজন মাদ্ৰাচী। ভৰি দুটা আকৌ চকীখনত তুলি থোৱা আছে।

তেওঁলোকক দেখি লাহেকৈ চকীখনৰ পৰা উঠি তেওঁ নিজকে চিনাকি দিছিল ঃ "মই সুব্ৰমনিয়াম কৃষ্ণস্বামী। সুদূৰ অসমৰ পৰা তোমালোক আহিছা। মই বৰ আনন্দিত হৈছোঁ। গৌৰৱান্বিত হৈছোঁ।" অভিনৱে ক'লে, "ময়ো এজন ডাক্তৰ। মোৰ নাম ডাঃ অভিনৱ বৰুৱা। জেনেৰেল প্ৰেক্টিচনাৰ। এওঁ মোৰ ভাৰ্যা পলী বৰুৱা। আৰু এওঁ মোৰ বন্ধু, জুবেল, যাৰ আচল নাম আব্দুল খালেক। এওঁক অসমত লিট্‌ল বিৰলা বুলি জানে। বৰ ডাঙৰ বিজিনেচমেন। মোৰ অসুবিধা হয় বুলি বোম্বেলৈকে মই তেওঁক টানি আনিছোঁ।"

অভিনৱে কথাখিনি কওঁতে ড° স্বামীয়ে চছমাৰ ফাকেদি একান্ত মনে তিনিও জনকে পৰ্যবেক্ষণ কৰি আছিল।

হঠাৎ তেওঁ কিবা এটা আবিষ্কাৰ কৰাৰ নিচিনাকৈ জাপ মাৰি উঠি· হাঁহি এটা মাৰি ক'লে,

"ডাঃ অভিনৱ বৰুৱা! You have got a beautiful wife! Extraordinary ! এনেকুৱা স্মাৰ্ট লুকিং ধুনীয়া তিৰোতা বোম্বে মহানগৰীতো বৰ

কমেই ওলাব। ক'ৰ বোকাত যে পদুমফুল বোৰ লুকাই থাকে! বনৰীয়া ফুল হাবিতে মৰহি যায়।"

"অ' এটা কথা।" তেওঁ আকৌ ক'লে, "আপোনালোকে মোৰ নামটো সুব্ৰমানিয়াম কৃষ্ণস্বামী বুলি জানি ভুলতো নেভাবিব যে মই এই শিয়াল টেঙৰ সুবিধাবাদী, ভণ্ড ৰাজনীতিক ড° সুব্ৰমনিয়াম কৃষ্ণস্বামী। মই চিকিৎসক। মই পাৰিলে মানুহক সহায় কৰোঁ। বহুতো মৰহি যোৱা জীৱনক মই জীপাল কৰি তুলিছোঁ।"

"আপোনাৰ নাম আমি শুনিছো। আনকি ব্ৰিটিছ জাৰ্নেল অব মেডিচিন (B.J.M.)তো আপোনাৰ নাম ওলায়। আপোনাৰ লেখা প্ৰবন্ধ ওলায়। আপোনাৰ কামৰ ওপৰতলেখা প্ৰবন্ধও মই তাত পঢ়িছো। আপুনি নমস্য ব্যক্তি!" অভিনৱে ক'লে। জুৱেল মনে মনে আছে। তেওঁনো বাৰু কি কথা পাতিব? পলীতো স্বাভাৱিক ভাবেই নিৰ্বিকাৰ, নিশ্চল, নিশ্চুপ। "বাৰু বহুত কথা পাতিলোঁ। এতিয়া আমি বহুত সহজ হ'লো, নহয় জানো? কওকচোন কি প্ৰব্লেম?" ড° সুব্ৰমনিয়াম কৃষ্ণ স্বামীয়ে অভিনৱক চিধা-চিধাই প্ৰশ্ন কৰিলে। প্ৰশ্ন কৰাৰ পাছত জুৱেল আৰু পলীলৈও দৃষ্টি নিক্ষেপ কৰিলে। এই ডাক্তৰজনে কথা বেছি কয়, হয়। পিছে এনেভাবে কথা কয় যে অতি কম সময়ৰ ভিতৰতে মানুহক তেওঁ আপোনা কৰি ল'ব পাৰে। মানুহবোৰৰ সংকোচ ভাব নাইকিয়া হৈ যায়। পৰিবেশ সহজ হৈ পৰে। মানুহজনৰ চকুকিটা কিন্তু সাংঘাতিক। যেন ভিতৰলৈকে দেখে! X-ray হে কৰে যেন।

"আৰু এটা কথা ড° বড়ুইয়া। আমি দক্ষিণ ভাৰতীয়বিলাকে সাধাৰণতেই বেছি কথা কওঁ। তাৰ কাৰণে বেয়া-চেয়া নেপাব। মই এতিয়ালৈকে যিমানবোৰ অসমীয়া মানুহ দেখিছো, – এটা কথা মন কৰিছো – তেওঁলোকে খুব কম কথা কয়। আৰু বৰ soft speaking। সাধাৰণতেই মিহি-মিহি কথাবোৰ। পিছে বৰ ভদ্ৰ দেই।" আগৰ প্ৰশ্নটোৰ উত্তৰ অভিনৱে দিবলৈ বুলি সাজু হওঁতেই এইখিনি কথা ডাক্তৰজনে কৈ পেলালে। তাৰ পিছত মুখত প্ৰশ্নবোধক চিন এটা লৈ অভিনৱলৈ চালে। ইতিমধ্যে অভিনৱো যথেষ্ট সহজ হৈ পৰিছিল। তেওঁ ক'লে।

"ডাক্তৰ! আপুনি বোধহয় অনুমান কৰিছেই, কিহৰ কাৰণে আপোনাৰ ওচৰলৈ আমি ইমান দূৰৰ পৰা আহিছোঁ! মোৰ বিশেষ একো নাই। মোৰ ওৱাইফ পলীৰহে চিন্তা লাগিছে এতিয়ালৈকে মাতৃ হ'ব পৰা নাই কাৰণে।" "No, No, No, No, No! ডাঃ বৰুৱা, তেনেকৈ নক'ব। আপোনাৰ একো নাই বুলি নক'ব। প্ৰত্যেক পুৰুষে বিয়াৰ পিছত পিতৃ হ'বলৈ বিচাৰে। পিতৃত্বৰ গৌৰৱৰ অধিকাৰী হ'বলৈ বিচাৰে। সেইদৰে প্ৰত্যেক নাৰীয়ে মাতৃ হ'বলৈ কামনা কৰে। স্বপ্ন দেখে। ইয়াত অস্বাভাৱিকতা একো নাই।" কৃষ্ণস্বামীয়ে ক'লে।

–"বাৰু, বাৰু! ঠিক আছে। আপুনি হয়তো ঠিকেই কৈছে। পিছে আপুনিনো আমাক কেনেকৈ উদ্ধাৰ কৰোঁ বুলি ভাবিছে?

—"চাওক। এই কেচবোৰ বৰ জটিল। ভালকৈ ইনভেষ্টিগেট কৰিব লাগিব- -দুয়োকে। কাইলৈ পুৱা ন-টা বজাত আহিব।"

—"ডক্টৰ, কেইদিন লাগিব বাৰু? দুই বা তিনিদিনত হ'বগৈ নে?" অভিনৱে অলপ চিন্তিত হৈ সুধিলে।

—"দুই বা তিনিদিনত? অসম্ভৱ।

প্ৰথমেই আমাৰ ইন্সটিটিউতৰ চাইক'এনালীষ্টে আপোনালোকৰ দুয়োজনকে ষ্টাডি কৰিব – compatibilityৰ ওপৰত। মানে আপোনালোকে ইজনে-সিজনক কিমান বিচাৰে, কিমান সুসঙ্গত? তাৰ পিছত নানান ইনভেষ্টিগেচন। যেনে ধৰক, full investigation of male and female infertility, ovulation studies, sexual dysfunction, if any। তদুপৰি পুৰুষৰ sperm function testing, male ejaculatory dysfunction and impotency ইত্যাদি, ইত্যাদি।"

-- হ'ব বাৰু, ডক্টৰ চাহাব। আহিছোঁ যেতিয়া ভালকৈ দেখুৱায়েই যাওঁ। ডাক্তৰ হিচাপে ময়ো বুজো যে এইবিলাক ক্ষেত্ৰত সম্পূৰ্ণ অনুসন্ধান আৰু পুঙ্খানুপুঙ্খ পৰীক্ষাৰ আৱশ্যক।

ভাল বাৰু। অশেষ ধন্যবাদ। আজিলৈ উঠো। কাইলৈ ঠিক সময়ত আহি যাম।" অভিনৱ উঠিল। জুৱেলো উঠিল।

পলীয়ে ধুনীয়াকৈ নমস্কাৰ এটি জনাই বিদায় ল'লে। ড° সুব্ৰমনিয়াম কৃষ্ণস্বামীয়ে দুৱাৰ মুখলৈকে উঠি আহি আগবঢ়াই থ'লে।

পাছদিনাৰ পৰা পূৰ্ণোদ্যমে অনুসন্ধান চলিল। সকলোধৰণৰ। দুয়োজনৰে পৃথকে পৃথকে। কেতিয়াবা দুয়োৰে একেলগে। পলীৰ কেতিয়াবা লাজতে মূছৰ্কছ যোৱা যেন হয়। ডাক্তৰৰ ওচৰততো লাজ কৰি লাভ নাই। কিন্তু ডাক্তৰবোৰ ইমান নিৰ্বিকাৰ কিয়? তেওঁলোক তেজ-মঙহৰ নহয় জানো? পিছ মুহূৰ্ততে পলীয়ে ভাবে – কিয়? তেওঁৰ হাচবেণ্ডোতো ডাক্তৰ! তেওঁ জানো নিৰ্বিকাৰ?

কিছুমান ডাক্তৰে যে ইমান নিৰ্লজ্জৰ দৰে প্ৰশ্ন সোধে! লেডী ডাক্তৰবোৰ বেছি... নেকি? লাজ-কাজ একেবাৰেই নাই!

ড° সুব্ৰমনিয়ামে সাদিনৰ পিছত তেওঁলোকক মাতিলে। জুৱেলক ডাক্তৰে ক'লে যে তেওঁ যেন ছদিনৰ পিছত পাক এটা মাৰে। মানে, দম্পতীটো অহাৰ এদিন আগতে। তেওঁ যিহেতু ডাঃ অভিনৱ বৰুৱাৰ অন্তৰঙ্গ বন্ধু আৰু শুভাকাঙ্খী, সেইকাৰণে coupleটোক counselling কৰাৰ আগতে ডাক্তৰে তেওঁৰ লগত দুই আষাৰ কথা

পাতি ল'ব খোজে। ড° বৰুৱায়ো তেওঁক কৈছিল যে আব্দুল খালেকক সম্পূৰ্ণ confidenceত ল'ব পাৰি। তেওঁ আৰু ড° অভিনৱ বৰুৱাৰ হেনো একো পাৰ্থক্য নাই। এক মন এক প্ৰাণ!

জুবেলে ডাক্তৰক ক'লে,

"ডাক্তৰ চাহাব! কথাটো ঠিক হ'ব জানো? এইবোৰতো সম্পূৰ্ণ তেওঁলোকৰ ভিতৰুৱা কথা। মই মাজত সোমোৱাটো....?"

"নাই, নাই! খালেক চাহাব। আপুনি সেইদৰে নেভাবিব। এইটো তেওঁলোকৰ জীৱন মৰণৰ সমস্যা। বৰ চিৰিয়াচ কথা। ময়ো সাৱধানে counselling কৰিব লাগিব। কেতিয়াবা নানান ধৰণৰ ঘটনা ঘটে। আপুনি যিহেতু তেওঁলোক দুয়োজনকে বেচ ভালকৈ জানে, সেই গতিকে আপোনাৰ লগত আগতীয়াকৈ পৰামৰ্শ কৰা আৱশ্যক বুলি মই ভাবোঁ।"

"ঠিক আছে। সেয়েই হ'ব।" জুবেলে, ডাক্তৰে আগবঢ়াই দিয়া হাতখনত ধৰি অতি সহৃদয়তাৰে হেণ্ডছেক কৰিলে। তাৰ পিছত ধন্যবাদ এটি জনাই তেওঁৰ পৰা বিদায় ল'লে।

ছদিনৰ পিছত জুবেলে যেতিয়া পূৰ্ব নিৰ্দ্ধাৰিত সময়ত ড° সুব্ৰমনিয়াম কৃষ্ণস্বামীৰ কোঠালৈ সোমাই আহিল, তেতিয়া সেই বিশ্ববিখ্যাত ডাক্তৰজনে মূৰে-কপালে হাত দি বহি আছিল। তেওঁৰ সন্মুখত ঢেৰ কাগজ-পত্ৰ। ৰিপৰ্টবোৰ। বিশেষজ্ঞ সকলৰ ৰিপৰ্টবোৰ তেওঁ কেবাবাৰো পঢ়িলে। দুই এটা কথা টুকিও ৰাখিলে। মাজে মাজে টেলিফোনত দুই এজনৰ লগত দুই আষাৰ কথা পাতিলে। কথাবোৰৰ বেছিভাগেই জুবেলৰ কাৰণে দুৰ্বোধ্য আছিল।

তাৰ পিছত ডাক্তৰে চকীখনত আঁউজি ভালকৈ বহি লৈ জুবেলৰ চকুয়ে-চকুয়ে কিছুসময় চাই থাকিল। তেওঁৰ তীক্ষ্ণ দৃষ্টি সহিব নোৱাৰি জুবেলে চকু ঘূৰাই বেৰৰ কেলেণ্ডাৰখনকে চাই থাকিল। কেলেণ্ডাৰৰ ছবিখনত এটা ডাঙৰ বাঘে দাঁত নিকটাই আছিল ; তলত লেখা আছিল ঃ ৰেৱাৰ বগা বাঘ।

কিছু সময় এইদৰেই গ'ল। অৱশেষত ডাক্তৰেই আৰম্ভ কৰিলে,

"ওৱেল! মিঃ আব্দুল খালেক! মই কেনেকৈ আৰম্ভ কৰোঁ? It is very unfortunate। বৰ দুৰ্ভাগ্যৰ কথা! চব ঠিকেই আছিল। মাত্ৰ এটাই গণ্ডগোল।"

কওকচোন ডাক্তৰ চাহাব। কি কথা? খবৰ ভাল নহয় নেকি? একো আশা নাই নেকি? জুবেলে সুধিলে।

কিনো কম? খবৰ সচাঁকৈয়ে বেয়া। অভিনৱ বৰুৱা পিতৃ হোৱাৰ সৌভাগ্যৰ পৰা হয়তো বঞ্চিত হ'ব। *তেওঁৰ সন্তান উৎপাদনৰ ক্ষমতা নাই।* Severe sperm

problems আছে। Ejaculatory dysfunction নাই। testingত ধৰা পৰিলে; sperm বোৰৰ motility নাই। শুক্ৰকীটবোৰ গমনক্ষম নহয়– মৃত বা অৰ্দ্ধমৃত।"

জুৱেলে এইবাৰ প্ৰশ্ন কৰিলে।

"তেওঁৰ পৰিবাৰ, পত্নী বন্ধুৱাৰ কেনে? তেওঁৰো কিবা দোষ আছে নেকি?"

"নাই, নাই। তেওঁৰ একো নাই। তেওঁ সম্পূৰ্ণ সক্ষম – সন্তান জন্ম দিয়াৰ কাৰণে। মই উলিয়াই চাম নেকি মি' খালেক – কৃত্ৰিম প্ৰজননৰ কথা?" ডাক্তৰে জুৱেলৰ পৰামৰ্শ বিচাৰিলে।

"নাই, নহয়, ডাক্তৰ চাহাব। আপুনি সেইবোৰ নুলিয়াব। সি বলীয়া হোৱাদি হ'ব। He will become mad! মই তাক সৰুৰে পৰাই জানো। তাক কোনোবাই অক্ষম বুলি ক'লে সি হত্যা পৰ্যন্ত কৰি দিব পাৰে।"

"সৰ্বনাশ'! মোকো মাৰি দিব পাৰে নেকি? কথা শুনি দেখোন মোৰ ভয়েই লাগিছে। *তেতিয়া হ'লে আচল কথাবোৰ মই নোকোৱাই ভাল হ'ব নেকি?* কালিলৈ তেওঁলোক আহিবই নহয়? ডাক্তৰ কৃষ্ণস্বামীয়ে বৰ ভয় খালে।

"ডাক্তৰ চাহাব, আপুনি এটা কাম কৰিব। *আচল কথাবোৰ তেওঁলোকক নক'ব, ৰিপৰ্টবোৰো মোকে দিব। অসম গৈ পোৱাৰ পিছত মই ৰিপৰ্টবোৰ তেওঁলোকক দিম আৰু আচল কথাটো ক'ম।* তেতিয়া আপোনাৰো বিপদ নহয় আৰু আমাৰো একো নহয়। কালিলৈ আহিলে আপুনি যেনে-তেনে মেনেজ কৰিব আৰু।"

ডাক্তৰ সুব্ৰমনিয়ামে দীঘলকৈ উশাহ এটা ল'লে। তেওঁ যেন সেই যাত্ৰা বাচি গ'ল।

"ধন্যবাদ! খালেক চাহাব। মোক আপুনি এটা সম্ভাব্য বিপদৰ পৰা বচালে। বঢ়িয়া পৰামৰ্শ দিলে। এতিয়া দুয়ো কুল ৰ'ব।

লওক, এই ৰিপৰ্ট সোপা আপোনাকে দিলো। বিলখনো দি দিম নেকি? মানে আমাৰ bye-law মতে বিল পেইমেণ্ট হ'লেহে ৰিপৰ্টবোৰ দিয়া হয়।"

"ঠিক আছে। বিল দিয়ক। মই কেছ পেইমেণ্ট কৰিম।" জুৱেলে বেচ উৎসাহেৰে ক'লে।

ইনষ্টিটিউট অব হিউমেন ৰিপ্ৰডাক্সনৰ চীফ মেডিকেল অফিচাৰ, ড° সুব্ৰামানিয়াম কৃষ্ণস্বামীয়ে এখন বিল জুৱেললৈ সসম্ভ্ৰমে আগবঢ়ালে।

বিলখন চাই বিছখন পাঁচ শ টকীয়া নোট, অৰ্থাৎ নগদ দহ হেজাৰ টকা জুৱেলে বিশ্ববিখ্যাত সেই ডাক্তৰজনলৈ আগবঢ়াই দিলে। 'থেঙ্ক ইউ' বুলি ডাক্তৰজনে টকাৰ বাণ্ডোলটো লৈ টেবুলৰ ডেৰাজত ভৰাই চাবি মাৰি চাবিটো জেপত সুমুৱাই থ'লে।

পাছদিনা অভিনৱ আৰু পত্নীয়ে ডাঃ সুব্ৰামানিয়ামক লগ কৰিলে। ডাক্তৰজনে

তেওঁলোক দুয়োকো আথে বেথে বহুৱাই কফি, বিস্কুট অনাই খুৱালে। নানান ধৰণৰ কথা পাতিলে ; কিন্তু যি উদ্দেশ্যত তেওঁলোক অসমৰ পৰা আহি তেওঁক দেখুৱাইছিল, পৰামৰ্শ বিচাৰিছিল, সেই বিষয়ে এটা শব্দও নুলিয়ালে। মাজে মাজে ভয়-ভয়কৈ অভিনৱলৈ চছমাৰ ফাঁকেৰে চাইছিল আৰু ঘনাই চকু পিৰিকিয়াইছিল। কথকী মানুহ -- কিবা কওঁতে কিবা ওলাব! অভিনৱৰ দোষটোৰ কথা যদি অকস্মাতে মুখৰ পৰা ওলাই যায়, তেতিয়াতো সৰ্বনাশেই হ'ব। আব্দুল খালেকেতো কৈয়েই থৈছে নহয় তেওঁক যে, যদি অভিনৱ বৰুৱাই কেনেবাকৈ গম পায় যে তেওঁৰ সন্তান উৎপাদনৰ ক্ষমতা নাই, তেওঁ অক্ষম, তেতিয়া তেওঁ (অৰ্থাৎ অভিনৱ) will get mad and might even kill him! তেওঁ উন্মত্ত হৈ পৰিব পাৰে আৰু আনকি তেনেকুৱা অৱস্থাত ডাক্তৰৰ প্ৰাণো ল'ব পাৰে। এতেকে ডাঃ সুব্ৰামানিয়ামে কেতিয়াও সিমানটো ৰিস্ক্ নলয়।

সেইকাৰণেই ডাক্তৰে অভিনৱহঁতক কফি খুৱাইছে, বিস্কুত খুৱাইছে, নানান আমোদজনক কথা কৈছে।

অলপ সময়ৰ পিছত অভিনৱে ডাক্তৰক সুধিবলৈ বাধ্য হ'ল - "কি পালে ডক্টৰ?" ইতিমধ্যে অভিনৱ আৰু পলীৰ আমনি লাগি গৈছিল। ধৈৰ্যৰ বান্ধ ছিগো-ছিগো হৈছিল।

ডাক্তৰে সেমেনা-সেমেনকৈ ক'লে,

"Not to worry! চিন্তাৰ কোনো কাৰণ নাই। চব ঠিক হৈ যাব। ঘৰলৈ উভতি যাওক। Enjoy yourself।

পলীলৈ চাই ক'লে,

"Beautiful young lady! কেলেই চিন্তা কৰিছে? You are capable of giving birth to a dozen children! এক ডজন ল'ৰা-ছোৱালীৰ জন্ম দিয়াৰ ক্ষমতা আপোনাৰ আছে। (অশ্বত্থামা হত কিন্তু ইতি গজ!) এতেকে চিন্তা কৰিব নালাগে। এতিয়া ঘৰৰ ছোৱালী ঘৰলৈ যাওকগৈ।"

এইবাৰ অভিনৱলৈ চাই ক'লে,

"ভগৱানক বিশ্বাস কৰে তো? জীৱন, মৰণ, বিয়া-বাৰু, সন্তান-সন্ততি, ঐশ্বৰ্য-বিভূতি, ধন-দৌলত সকলো ভগৱানৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। আমি বোৰ নো কোন কুটা? আমি হ'ব বুলিলেও নহ'ব পাৰে আৰু নহ'ব বুলিলেও হ'ব পাৰে।..."

ড° সুব্ৰামানিয়াম কৃষ্ণস্বামীয়ে এইবাৰ ঈশ্বৰৰ ওপৰত এটা সৰু-সুৰা বক্তৃতা দিলে। দুয়ো অৱশ্যেই শুনিলে। অভিনৱে ভাবিছিল, — এই শ-শ মাইল দূৰলৈ, হেজাৰ-হেজাৰ টকা খৰচ কৰি এওঁৰ লেকচাৰ সোপা শুনিবলৈহে আহিছিলোঁ? লেকচাৰো লেকচাৰ, তাকো ঈশ্বৰৰ ওপৰত! জান যদি যিটো কাৰণত আহিছিলোঁ, সেইটোৰ ওপৰত ক।

অভিনৱে কথাৰ মোখনি মাৰিবৰ কাৰণে ক'লে, "বিল-চিল কিখন দিলে আমি টকা পইছা দি বিদায় ল'ব পাৰো। ৰিপৰ্ট-চিপৰ্ট কিবা দিব নেকি? Any advice?"

ডাক্তৰে হাত জোকাৰি ক'লে,

"বিলৰ টকা আপোনাৰ বন্ধুয়ে সম্পূৰ্ণ আদায় কৰি দিলে। মোৰো যদি এনেকুৱা বন্ধু থাকিলেহেঁতেন! আপোনাৰ কিন্তু কপাল হে বুলিলোঁ দেই! এনেকুৱা বন্ধু পোৱা! তদুপৰি আৰু এটা বিষয়ত আপুনি বৰ সৌভাগ্যৱান। এনেকুৱা সুন্দৰী ভাৰ্যা পোৱা! I envy you!"

"ধন্যবাদ!" অভিনৱে কাঠ হাঁহি এটা মাৰি ক'লে। "আৰু ৰিপৰ্ট-চিপৰ্টৰ কথা সুধিছে? সেইবোৰ একো বিশেষ নাই। ক'লো নহয়, চব ঠিক আছে বুলি। দুই-এখন কিবা আছিল – আপোনাৰ বন্ধু আব্দুল খালেকৰ হাতত দিলোঁ। তেওঁ টকাটো দিলে ; তাৰ বিনিময়ত তেওঁকতো কিবা এটা দিব লাগিব। আপুনি, মন গ'লে তেওঁৰ পৰা লৈ চাব। কিন্তু বিশেষ একো নাই। এতিয়া এইবোৰ চব পাহৰি যাওক আৰু স্বদেশৰ স্বগৃহলৈ প্ৰত্যাৱৰ্তন কৰক।"

ডাঃ সুব্ৰামানিয়ামে ভালে-ভালে অভিনৱক পঠাবৰ কাৰণেহে এনেকৈ বকলা মেলিছে। যেনে-তেনে খং-চং নুঠাকৈ যাওকচোন!

অভিনৱে কথা আৰু বহলাবলৈ মন নকৰিলে। কেনেকৈ এই কথকী ডাক্তৰটোৰ ওচৰৰ পৰা বাচিব পাৰি সেইটো ধান্দাতহে তেওঁ আছিল। পত্নীয়েও বৰ অস্বস্তি বোধ কৰিছিল।

ডাক্তৰক ধন্যবাদ দি তেওঁলোক উঠিল।

ডাক্তৰ সুব্ৰামানিয়াম কৃষ্ণস্বামীয়েও ৰক্ষা পালে।

বিশেষ একো 'গণ্ডগোল' নাই বুলি জানিব পাৰি অভিনৱৰ মনটোত অপাৰ আনন্দ। এইকেইদিন পত্নীও বেছ ফুৰ্তিতে আছে। মানুহবোৰে যে এনেয়ে ইমান বেছি হুলস্থূল লগায়! দুদিনমান পলম হ'লেই জানিবা, তাকেলৈ চবেই ইমান মূৰ ঘমাব লাগে কেলেই? "এ.., বিয়া হোৱা ইমান দিন হ'ল! ল'ৰা-ছোৱালী এটা হোৱা নাই দেখোন?" "কি হ'ল? ছোৱালীজনী বন্ধ্যা নেকি?" আন এগৰাকীয়ে ক'ব, "নহয় হে, কেতিয়াবা পুৰুষজনৰো দোষ থাকে। কেৱল মাইকী জনীকে নুদুষিবা।"

আকৌ, ছোৱালী এজনীৰ বিয়া হোৱা দুদিন পলম হ'ল জাঁনিবা, আলোচনা আৰম্ভ হ'লেই নহয়! "কি হ'ল? ছোৱালীজনীৰ গ্ৰাহক-চাহক ওলোৱা নাই নেকি? ঘৰতে বুঢ়ী হ'ব এতিয়া।" চাৰিওফালে বু-বু বা-বা!

বি, এ, এম, এ বা কিবাকিবি পাচ কৰি লৰাই হওক বা ছোৱালীয়েই হওক দুদিনমান ঘৰত বহিবলৈহে পালেহে, আৰম্ভ হৈ গ'ল নহয়!

? — তুমি এতিয়া কি কৰিছা?

? — দৰ্খাস্ত-চৰ্খাস্ত কৰিছানে নাই পিছে?

? — ইমান দিন দেউতাৰাই খৰচ-বৰচ কৰি পঢ়ুৱালে ; এতিয়া কিবা এটা কৰা। বুজিছানে?

? — তোমাৰ দেউতা-মা বুঢ়া হৈ আহিছে ; এতিয়া তোমালোকে দায়িত্ব বহন কৰিব লাগিব। Understand? You ought to understand!

? — কি? ইমান দিন চাকৰি এটা যোগাৰ কৰিব পৰা নাই? টিউচনকে নকৰা কিয়? ইত্যাদি, ইত্যাদি।

মুঠতে, আমাৰ সমাজত, বেৰৰ জলঙাইদি জুমি, লোকে কি কৰিছে চাই, লোকৰ বিষয়ে জানিবলৈ বিচাৰি, লোকৰ লঘু-লাঞ্ছনা দেখি কিছুমান মানুহে বৰ আনন্দ উপভোগ কৰে। কোমল অংশত আঘাত কৰি চেঙালুটি পৰা দেখিলে ভাল পায়।

সি যি কি নহওক, বোম্বেত থকা দিনকেইটা বেচ ভালেৰেই তেওঁলোকে কটালে। জুৱেলে সাধাৰণতে কৰাতকৈ বেছিহে ফুৰ্তি কৰিছে। নাচি-বাগি, হাঁহি-ধেমালি কৰি জমাই আছে। খৰচো কৰিছে দুইহাতে। বহুত টকা উৰাইছে। মাজতে অভিনৱেও টাটা মেমৰিয়েল হস্পিতালত অনুষ্ঠিত ইণ্ডিয়ান মেডিকেল এচচিয়েছনৰ বাৰ্ষিক মুকলি অধিবেশনখনত যোগদান কৰি আহিল। দুদিনীয়া অধিবেশনখনত পুৱাৰ পৰা গধূলিলৈকে ব্যস্ত থাকিবলৈ পাই অভিনৱে গৌৰৱ অনুভৱ কৰিলে। তেওঁ বহুতো নামী-দামী ডাক্তৰকো লগ পালে। বহু কথা একাষৰীয়াকৈ আলোচনাও কৰিলে। বহুত নজনা কথা জানিবলৈ পালে।

সেই দুটা দিন জুৱেলৰ লগতেই পত্নীয়ে ফুৰা চকা কৰিলে। জুৱেলেই পত্নীক সঙ্গ দিলে। অভিনৱৰ অবাৱ পত্নীয়ে অনুভৱ নকৰিলে। সময়খিনি দুয়ো সুন্দৰকৈ উপভোগ কৰিলে।

০০০০

।। সোতৰ ।।

# পূৰ্ণ সুযোগ

গুৱাহাটীলৈ উভতি আহি সকলোৱে নিজৰ নিজৰ কামত লাগি গ'ল। জুৱেল আৰু অভিনৱ দুয়োৰো যথেষ্ট লোকচান হৈছিল, ইমান দীঘলীয়াকৈ আঁতৰি থকাৰ ফলত। কেইদিন মান আঁতৰি থাকিলেও অৱশ্যে জুৱেলৰ সিমান লোকচান নহয় ; কাৰণ তেওঁৰ বিজিনেছ বেছ অৰ্গেনাইজ্‌দ। তেওঁৰ এজেণ্টবোৰে পূৰাদমে কাম চলাই থাকে। তথাপিও, মূল মালিকজন নেথাকিলে কাৰবাৰত অলপ খেলি-মেলি হয়েই।

অভিনৱৰ কিন্তু পূৰা লোকচান। স্বাভাৱিকতেই। তদুপৰি তেওঁৰ অনুপস্থিতিত বৰঠাকুৰ ক্লিনিকে তেওঁৰ পেচেণ্ট বহুখিনি টানিলে।

সেইবোৰ কাৰণতেই অভিনৱে আগতকৈও বেছি দীঘলীয়া সময় চেম্বাৰত থাকিবলৈ ল'লে। ক্লিনিকখন বেছি সময় খোলা থকা কাৰণে পেচেণ্টৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে।

আজিকালি দুপৰীয়া অভিনৱ প্ৰায়েই ভাত খাবলৈ নাহে। এটা, ডেৰটা বজাৰ ভিতৰতে পলীক তেওঁ আহিব-নে-নাহে কৈ দিয়ে, যাতে নাহিলে পলীয়ে তেওঁলৈ বাট চাই থাকিব নেলাগে।

ৰমেনে এটা কথা মন কৰিছে যে আজিকালি "জুৱেলদাদা" আগৰ নিচিনাকৈ আহিবলৈ লৈছে। মাজতেহে তাৰ চাৰৰ সৈতে জুৱেলদাদাৰ যেন আহ-যাহটো কমি গৈছিল। বোম্বেৰ পৰা ঘূৰি অহাৰ পিছৰে পৰা আকৌ ঘৰখন আগৰ নিচিনা হৈছে। পলী আইদেৱেও ফুৰ্তি কৰি থাকে। চাৰেও আনন্দমনেৰে থাকে। জুৱেলদাদাও ঘনাই আহি থকা হৈছে।

অভিনৱ আৰু জুৱেলৰ মাজতো আকৌ সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক স্থাপিত হৈছে। মাজতেহে, — মানে কিতাপখনৰ লেখাবোৰৰ কাৰণেহে সিহঁত দুটাৰ মাজত মতান্তৰ হৈছিল। বন্ধুত্ব অলপ সেমেকি গৈছিল। অভিনৱে তেনেকৈয়ে ভাবে।

অভিনৱৰ 'পুৰুষত্ব' প্ৰমাণ হোৱাৰ পিছত (মানে বোম্বাইৰ ড° সুব্ৰামানিয়ামে চাৰ্টিফাই কৰাৰ পিছত) তেওঁৰ আগৰ কম্‌প্লেক্সবোৰ নাইকিয়া হৈ গ'ল। এতিয়া তেওঁ জুৱেলৰ ওচৰত (অথবা পলীৰ ওচৰতো) নীচাত্মিকা মনোভাৱত নোভোগে। বেচেৰী পলীয়ে, অভিনৱে 'পুৰুষত্ব' প্ৰমাণ কৰিবলৈ যাওঁতে, বহুতো দুৰ্ভোগ ভূগিব লগীয়া হৈছিল। জুৱেলো সাৰি যোৱা নাছিল। জুৱেলৰ ওচৰত 'পুৰুষত্ব' প্ৰমাণ কৰিবলৈ যাওঁতে অভিনৱে অনৰ্থক আক্ৰমণাত্মক ভঙ্গী প্ৰদৰ্শন কৰিছিল। জুৱেলে সহি-সামৰি আছিল। অভিনৱৰ অভঙালিৰ বিষয়ে তেওঁ সম্পূৰ্ণ অৱগত।

পলীৰ বোম্বে-যাত্ৰাই মৃত সঞ্জীৱনী সুধাৰ দৰে কাম কৰিলে। মৰহি যোৱা জীৱনটোৱে যেন আকৌ প্ৰাণ পালে। জীৱনটোৰ যেন এটা নতুন অৰ্থ তেওঁ বিচাৰি পালে! হেৰোৱা স্বৰ্গ যেন ঘূৰাই পালে! জুবেলক তেওঁ নতুনকৈ আৱিষ্কাৰ কৰিলে!

বোম্বেত জুবেলে অভিনৱহঁতক যিমান সহায় কৰিলে, অভিনৱে সেইটো কেতিয়াও পাহৰিব নোৱাৰে। থকা-খোৱাৰ ফ্ৰি বন্দোৱস্ত, অহা-যোৱা, ফুৰা-চকাৰ কাৰণে এক পইচা খৰচ নোহোৱাকৈ এখন গাড়ী, তাকো এয়াৰ কণ্ডিচন্দ ইমপ'ৰ্টেদ টয়টা গাড়ী! জুবেলে আনকি ইন্সটিটিউটত দেখুৱা সম্পূৰ্ণ খৰচ - দহ হেজাৰ টকা, নিজেই বহন কৰিছে। অভিনৱে টকাখিনি ঘূৰাই দিয়াৰ কথা ক'লত গালিহে খালে। এইবোৰ কাৰণতেই অভিনৱে জুবেলক সম্পূৰ্ম বিশ্বাসত লৈ অভিন্ন হৃদয় বন্ধু বুলি আকৌ আঁকোৱালি ল'লে। অভিনৱ আশ্বস্ত হ'ল যে কোনোবা সময়ত তেওঁ কামত ব্যস্ত হৈ থাকিলে, পলীয়ে অন্ততঃ কিবা অসুবিধাত পৰিলে, জুবেলৰ সহায় বিচাৰিব পাৰিব, সহায় ল'ব পাৰিব। তেওঁ নিজেতো বেমাৰী এৰি দৌৰি যাব নোৱাৰে! আজি-কালি গুৱাহাটীত নানান অঘটন ঘটে। ওচৰ-চুবুৰীয়াৰ পৰাও সহায়-সহানুভূতি আশা কৰিব নোৱাৰি। আজি মাত্ৰ এমাহ মানৰ আগতে ঘটা ঘটনা এটাই গুৱাহাটীবাসী ৰাইজক সচকিত কৰি তুলিলে। খাৰঘুলিত ইঞ্জিনিয়াৰ এজন পুৱা দহটা বজাত সদায় কামলৈ ওলাই যায়। ঘৰত অকলে থাকে তেওঁৰ পত্নী। তেওঁলোকৰ ল'ৰা-ছোৱালী এহাল। ল'ৰাটো ক্লাচ টেনত আৰু ছোৱালীজনী ক্লাচ চেভেনত পঢ়ে। সিহঁত প্ৰায় চাৰে ন টা মান বজাত স্কুললৈ বুলি ওলাই যায়।

ওচৰৰে কেইটামান ল'ৰাই আলেখ-লেখ চাই থাকে। তিনিটা ল'ৰা! এটা ক্লাচ টেনত পঢ়ে। বাকী দুটা কলেজৰ ফাৰ্ষ্ট ইয়েৰত পঢ়া ল'ৰা। সিহঁতবোৰৰ বাপেক কিজন নতুন ধনী। চকৰি-বাকৰি নাই। শিক্ষা-দীক্ষাও নাই। এজন বাপেক ৰাজনৈতিক দালাল। আগৰজন মুখ্য মন্ত্ৰীৰ দিনতো ৰাজনৈতিক দালালী কৰি টকা উপাৰ্জন কৰিছিল আৰু বৰ্তমানজনৰ দিনতো একেই; বৰঞ্চ বেছিহে! হাকিমৰ বা ডি. এচ. পিৰ চাকৰি? তেওঁক একলাখ টকা দিলেই হয়। পঞ্চাচ হেজাৰ তেওঁ ৰাখিব, বাকী পঞ্চাচ হেজাৰ ভাগ কৰিব — কোনোবা মন্ত্ৰী, কোনোবা অফিচাৰৰ মাজত। মটৰ ভেহিকল ইন্সপেক্টৰ অথবা বিক্ৰীকৰ বিভাগৰ ইন্সপেক্টৰ হ'লে লাগিব দুই লাখ টকা। কাৰোবাক ভাল জাগালৈ বদলি কৰাব লাগে (বিশেষকৈ ফৰেষ্ট বিভাগত), য'ত টকা আছে, যেনে ডিগবৈ। দুইৰ পৰা তিনি লাখ টকা।

সেইজন বাপেক বাৰু সেইজনেই। বাকী দুজন পিতৃ কিন্তু সাংঘাতিক। এজনে কৰে ড্ৰাগচৰ ব্যৱসায়। ড্ৰাগচ মানে মানুহ বচোৱা দৰব নহয় আকৌ। হিৰইন জাতীয় বস্তুহে।

বাকীজন হ'ল আৰু সাংঘাতিক। কোনোবা সংগঠনৰ। বন্দুকধাৰী সংগঠন!

এতেকে তেওঁৰ টকা ঢেৰ। কোনো কষ্ট কৰিব নেলাগে। বন্দুকটো দেখুৱাই চন্দুকটো ভৰাব পাৰে। বন্দুকৰ গুলী লাগি দুই এটা মৰিলেও নো কাৰ হানি হ'ব? কিহৰ ভয়? এই মহাপুৰুষ কিজনৰে তিনি পুত্ৰই ইঞ্জিনিয়াৰজন অফিচলৈ যোৱাৰ পিছত তেওঁৰ পত্নীক অকলশৰীয়া অৱস্থাত ঘৰতে ধৰি অত্যাচাৰ কৰিলে। অথচ সেই মানুহগৰাকী আছিল সিহঁতকিটাৰ মাকৰ বয়সৰ! এয়েই আমাৰ দেশৰ অৱস্থা!

এইবোৰ কাৰণতেই পলীৰ কাৰণে অভিনৱৰ চিন্তা হয়। গাত কঁপনি উঠে। তেওঁতো দিনটো ক্লিনিকতে কটায়। যদিহে পলীৰ খাৰঘুলিৰ ইঞ্জিনিয়াৰজনৰ পত্নীৰ দশা হয়? অৱশ্যে তেওঁ আশ্বস্ত হয় যে জুৱেলৰ নিচিনা এজন বন্ধু তেওঁৰ আছে। পলীয়ে দৰকাৰ হ'লে তাৰ সহায় ল'ব পাৰিব।

অভিনৱেও সেই কাৰণে আজিকালি জুৱেলক কয়। তেওঁ নথকা অৱস্থাত যাতে সি পলীৰ খবৰ অলপ ৰাখে।

জুৱেলে তাৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰে। তেওঁৰ নিসঙ্গ জীৱনত পলীৰ খন্তেকীয়া সঙ্গ লাভে তেওঁৰ জীৱনটো পৰিপূৰ্ণ কৰি তোলে।

পলী বৰ টেঙৰ ছোৱালী। অভিনৱৰ নিচিনা চিধা-চাধা নহয়। তেওঁৰ প্ৰথম সন্দেহ হৈছিল, বোম্বাইত ডাঃ সুব্ৰামানিয়ামে জুৱেলৰ লগত অকলে কথা পতাৰ কাৰণে। তেতিয়াই তেওঁ বুজিছিল, 'দাল মে কুচ কালা হায়'! ডাক্তৰে যে তেওঁলোকৰ আগত অভিনয় কৰিছিল সেইটো তেওঁ সম্পূৰ্ণ কৈ বুজিব পাৰিছিল। হোলাৰ ভাই মোলা অভিনৱে যে একো বুজিব নোৱাৰিছিল, সেইটোও পলীয়ে বুজিছিল।

এদিন ছেগ বুজি পলীয়ে জুৱেলক স্পষ্ট ভাষাৰেই সুধিছিল।

"জুৱেল, কোৱাচোন। বোম্বাইত ডাঃ সুব্ৰামানিয়ামে তোমাক কি ক'লে? তুমি কিবা কথা লুকুৱাইছা? ডাক্তৰেও যে আমাক ফাকি দিলে, সেইটো অভিনৱে বুজিব নোৱাৰিলেও মই হ'লে স্পষ্ট বুজিছোঁ।"

জুৱেল ক্ষন্তেক ৰ'ল। তাৰপিছত লাহে লাহে অথচ বেচ দৃঢ়তাৰে ক'বলৈ ধৰিলে,

"পলী। তোমালোক তিৰোতাবোৰৰ ষষ্ঠ ইন্দ্ৰিয় বৰ সক্ৰিয়। তুমিতো আৰু একোব চৰা। তোমাৰ পৰা একো লুকুৱাব নোৱাৰি। তুমি কেৱল ধুনীয়ায়েই নহয় ; তুমি বুদ্ধিমতীও।

শুনিব খুজিছা যদি শুনা। কিন্তু কথা দিয়া— অভিনৱক ঘুণাক্ষৰেও গম নিদিয়া বুলি। শপত খোৱা, তোমাৰ ইষ্ট দেৱতাৰ নামত।"

"শপত খাইছো—ভগবানৰ নামত! অভিনৱক একো নকওঁ" পলীয়ে শপত খালে।

"শুনা তেনেহ'লে ঃ

অভিনৱ কেতিয়াও পিতৃ হ'ব নোৱাৰিব। তেওঁৰ সেই ক্ষমতা নাই। ডাঃ

সুব্ৰামানিয়ামে, তোমালোকে লগ কৰাৰ আগদিনা, মোক সকলো কথা বুজাই ক'লে। ৰিপৰ্টখন মোৰ হাততে আছে। অভিনৱক নেদেখুৱাওঁ। ৰিপৰ্টখন দেখিলে সি পাগল হৈ যাব। কি কৰি পেলায়, কোনেও ক'ব নোৱাৰে। তোমাকো মাৰি পেলাব পাৰে বা নিজেও মৰি যাব পাৰে, আৰু মোকো হয়তো মাৰিব পাৰে। ৰিপৰ্টত স্পষ্টভাৱে লেখা আছে, অভিনৱৰ severe sperm problems আছে বুলি। শুক্ৰাকীটবোৰ গমনক্ষম নহয় —মৃত বা অৰ্দ্ধমৃত। তেওঁৰ শুক্ৰকীটে সন্তান উৎপাদন কৰিব নোৱাৰে।" জুৱেলে কথাখিনি কৈ পলীৰ মুখলৈ চালে।

পলীৰ মুখখন ৰঙা পৰি গৈছে। কপালত বিন্দু বিন্দু ঘাম ওলাইছে। তেওঁ তললৈ মূৰ কৰি কথাবোৰ শুনি আছিল।

মূৰ দাঙি ডিঙিটো বেঁকা কৈ জুৱেললৈ চাই তেওঁ ক'লে,

"মই তেনেকুৱা কথাকেই অনুমান কৰিছিলোঁ। কিয় জানো ক'ব নোৱাৰোঁ, মোৰ তেনে ভাব এটাই আজি কিছুদিন ধৰি খুন্দিয়াই আছিল। মোৰ মনৰ ভাব কাৰো আগত ব্যক্ত কৰিব নোৱাৰোঁ। খোলাকৈ ক'ব নোৱাৰোঁ। মনতে ভাববোৰে গুজৰি-গুমৰি থাকে। ভীষণ অশান্তিত ভোগোঁ।

বোম্বেত তোমাৰ সান্নিধ্যলাভৰ সুযোগে মোক এটা নতুন পথৰ সন্ধান দিলে। নেজানো এই পথ কণ্টকময় হয় নে মধুময় হয়। যি কি নহওক, অদৃষ্টই যেনি টানি নিয়ে তেনিয়েই যাম। জীৱনটো অকালতে মৰহি যাবলৈ নিদিওঁ। অথলে যাবলৈ নিদিওঁ।"

সেইদিনা অভিনৱ দুপৰীয়া ভাত খাবলৈ অহা নাছিল। জুৱেলে তেওঁক লগ কৰিবলৈ বুলি দুপৰীয়া এটা বজাৰ পৰা বাট চাই আছে বুলি গম পাই তেওঁ ভালেই পালে। খাৰঘুলিৰ ঘটনাটোৰ পৰা পলীক অকলে এৰিব লগা হ'লে তেওঁ ভয় খায়। জুৱেল বহি আছে বুলি ক'লত তেওঁ আশ্বস্ত হ'ল। অন্ততঃ বেচেৰী পলীজনী অকলশৰীয়া নহয়। ফোনত পলীৰ লগত কথা পতাৰ পিছত তেওঁ নিশ্চিন্ত মনে ৰাতি আঠটালৈকে বেমাৰী চোৱাত লাগিল। টকাৰে জেপ ভৰি গ'ল। টকা, টকায়েই। ৰোগীৰ টকা, নিৰোগীৰ টকা বুলি দুবিধ টকা নাই নহয়! জেনেৰেল প্ৰেক্টিচনাৰবোৰে কষ্ট কৰি টকা উপাৰ্জন কৰে, অভিনৱে ভাবে। গাইনি কিছুমানৰ দৰে নহয়, নহয়! কেইজনমান গাইনি আছে, ধনী মানুহৰ কেচ হ'লেই চিজাৰিয়ান কৰিবই। যেন চিজাৰিয়ান নোহোৱাকৈ সন্তান জন্ম হ'বই নোৱাৰে। আৰু এগৰাকী আছে, নাম মীৰা দেৱী! তেওঁতো ফ'ৰচেপদাল এনেয়ে লগাব আৰু বিল কচি দিব। তেহেলৈ ৰোগিনী গৰাকী সাধাৰণ হাজিৰা কৰা মানুহৰ ঘৈণীয়েই হওক বা মন্ত্ৰীৰ পৰিবাৰেই হওক! ধন্যা দেৱী (ডাক্টৰণী!)! সি যি কি নহওক, অভিনৱে টকা ঘটে হয়, কিন্তু তেওঁৰ ডায়গ্নিচিচ ভাল। বেমাৰ সঠিককৈ ধৰিব পাৰে। বেমাৰ ধৰিব পাৰিলে চিকিৎসা কৰাটো বৰ কঠিন নহয়। ৰোগী সেইকাৰণে অভিনৱৰ ওপৰত সন্তুষ্ট।

সেইদিনা জুবেলে অভিনবহঁতৰ ঘৰত বহু সময় কটালে। এজাক মনমতলীয়া কৰা বতাহে ধীৰে ধীৰে ঘূৰ্ণি বতাহৰ ৰূপ ল'লে। ঘূৰ্ণি বতাহজাকে পলী আৰু জুবেলক উৰুৱাই নি সাগৰৰ মাজৰ এটি নিৰ্জন দ্বীপত নিক্ষেপ কৰিলে। সেই জনশূন্য দ্বীপত মাত্ৰ দুটা প্ৰাণী—পলী আৰু জুবেল। আদম আৰু ইভ।

ৰমেনে জুবেল আহিলে ভাল পায়। জুবেল দাদাই ফুৰ্তি-ফাৰ্তা কৰি ঘৰখন মতলীয়া কৰি তোলে। কাঁহ পৰি জীন যোৱা ঘৰ ৰমেনৰ ভাল নেলাগে। কিন্তু......., সেইদিনা কথাবোৰ অলপ বেলেগ যেন লাগিল। কিবা ভাল নলগা বিধৰ। কথা-বতৰা পাতোঁতে জুবেলদাদাই পলী আইদেউৰ শোৱনি কোঠাত বহিনো কিয় কথা পাতিব লাগে? আৰু মাজতে দুৱাৰ বন্ধ কৰি দুয়ো এঘণ্টামান সময় কিয় কোঠাটোত সোমাই থাকিব লাগে? তিনিটা বজাত যাওঁ নেযাওঁ কৈ জুবেল যাবলৈ ওলাল। পলীক মাত লগাওঁতে পলীয়ে ক'লে,

"আকৌ আহিবা দেই। আহিয়েই থাকিবা। মোৰ তোমাক খুবেই প্ৰয়োজন!"

জুবেলে যাবৰ সময়ত ৰমেনক এশ টকীয়া নোট এখন দি ক'লে, "ৰমেন, তোমাৰ চাহ কাপ আৰু মিচা মাছৰ কাটলেটটো খাই বৰ ভাল পালো দেই। সেই কাৰণেই তোমাক টকা এশটা বক্‌চিচ দিলো। এনেকৈ খুৱালে আৰু পাবা। সদায় পাবা।"

ৰমেনৰ মুখ বন্ধ হ'ল। জুবেলে তাৰ মুখখন তেনেকৈয়ে চিলালে।

০০০

|| ওঠৰ ||

# জুলিয়ানাৰ জন্ম

বোম্বেৰ পৰা ঘূৰি অহাৰ প্ৰায় ন-দহ মাহ মানৰ পিছতেই পলীয়ে এটি কন্যা সন্তানৰ জন্ম দিলে। নৱজাতিকা অতি মৰম লগা, ধুনীয়া। ক'বই নেলাগে ছোৱালীটি মাকৰ নিচিনাই বগা আৰু ধুনীয়া হ'ব।

সকলোৰে মহা আনন্দ। অৱশ্যে দুই একে ল'ৰা হোৱা হ'লে বেছি ভাল পালেহেঁতেন। পলীৰ মাকে ল'ৰা এটা বৰ আশা কৰিছিল। তেখেতে নিজেও পুত্ৰ সন্তানৰ মুখ নেদেখিলে ; সেই কাৰণে প্ৰথম নাতিটি ল'ৰা হ'ব বুলি বৰ আশা কৰিছিল। তথাপিও এটা কথাত তেখেত আৰু পলীৰ দেউতাকে মনত শান্তি পালে যে কেইবাবছৰৰ মূৰত হ'লেও পলীয়ে সন্তানৰ মুখ দেখিলে।

বহুতে ভাবিলে যে বোম্বেত গৈ তেওঁলোকে কিবা এটা কৰি আহিলেগৈ। টকা খৰচ কৰিব পাৰিলে আজিকালি সকলো সম্ভৱ। বোম্বেততো বৰ ডাঙৰ-ডাঙৰ ডাক্তৰ আছে। বোম্বেলৈ চিকিৎসাৰ কাৰণে আৰবৰ কোটিপতি চেখবোৰো আহে। অসমৰ নতুন ধনীবোৰৰতো কথাই নাই। ডেলিভাৰীৰ কাৰণেও তালৈকেহে যায়।

পলীৰ মাকৰ দৃঢ় বিশ্বাস, তেওঁ কৰা পূজা-পাটল, দান-দক্ষিণা আৰু ডোল-ফঁহটিয়েহে কাম কৰিলে। তেওঁ পূজা-সেৱা চলাই থাকিব – যাতে আগলৈ ল'ৰা পোৱালী এটি হয়।

অভিনৱৰ বায়েক বন্দনাৰ মতে ঢেকীয়াখোৱা বৰনামঘৰত শৰাই আৰু সোণৰ ফুল দিয়াৰ কাৰণেহে হ'ল। বহুতৰ তেনেকৈ সুফল পোৱাৰ কথা তেওঁ জানে।

অভিনৱৰ মতে বোম্বেৰ পৰা অহাৰ পিছত তেওঁলোকৰ মনৰ সংশয় আঁতৰিল। আত্মপ্ৰত্যয় বাঢ়িল। আত্মপ্ৰত্যয়ে শৰীৰ আৰু মনত নতুন উদ্যম, নতুন শক্তিৰ সঞ্চাৰ কৰিলে। তাৰেই ঐন্দ্ৰজালিক ক্ৰিয়াৰ ফল স্বৰূপেই লাভ হ'ল এটি সন্তান।

পলীয়ে কোনো মতামত ব্যক্ত কৰা নাছিল। তেওঁ কাৰো কথাত হয়ভৰো দিয়া নাছিল, নাইবা আপত্তিও কৰা নাছিল। মাত্ৰ কৈছিল, "সকলো অদৃষ্ট! দৈৱ! ললাটৰ লিপি!" কেইটামান মুহূৰ্তৰ কাৰণে তেওঁ philosophical হৈছিল।

পৰিয়ালৰ একান্ত আপোন, অভিনৱৰ বিশিষ্ট বন্ধু জুবেলে খুব আনন্দ কৰিছিল। "বাহ ৰে বাহ! বৰ মৰম লগা বাচ্ছা ৰে! মই চবকে মিঠাই খুৱাম ৰ।" দৌৰ মাৰিছিল গাড়ীখন লৈ মৌচাকৰ পৰা মিঠাই আনিবলৈ। বহুতো টোপোলা মিঠাই আনিছিল।

লগে-ভাগে আটায়ে খাইছিল, আৰু আপোন মানুহ, বন্ধু-বান্ধৱক মিঠাই বিলাইছিল— অভিনৱৰ বাচ্ছা হোৱাৰ কাৰণে।

অভিনৱে জুবেলক কৈছিল,

"বাচ্ছা হ'ল মোৰ। মই বাপেক হ'লো। মিঠাই খুৱালি তই!"

"কি হ'ল পিছে? কথা একেটাই!" জুবেলে হাঁহি হাঁহি কৈছিল।

"তোমালোক দুটাৰনো কি পাৰ্থক্য আছে? এজনে বিলালেই হ'ল।" পলীয়ে মিচিক কৈ হাঁহি এটি মাৰি ক'লে।

ছোৱালীজনী জন্ম হোৱা তিনিমাহ হ'লহি ; কিন্তু মাক-দেউতাক, ককাক-আইতাক, পেহীয়েক-পেহায়েক কোনেও এটা নাম থিৰ কৰিব পৰা নাই। ছোৱালীজনী ইমান মৰম লগা হৈছে যে নামটো ভাল নহ'লে যেন তাইক অন্যায় কৰা হ'ব--তেনে ভাব হয় সকলোৰে। এলা-পেচাকৈ নাম মাক-দেউতাকৰ পছন্দনহয়েই। পলীয়ে এঞ্জেলা নামটো দিব খুজিছিলে। পলীৰ মাকে ভাল নেপালে। কিবা চাহাবী নাম – আৰু মাতিবলৈ অসুবিধা হেনো।

"জেচিকা?"

"ওঁহো!" এঞ্জেলাৰ নিচিনাই। ভাল নেলাগে।" আইতাকৰ মত।

"মনিকা?"

"নাই, নাই! আমাৰ ঘৰৰ ওচৰৰে মণিকা নামৰ ছোৱালী এজনী ৰিক্সাৱালা এটাৰ লগত পলাই গ'ল। দেউতাকৰ গেচ এজেন্সী আছে ; অৱস্থাও ভাল। তাইনো ৰিক্সাৱালাটোক কি পালে ক'ব নোৱাৰোঁ। সেই নামটো দিব নোৱাৰি।" বন্দনাই ক'লে।

"হেৰী নহয়। ইমান ধুনীয়া কেঁচুৱা! তিলোত্তমা দিব নোৱাৰি জানো?" বন্দনাই আগ্ৰহেৰে উত্তৰলৈ বাট চাই ৰ'ল।

"ধেৎ ! একেবাৰে গাঁৱলীয়া নাম।" অভিনৱে ক'লে। বন্দনাই লাজ পাই মুখ ওফোন্দাই বহি থাকিল।

এইবাৰ কেচুৱাৰ আইতাকৰ পাল। তেওঁ গহীনাই ক'লে, "উৰ্মিলা নামটো কেনেকুৱা হ'ব?"

অভিনৱৰ নামটো বেয়া লগা নাছিল। তেওঁ আপত্তি নকৰি মূৰ দুপিয়ালে। বাকী সকলোৱে তাকে দেখি সম্মতি দিলে। পলীয়ে কিন্তু মুখ জোকাৰিলে,

"বৰ পুৰণিকলীয়া নাম। উৰ্মিলা, প্ৰমীলা এইবোৰ ৰামায়ন-মহাভাৰতৰ নাম নহয় জানো? উৰ্মিলা লক্ষ্মণৰ ঘৈণীয়েকৰ আৰু প্ৰমীলা, ৰাৱনৰ পুত্ৰ ইন্দ্ৰজিতৰ ভাৰ্যাৰ নাম নহয় জানো? আজিকালি এইবোৰ নচলে। মোৰ ছোৱালীৰ নাম আধুনিকো হ'ব লাগিব আৰু ফটুৱাও হ'ব নেলাগিব।"

অভিনৱে উপায়হীন হৈ এইবাৰ জুবেলৰ ফালে চাই ক'লে,

"দোস্ত! এইবাৰ তোৰ পাল। ছোৱালীজনীৰ জন্মত তই মিঠাই বিলালি, আমাৰ হৈ। এতিয়া নাম এটা দি আমাক তৰা।"

—"কিয়? তই সাহিত্যিক মানুহ! তই নাম এটা উলিয়াব নোৱাৰিলি?"

—"নহয় অ' জুবেল! ডাক্তৰে যেনেকৈ নিজৰ ল'ৰা-তিৰোতাক বেজী দিব নোৱাৰে, ঠিক তেনেকৈ নিজৰ সন্তানৰ নাম দিয়া বৰ টান অ'!"

—"বাৰু বাৰু হ'ব। অলপমান ভাবিবলৈ দে।" জুবেল খন্তেক তলকা মাৰিলে। চকু কিটা মুদি ভাবিবলৈ ধৰিলে।

কোৱা বাহুল্য, ছোৱালীজনীৰ জন্ম হোৱা তিনিমাহ পাৰ হোৱা স্বত্বেও নাম এটা কোনেও দিব নোৱাৰাৰ কাৰণেই আজি এইখন জৰুৰী বৈঠক বহিছে— অভিনৱহঁতৰ ড্ৰইংৰূমত, দেওবাৰে আবেলি চাৰিটা বজাত। বৈঠকত সৰ্বানন্দ বৰুৱা, আৰু বন্দনাৰ স্বামী প্ৰমোদ বৰাৰ বাহিৰে আটাই কিগৰাকীয়েই আছে।

অলপ সময়ৰ পিছত জুবেলে ক'লে,

"দে দে, জুলিয়ানাকে দে। ঘৰত চমুকৈ জুলি বুলি মাতিবি।"

"বাহ্-বাহ্! বঢ়িয়া! মোৰ একদম পচন্দ! অভিনৱে ক'লে।"

"মোৰো নামটো ভাল লাগিছে" পলীয়ে মন্তব্য দিলে।

বন্দনাৰ মুঠেই ভাল লগা নাছিল। কিন্তু............। পলীৰ মাকৰো নামটো মনে খোৱা নাছিল। পিছে কি হ'ব? জীয়েক, জোৱাঁয়েক আটায়ে ভাল পাইছে যেতিয়া তেখেতেনো আপত্তি কৰে কেনেকৈ?

শেষত সৰ্বসন্মত সিদ্ধান্তত সকলোৱে সমৰ্থন জনাই নামটো গ্ৰহণ কৰিলে। এতিয়াৰ পৰা কেচুৱাটিৰ নাম হ'ল – জুলিয়ানা। জুলিয়ানা বৰুৱা।

সেইদিনাৰ কাৰণে বৈঠক স্থগিত হোৱাৰ পাছতে অভিনৱে মন্তব্য দিলে,

"জুলিয়ানা নামটো মোৰ খুব ভাল লাগিছে ; পিছে তই তোৰ নামটোৰ লগত মিলাই দিলি। কথাটো মন কৰিছ? জুবেল! জুলিয়ানা!"

আটায়ে হাঁহিলে।

জুবেলেও হাঁহিলে।

পলীয়েও হাঁহিলে।

আইতাকৰ কোলাত শুই থকা কেচুৱাটিয়েও যেন মিচিককৈ হাঁহি এটি মাৰিলে।

০০০

## ।। ঊনৈশ ।।

# এইবাৰ অভিষেক

চাওঁতে চাওঁতে দুটা বছৰ পাৰ হ'ল। কণমানি জুলিয়ে এতিয়া টুকটুকাই দৌৰি ফুৰিব পৰা হ'ল। তাই মাকৰ চকুৰ মণি! দেউতাকৰ আলাসৰ লাৰু! আইতাকৰ বুকুৰ আমঠু! ককাকৰ মুকুটামণি!

দেউতাকক তাই বৰ ভাল পায়। অভিনৱে গেটৰ মুখত গাড়ীৰ হৰ্ণটো বজাই দিয়াৰ লগে লগে এফালৰ পৰা বাহিৰৰ কাম কৰা ল'ৰা যতীন দৌৰি যায় (গেট খুলিবলৈ), আৰু ভিতৰৰ পৰা টুকটুকাই পৰি-ধৰি দৌৰ মাৰে আমাৰ জুলি অৰ্থাৎ জুলিয়ানাই। 'দেতা-দেতা' বুলি হাত দুখন মেলি দিয়ে—কোলাত ল'ব লাগে। দেউতাকে কোলাত লৈ অকণমানি গালদুখন চুমাৰে ওপচাই দিয়ে। তাইও দেউতাকৰ গালত চুমা এটি খায়।

ঘৰখনত আনন্দময় পৰিবেশ এটাৰ সৃষ্টি হয়। মাক-দেউতাকৰ কাৰণে, বিশেষকৈ তেউতাকবোৰৰ কাৰণে কণমানি ছোৱালী এজনী মৌতকৈও মিঠা, গোলাপৰ কলিতকৈও বেছি আকৰ্ষণীয়, বেছি মনোমোহা।

জুলিৰ দুবছৰ পাৰ হৈ দুমাহ নৌ যাওঁতেই পলীৰ এটি পুত্ৰ সন্তানৰ জন্ম হয়। কেচুৱাটি স্বাস্থ্যৱান, ছটফটীয়া আৰু বৰ মৰম লগা। পিছে ৰংটোহে অলপ ক'লা-চানেকীয়া। বাপেকৰ ৰঙো নল'লে। মাকৰ ৰঙো নল'লে। নাকটো কিন্তু হুবহু মাকৰেই। জোঙা, তিলফুলীয়া।

যি কি নহওক, ল'ৰা হোৱা কাৰণে সকলোৰে মনত অপাৰ আনন্দ। অভিনৱৰতো মহাফুৰ্তি। মাটিত ভৰিয়েই নেলাগে। গোটেইখন দেও দি ফুৰিছে। ল'ৰা-ছোৱালী এহালৰ বাপেকী! ধেমালি নেকি? ভাৰ্যা, পুত্ৰ, কন্যাৰে ভৰা এটি সুখী পৰিয়াল! পুত্ৰ-কন্যা সমন্বিতে এটা সম্পূৰ্ণ পৰিয়ালৰ অভিনৱ মুৰব্বী, head of the family! ইয়াতকৈ আৰু কি লাগিছে?

আজিকালি অভিনৱে সেইবোৰ কাৰণতেই হ'বলা গধূলি সোনকালে চেম্বাৰৰ পৰা ওভতে। দুপৰীয়া প্ৰায়েই নাহে। একেবাৰে নাহে বুলিহে ক'ব লাগে। কাচিৎ হে আহে। দুপৰীয়া আহিলে ৰাতি পলমকৈ ওভতে। ৰাতি পলমকৈ অহাতকৈ পলীয়েও তেওঁক কয় যে দুপৰীয়াই নাহক লাগিলে, কিন্তু গধূলি সোনকালে অহাটোৱেই ভাল। আজিকালি যিহে দিনকাল! ভয়েই লাগে। তাতে লগত টকা পইচা থাকে বুলি সকলোৱে জানে। দিন বেয়া থাকিলে, ৰাতি দেৰী হ'লে, বাটত দুবৃত্তই টকাটো কাঢ়ি নিব নিবই;

মন গ'লে জানকে মাৰিব আৰু গাড়ীখনো নিব। এনেকুৱা ঘটনা গুৱাহাটীত আজি-কালি প্ৰায়েই ঘটি থাকে। গুৱাহাটীত কিয়? অসমৰ নগৰে-চহৰে গাঁৱে-ভূঁয়ে আজি একেই দশা। ভাল মানুহৰ শান্তি নাই! কষ্ট কৰি দুপইচা আৰ্জন কৰা সকলৰো শান্তি নাই ; অসৎ উপায়ে ধন ঘটা সকলৰো শান্তি নাই। নিজৰ ভিতৰত কটা-কটি, মৰা-মৰি কৰি ধ্বংস হোৱা দ্বাৰকাৰ যদুকুলৰ দৰে অসমীয়া সকলো নিজৰ ভিতৰত গুলীয়া-গুলী কৰি, খিয়লা-খিয়লি কৰি, কটা-কটি, মৰামৰি কৰি ধ্বংস হ'বলৈ বেছি দিন নাই। অৱশ্যে অসমৰ মাটিবোৰ এনেয়ে পৰি নেথাকে! ওচৰ-পাজৰৰ দেশসমূহৰ পৰা কৰ্মঠ, কাজুৱা, মাটি ভালপোৱা মানুহবোৰে আহি নিৰ্বিবাদে দখল কৰি সৎব্যৱহাৰ কৰিব! সুন্দৰ খেতি কৰিব।

এইবোৰ কাৰণতেই পলীয়ে অভিনৱক ৰাতি বেছি পলম কৰিবলৈ মানা কৰে। অভিনৱেও দুপৰীয়া ঘৰলৈ নাহে। সেইখিনি সময় ৰোগী চাই গধূলি সোনকালে ক্লিনিক বন্ধ কৰে। ঘৰ সোনকালে পাইহি।

পলী-অভিনৱৰ সংসাৰ সুন্দৰকৈ চলি থাকে। অভিনৱৰ পৰিয়ালৰ এজন সদস্যৰ নিচিনাকৈ জুৱেলে ঘৰখন আৱৰি থাকে। বিয়া-বাৰু নকৰা মানুহ। নিজৰ জা-জঞ্জাল নাই। অভিনৱৰ ঘৰখনেই তেওঁৰ ঘৰ। অভিনৱৰ সংসাৰেই তেওঁৰ সংসাৰ।

দিনবোৰ আগবঢ়াৰ লগে-লগে, জুৱেলৰ লগত ঘৰখনৰ আত্মীয়তা বাঢ়ি আহে। অভিনৱ নথকা সময়ত জুৱেলে ঘৰখনৰ পূৰা খবৰ ৰাখে। অভিনৱো নিশ্চিন্ত হয়। হওক তেওঁ, তেওঁ ঘৰত নথকা সময়ত ঘৰখনত পলী অকলশৰীয়া, নিঃসহায় হৈ থাকিব নেলাগে। তেওঁৰ বুকুৰ আমঠু যেন ল'ৰা-ছোৱালীহাল অকলশৰীয়া নহয়। জুৱেল আছে। জুৱেলৰ নিজৰ বুলিবলৈ কোনোৱেই নাই। এতেকে সিহঁত কিটাকে বুকুৰ কুটুম জ্ঞান কৰি চৰায়ে পোৱালীক ডেউকা দুখনেৰে আৱৰি থকাদি আৱৰি ৰাখে।

অভিনৱে নিশ্চিন্ত মনেৰে প্ৰেকটিছ্ কৰি থাকে। চহৰখনৰ এজন নামী ডাক্তৰ হিচাপে পৰিগনিত হোৱা অভিনৱে কোৰোণাৰে ধন চপায়। অভিনৱৰ বৰ্তমান এটায়ে চিন্তাঃ যেনে-তেনে টকা ঘটিব লাগে। টকাৰ বৰ প্ৰয়োজন। পলীক সুখী কৰিবৰ কাৰণে টকা লাগে। বহুত টকা লাগে। ল'ৰা-ছোৱালীহালৰ ভৱিষ্যতৰ কাৰণে টকা লাগে। Astra এখন কিনিবৰ কাৰণে টকা লাগে। লাগে, টকা লাগে। তেওঁৰ বৰ্তমান আন ধান্দা নাই। ভাৰ্যা আছে। সুন্দৰী ভাৰ্যা আছে। পুত্ৰ-পুত্ৰী আছে। সকলো আছে। ৰমণী আছে। ৰমণোদ্যোগ আছে। ৰমণ ক্ষমতা আছে। আৰু কি লাগে?

পলী? পলী অতিশয় সুখী। তেওঁৰ সকলো আছে ; সকলো পাইছে। তেওঁৰ জীৱন পূৰ্ণ। অপূৰ্ণতা নাই।

জুৱেল? জুৱেলৰ সমান সুখী আৰু ভাগ্যৱান কোন আছে? তেওঁ জীৱনত সকলো পাইছে। তেওঁ মহা সুখী। ধন-দৌলত আছে। সা-সম্পত্তি আছে। ক্ষমতা আছে। ধনশক্তি আছে। জনশক্তি আছে। পেশীশক্তি আছে।

তেওঁৰ জীৱনত ৰমণী আছে। সুন্দৰী নাৰী আছে। ভোগ আছে, সম্ভোগ আছে। সুযোগ আছে। সুযোগৰ পূৰ্ণ প্ৰয়োগ আছে। সুযোগ সন্ধানী জুবেলৰ সুযোগৰ পূৰ্ণ ব্যৱহাৰ কৰাৰ চাতুৰ্য আছে। কিন্তু এটা বস্তু জুবেলৰ নাই। তেওঁৰ কোনো দায়িত্ব নাই। সেইকাৰণে তেওঁৰ কোনো মূৰ কামোৰণিও নাই।

এইবিধ মানুহকে আমাৰ চহা ভাষাত কয় ঃ 'সিয়নিত শোৱা'। কথিত আছে যে পিতৃ-সম্পত্তি হিচাপে তিনিজন ভাই-ককাইৰ মাজত কঁথা এখন ভাগ কৰিব লগা হ'ল। ডাঙৰ দুজনে কঁথাখন ফালি দুডোখৰ কৰি ভগাই ল'লে, সৰুজনক মাত্ৰ সূতা এডাল দিলে। কিন্তু পাছত দেখা গ'ল যে একোডোখৰ কঁথা বেলেগে ল'লে জাৰ নুগুছে। তৃতীয়টোৱে তাৰ সূতাডালেৰে দুয়ো ডোখৰ জোৰা লগাই চিলাই দিলে, আৰু সি তাৰ সূতাডালৰ তলত, অৰ্থাৎ সিয়নিত শুলে। তেতিয়া এটাইকিটাৰে জাৰ গুছিল।

আৰু দুটা বছৰ পাৰ হ'ল। আমাৰ কণমানি জুলিৰ বয়স হ'ল চাৰিবছৰ আৰু অভিনৱৰ মৰমৰ পুত্ৰ অভিষেকৰ বয়স হ'ল দুবছৰ। কোৱা বাহুল্য যে লৰাটিৰ নাম দিওঁতে সিমান সমস্যা হোৱা নাছিল। অভিনৱে ঘপহকৈ কৈ দিলে নিজৰ নামৰ লগত মিলাই অভিষেক বুলি, আৰু সকলোৱে তাত হয়ভৰ দিলে। ল'ৰাটিৰ নাম থিৰ হ'ল অভিষেক। অভিষেক বৰুৱা।

এটা কথা এইখিনিতে উল্লেখ নকৰিলে অন্যায় হ'ব। ঘোৰ অন্যায় হ'ব।

অভিনৱৰ পুত্ৰসন্তান হওঁতে অভিনৱ যিমান আনন্দিত হৈছিল তাতকৈ বেছি আহ্লাদিত হৈছিল জুবেল। অৱশ্যে সেইটো কোৱাটো ভুলো হ'ব পাৰে। কাৰণ, জুবেলে আনন্দ খোলাকৈ প্ৰকাশ কৰে। অভিনৱে তেনেকৈ নকৰে।

অভিনৱে ল'ৰা হোৱাৰ কাৰণে মাছ বিলোৱাৰ কথা উল্লেখ কৰিবলৈ পালেহে, জুবেলে আলি মহম্মদক হুকুম কৰিলেই, এক বাকচ বাংলাদেশৰ পদ্মাৰ ইলিচ আনিবলৈ। ল'ৰা জন্ম হ'লে ৰৌমাছ, বাহুমাছ বিলায় সাধাৰণতে ; তাকো দুশ পঞ্চাছ গ্ৰাম- তিনিশ গ্ৰাম - তেনেকৈ। হাতবলী মানুহে খুব বেছি আধা কিলোমান বিলায়। কিন্তু অভিষেক ওপজোঁতে জুবেলে প্ৰত্যেক ঘৰ মানুহকে বিলালে এক কেজি ওজনৰ পদ্মাৰ সুস্বাদু ইলিচ মাছ।

অভিনৱে প্ৰথমতে আপত্তি কৰিছিল। সি ইমান খৰচ কিয় কৰিব লাগে বুলি। জুবেলে ওজৰ-আপত্তি নুশুনিলে। "হেৰৌ! কৰিলোঁৱেই জানিবা সেইকণ খৰচ। কি-নো হ'ল? মোক নো টকাবোৰ কেলেই?"

"নহয় অ'! ইমান বেছি খৰচ কৰাত মোৰ ভাল লগা নাই। এশ ঘৰ মানুহক এক কেজিকৈ এশ কেজি ইলিচ। কেজিত এশ টকাকৈ হ'ললে — দহ হেজাৰ টকা!" অভিনৱে কৈছিল।

"তোৰ অঙ্কটো ভুল। তইঁতে এশ টকাকৈ কিন হয়! কিন্তু মোৰ প্ৰকৃত খৰচ হৈছে তাৰ ঠিক আধা, অৰ্থাৎ পাঁচ হেজাৰ টকা। মানে কেজিত পঞ্চাছ টকা মান। তইঁতে নেজান। পঞ্চাছ টকাটো এশ টকা কেনেকৈ হয়। কেজিয়ে প্ৰতি দহ টকাকৈ দিব লাগে গুণ্ডা কৰ, অনা-নিয়া খৰচৰ বাবদ দুইৰ পৰা তিনি টকা। বাটত চৰকাৰী, বেচৰকাৰী গুণ্ডাক দিব লাগে পাঁচ টকা, হাট খোৱাক দিব লাগে তিনি টকাৰ পৰা পাঁচ টকা। নেদেখা খৰচ যেনে বেয়া হোৱা বা চুৰি হোৱা বাবদ কেজিত প্ৰায় পাঁচ টকা মান পৰে। কেজিয়ে প্ৰতি বিছৰ পৰা পছিশ টকা মান লাভ লয় খুচুৰা বেপাৰীয়ে। এই গোটেইবোৰ ওলায় তইঁতৰ পৰা। মানে, আমাৰ মূৰত মৰা প্ৰত্যেকটো মাৰ পৰে গ্ৰাহকৰ মূৰত। পইচা দি কিনিখোৱা নিৰীহ গ্ৰাহকৰ মূৰতে আমি সকলোৱে কঠালটো ভাঙো।"

ইমানবোৰ কথা শুনাৰ পিছত অভিনৱেনো কি ক'ব? বোম্বেৰ ডাঃ সুব্ৰামানিয়াম কৃষ্ণস্বামীৰ কথা তেওঁৰ মনত পৰে। "আপুনি বৰ ভাগ্যবান! এনেকুৱা বন্ধু পাবলৈ কপাল লাগে! আমাৰবোৰৰ বন্ধু কেনেকুৱা জানেনে? আগদিনা যদি মোক একাপ কফি খুৱালে, পাছদিনা তেওঁ মোৰ অফিচলৈ আহিব, আৰু কথাৰ মহলা মাৰি ফেট্‌ফেটাই থাকিব। মই কফি একাপ নুখুৱালৈকে নুঠে। মই যদিহে সেইদিনা কফি নুখুৱাওঁ, তেওঁ পাছদিনা আহিব। পাছদিনাও যদি নুখুৱাওঁ, তাৰ পাছদিনা আহিব। মুঠতে মোৰ পৰা কফিকাপ আৰু পাৰিলে বিস্কুট দুই-এটা (সুত হিচাপে!) আদায় নকৰালৈকে নেৰে। আকৌ যি হে লম্বা-লম্বা কথা! A friend in need is a friend indeed! ইত্যাদি-ইত্যাদি।" কথাবোৰ মনত পৰি অভিনৱৰ হাঁহি উঠিছিল।

০০০০

## ।। বিশ ।।

# অম্বিকা, অম্বালিকা

জুলিৰ বয়স যেতিয়া পাঁচ বছৰ, তেতিয়া অভিষেক তিনি বছৰীয়া। বয়সৰ পাৰ্থক্য দুবছৰৰ। কিন্তু সি ল'ৰাটো ইমান বাঢ়িছে যে জুলি তাতকৈ অকণমানহে ওখ। আৰু দুই-চাৰিবছৰৰ পিছত বায়েকক ল'ৰাই চেৰ পেলাব। ল'ৰা-ছোৱালীহালৰ চেহেৰাৰতো সাদৃশ্য নায়েই ; স্বভাৱ-চৰিত্ৰও সম্পূৰ্ণ বেলেগ। জুলি গহীন-গম্ভীৰ। অভিষেক তজবজীয়া। চঞ্চল। জুলিৰ ডাঙৰ চকুদুটাই হাঁহি থাকে। সাইলাখ মাকৰ নিচিনা। অভিষেকৰ চকুদুটা সৰু, কিন্তু চাৱনি তীব্ৰ।

আটাইতকৈ ডাঙৰ পাৰ্থক্য হ'ল—গাৰ ৰং। জুলি বগা। মাকৰ নিচিনাই বগা আৰু কোমল। অভিষেকৰ গাৰ ৰং ক'লা। এওঁৰ নিচিনা কিচকিচিয়া ক'লা নহয় অৱশ্যে। অসমীয়াত যিটো মিঠাবৰণীয়া নে মাগুৰ বৰণীয়া বুলি কয়। অভিষেকৰ গাৰ ছালখন মিহি, পিছল, স্বাস্থ্যৱান আৰু চিকচিকিয়া উজ্বল। সি ল'ৰাটো অলপো শান্তিৰে এঠাইত বহি থাকিব নোৱাৰে। অনবৰতে নাচি বাগি ছটফটাই তাকে।

আইতাকৰ (মানে পলীৰ মাকৰ) মনত দুখ। ল'ৰাটো ক'লা হ'ল। মাকো বগা, বাপেকো বগা। সিনো ক'লা হ'ল কিয়? ককাক সৰ্বানন্দ বৰুৱাই কয়, "বগা-ক'লা নো কি হে? স্বাস্থ্য ভাল হ'লেই হয়। বিশেষকৈ ল'ৰাৰ ক্ষেত্ৰত সেইবোৰ নো কি কথা? ছোৱালীৰ ক্ষেত্ৰত অৱশ্যে অলপ বেলেগ। আমাৰ জুলিজনী দেখোন সম্পূৰ্ণ পলীয়েই — বগা-চগা। তুমি সেইবোৰ কথাত মূৰ ঘঁমাই নেথাকিবা।"

পলী নিৰ্বিকাৰ। তেওঁৰ যেন হাঁহেৰেও ৰাজী, মাহেৰেও ৰাজী! বগা-ক'লা লৈ একো মতামত নিদিয়ে।

অভিনৱে বাহিৰত প্ৰকাশ নকৰিলেও, ভিতৰি-ভিতৰি পুতেকৰ গাৰ ৰংটোৰ কথা নভবা নহয়। কোন বাপেকে নো পুতেকৰ চেহেৰা নিজৰ লগত মিল হোৱাটো নিবিচাৰে? পেটে পেটে আটায়ে বিচাৰে নিজ পুতেক তেওঁৰ দ্বিতীয় সংস্কৰণ হওক বুলি। অৱশ্যে দ্বিতীয় সংস্কৰণটো enlarged and improved, অৰ্থাৎ বৰ্দ্ধিত আৰু উন্নত হোৱাটোও কামনা কৰে। এইটো এটা মনস্তাত্বিক কথা।

এদিন কথা প্ৰসঙ্গত পলীক অভিনৱে কৈছিল, "হেৰা, পলী! জুলি জনী তোমাৰ নিচিনাই হ'ল। পিছে, অভিষেক হে মোৰ নিচিনা নহ'ল। অৱশ্যে এনেকুৱা কাণ্ড হয়। বংশত আমাৰ উপৰি-পুৰুষৰ কোনোবা এজন হয়তো তেনেকুৱা আছিল। জেনেটিক সূত্ৰত হয়তো অভিষেকে তেওঁৰেই চেহেৰা পাতি পালে।"

পলীয়ে ক'লে, মই বংশানুক্ৰমৰ কথা নেজানোঁও, নুবুজোঁও। মাইঁতে, আমি সৰু থাকোঁতে, কাৰোবাৰ লগত কথা-পাতোতে শুনিছিলোঁ যে 'সেইসময়ত মাকে যেনেকুৱা মানুহ বেছিকৈ দেখে সন্তান উপজিলে তেনেকুৱা হয়। কেলেই? আমি দেখোন জুবেলক প্ৰায়েই দেখোঁ, মানে, 'সেই সময়ত', অভিষেক ওপজাৰ আগতে। সেইকাৰণেই তাৰ ৰংটো.....।

অভিনৱ চক খাই উঠিল। হয়তো! এই কথাটোকেই তেওঁৰ কিয় খেলোৱা নাছিল ইমান দিন? এৰা হয়। অদ্ভুত সাদৃশ্য! অভিষেকৰ চেহেৰা জুবেলৰ লগত ইমান মিলে! চেহেৰাই নহয়। ধৰণ-কৰণ! কথা কোৱাৰ ভঙ্গী! ছটফটীয়া স্বভাৱ! সকলো! জুবেলৰ ক্ষুদ্ৰ সংস্কৰণ! দ্বিতীয় সংস্কৰণ?

দ্বিতীয় সংস্কৰণ কথাটো মনলৈ অহাৰ লগে লগে অভিনৱৰ গাটো চিৰিংকৈ গ'ল। কিয়, তেওঁ নিজেই ক'ব নোৱাৰিলে।

পিছ মুহূৰ্ততে এটা বেলেগ ভাব খেলালে। যিটো ভাব বহুতো পুৰুষৰ হয়তো খেলায়—কিছুমান দুৰ্বল মুহূৰ্তত।

পলীয়ে অভিষেকৰ গাৰ ৰংটোৰ কাৰণে আৰু তাৰ ধৰণ-কৰণ, ভাও-ভঙ্গীৰ কাৰণে ভীষণ ভয় খাই আছিল। কিজানিবা কাৰোবাৰ, বিশেষকৈ অভিনৱৰ সন্দেহ হয়। জুবেলৰ লগত ল'ৰাটোৰ বৰণৰ সাদৃশ্য, অৱয়ৱৰ সাদৃশ্য সি ডাঙৰ হৈ অহা লগে লগে প্ৰকট হৈ অহা দেখি পলীৰ বৰ চিন্তা লাগিছিল। সেইকাৰণেই সেইদিনা, যেতিয়া অভিনৱে অভিষেকৰ গাৰ ৰংটোৰ কথা, চেহেৰা-পাতিৰ কথা উলিয়ালে তেতিয়া পলীয়ে বহু ভাবি-চিন্তি 'পুৰণি বিশ্বাস'টোৰ কথা উলিয়ালে যে 'গৰ্ভৱতী অৱস্থাত যাক বেছিকৈ দেখে, তাৰ নিচিনা চেহেৰা, ধৰণ-কৰণ সন্তানটোৱে লয়।' এইদৰে ক'ব বুলি পলীয়ে বহুদিনৰ আগৰে পৰাই প্ৰস্তুত হৈ আছিল। পলীৰ কথা তেওঁ নিশ্চয়কৈ বিশ্বাসত লৈছিলে। কিন্তু তেৱোঁতো এজন ডাক্তৰ। জেনেটিক্চৰ বিষয়ে তেওঁ নিশ্চয় জানে। তেওঁ নিশ্চয় জানে যে পিতৃ-মাতৃৰ চাৰিত্ৰিক বৈশিষ্ট— characteristics বা traits বোৰ পুত্ৰ-পুত্ৰীলৈ সংক্ৰমণ হয়। যি কি নহওক পলীৰ অন্য উপায়ো নাছিল। পাৰিবাৰিক শান্তিৰ কাৰণেই পলীয়ে মিথ্যাবাদিতাৰ আশ্ৰয় লৈছিল। তেওঁ নিজে কিন্তু কোনো অন্যায় বা ভুল বা অনৈতিক কাম কৰিছে বুলি কোনোদিন ভবা নাছিল। তেওঁ নিজকে প্ৰবোধ দিছিল যে মহাভাৰতত উল্লেখ কৰা মতে কৌৰৱ, পাণ্ডৱৰ অস্তিত্ব নিৰ্ভৰ কৰিছিল তথাকথিত অবৈধ প্ৰেমৰ সংঘটনত। কৌৰৱ আৰু পাণ্ডৱ বংশ প্ৰতিষ্ঠিত হৈছিল অবৈধ প্ৰেমৰ পৰিণতিত। কাশীৰাজৰ দ্বিতীয়া কন্যা অম্বিকাৰ গৰ্ভত জনম হৈছিল ধৃতৰাষ্ট্ৰৰ। ধৃতৰাষ্ট্ৰ তেওঁৰ বৈধ পিতৃৰ ঔৰসত জন্ম গ্ৰহণ কৰা নাছিল। তেওঁ মহাভাৰতৰ স্ৰষ্টা, মহামুনি ব্যাসদেৱৰ ঔৰসত জন্ম লৈছিল। একেদৰে পঞ্চপাণ্ডৱৰ পিতৃ

পাণ্ডুৰ জন্ম হৈছিল, কাশীৰাজৰ কণিষ্ঠা কন্যা অম্বালিকাৰ গৰ্ভত আৰু ব্যাসদেৱৰ ঔৰসত। পাণ্ডুও তেওঁৰ বৈধ পিতৃৰ পুত্ৰ নহয়।

এতেকে তেৱোঁ একো অনৈতিক কাম কৰা নাই। মহাভাৰতত উল্লেখিত ঘটনাৰেই তেওঁ পুনৰাবৃত্তি কৰিছে। আৰ্য্যাৱৰ্তৰ পৰম্পৰা ৰক্ষা কৰিছে।

আধুনিক যুগৰ অম্বিকা, অম্বালিকাৰ দৰে পলীয়েও অভিনৱৰ নাম আগলৈকে ৰাখিবৰ কাৰণে অবৈধতাৰ আশ্ৰয় লৈছে। তদুপৰি তেওঁ আধুনিক যুগৰ ৰেখা, সোণালী বেন্দ্ৰে আৰু মেড'নাইঁতৰ পদানুসৰণ কৰি জীৱনৰ সাৰ্থকতা উপলব্ধি কৰিবলৈ বিচাৰিছে।

অম্বিকা, অম্বালিকাইঁতে গুৰুজনৰ আদেশ শিৰোধাৰ্য কৰি সত্য ৰক্ষাৰ্থে অবৈধ ক্ৰিয়াত লিপ্ত হৈছিল। আৰু পলী লিপ্ত হৈছিল নিজৰ বিবেকৰ নিৰ্দেশত সত্য ৰক্ষাৰ কাৰণে। গুণগত পাৰ্থক্য ইমানেই।

০০০০

## ।। একৈশ ।।

## সন্দেহ

পলীক বিয়া কৰাই অনা আঁঠ বছৰ হ'ল। এই দীৰ্ঘ আঁঠবছৰীয়া সময়খিনি অভিনৱৰ কাৰণে আছিল জীৱনৰ মধুৰতম সময়। জীৱনৰ আগছোৱা কষ্টতেই গ'ল, অভাৱতেই গ'ল। চিন্তা কৰোঁতেই গ'ল। পঢ়ি থকা সময়ছোৱা, বিশেষকৈ মেডিকেল কলেজত পঢ়াৰ সময়ত লোকৰ ওচৰত হাত পাতোঁতেই গ'ল। জুৱেলৰ বাবাক মইনুল বিষয়াই আৰ্থিক সাহায্য আগ নবঢ়োৱা হ'লে তেওঁ হয়তো ডাক্তৰ হৈ ওলাই আহিব নোৱাৰিলেহেঁতেন। সেইটো কাৰণতেই অভিনৱে কিছু কমপ্লেক্সত ভোগে। জুৱেলৰ ওচৰত নিজকে কেতিয়াবা 'সৰু যেন' লাগে। জুৱেলে হয়তো সেই ক্ষেত্ৰত নিজকে অলপ ওপৰত ৰাখে। জুৱেলে হয়তো পেটে-পেটে ভাবে, 'অভিনৱ ডাক্তৰ হ'ল কাৰ জহুত?' জুৱেলে তেনেকৈ নেভাবিলেও, অভিনৱৰ ধাৰণা যে জুৱেলে তেনেকৈ ভাবে। সেইবোৰ কাৰণতেই অভিনৱৰ কেতিয়াবা বৰ দুখ লাগে। বৰ খং উঠে। কিহৰ কাৰণে অদৃষ্টই তেনেকৈ তেওঁৰ লগত খেলা-খেলে?

সকলো দুখৰ অন্ত পৰোঁ-পৰোঁ হওঁতেই হঠাৎ এটা নতুন অমঙ্গলৰ চিন তেওঁৰ দৃষ্টিগোচৰ হৈছে। নীলা, নিৰ্মল আকাশখনত ক'ৰবাৰ পৰা এচপৰা ক'লা ডাৱৰে আহি ভুমুকি মাৰিছে।

কেনোদিন মনলৈ নহা এটা নতুন চিন্তাই তেওঁক আজি কেইদিনমানৰ পৰা খুলি-খুলি খাইছে। সেই অমঙ্গলীয়া, আপদীয়া, অভাৱনীয় চিন্তাৰ মূল কাৰণ হৈছে — সন্দেহ! সন্দেহ! যি সন্দেহে মানুহক দুৰ্বল কৰে, আস্থাহীন কৰে, দিগ্বিদিগ্ জ্ঞানশূন্য কৰে। মনৰ নিভৃত কোণত সন্দেহৰ পোকটো সোমালে সি সহজে ওলাই নাহে। ভিতৰি ভিতৰি, খুলি-খুলি খাই বিষধৰ সাপটো হৈ ওলাই আহে।

*হয়! তেওঁৰ সন্দেহ হৈছে। পলীৰ ওপৰত!! জুৱেলৰ ওপৰত আৰু তেওঁৰ নিজৰে ওপৰত!!! তেওঁৰ সন্দেহ হৈছে সৃষ্টিকৰ্তা আৰু পালনকৰ্তা ভগৱানৰ ওপৰত, তেওঁৰ সন্দেহ হৈছে মানুহৰ ওপৰত। সন্দেহ হৈছে প্ৰেম, ভালপোৱা, আস্থা, ন্যায় আৰু সততাৰ ওপৰত।*

তেওঁৰ আনকি সন্দেহ হৈছে প্ৰাণাধিক সন্তান দুটিৰ ওপৰত। জুলিয়ানা আৰু অভিষেকৰ ওপৰত। সিহঁত দুটা বাৰু কাৰ সন্তান? বিশেষকৈ অভিষেক? তাৰ চেহেৰা-পাতি যে তেওঁৰ লগত সমূলি নিমিলে! নিমিলে নিমিলক। কোনো হানি নাই। কিন্তু আন কাৰোবাৰ লগত কিয় মিলিব লাগে? জুৱেলৰ লগত কিয় মিলিব লাগে? কিয়? কিয়? কিয়?

কোনে উত্তৰ দিব? কোনে?

অভিষেকৰ গাৰ ৰংটো লৈ মানুহবোৰে তেওঁক পাগল কৰি তুলিছিল। সকলোৰে একেটা প্ৰশ্নই। মাক-বাপেক হ'লেই মেম-চাহাবৰ দৰে বগা, ল'ৰা পোৱালীটো কেলেই ক'লা হ'ল?

সেইকাৰণেই এটা দুৰ্বল মুহূৰ্তত অভিনৱে পলীৰ আগত কথাটো উলিয়াইছিল। খুব কেজুৱেলি। পলীয়েও উত্তৰ দিছিল, খুব কেজুৱেলি।

পলীৰ নিৰ্লিপ্ত উত্তৰে তেওঁক সন্তুষ্ট কৰাৰ সলনি ভবাই হে তুলিছিল। ভাটৌয়ে কথা কোৱা দি পলীয়ে কথা কৈছিল, — যেন মুখস্থ হে মাতিছিল! পলী বাৰু এই প্ৰশ্নৰ কাৰণে প্ৰস্তুত আছিল নেকি? তেওঁ জানিছিল নেকি যে কেতিয়াবা এনেকুৱা প্ৰশ্নৰ অৱতাৰণা হ'ব পাৰে?

*সন্দেহে মানুহক প্ৰতি পদে পদে অশান্তি দিয়ে। সন্দেহ ভঞ্জন নোহোৱালৈকে মানুহে শান্তি নেপায়।* স্বয়ং পুৰুষোত্তম শ্ৰীৰামচন্দ্ৰও সন্দেহ মুক্ত হ'ব পৰা নাছিল। নিষ্পাপ সীতাৰ সতীত্বৰ প্ৰতি তেওঁৰ সন্দেহ হৈছিল। বিচক্ষণ, ৰাজনীতিজ্ঞ, মহাজ্ঞানী, লঙ্কাৰাজ ৰাৱনকো ৰামচন্দ্ৰই সন্দেহ কৰিছিল। (ৰাৱনে সীতাক হৰণ কৰিছিলে হয় ; কিন্তু হাতৰ মুঠিত থকা সত্ত্বেও তেওঁৰ সতীত্ব হৰণ কৰা নাছিল।) শেষত সন্দেহ ভঞ্জন কৰিবৰ কাৰণে, ৰাৱনক বধ কৰাৰ পিছত, সীতাৰ অগ্নিপৰীক্ষাৰ কাৰণে ৰামচন্দ্ৰই আদেশ কৰিছিল। কোৱা বাহুল্য, সেই পৰীক্ষাত সীতা দেৱী উত্তীৰ্ণ হৈছিল। তেওঁ সতী প্ৰমাণিত হৈছিল।

কিন্তু সিমানতো ৰামৰ মনৰ পৰা সন্দেহ ভাব আঁতৰা নাছিল। এজন সাধাৰণ প্ৰজা, — এটি ধোবাৰ সমালোচনা সহ্য কৰিব নোৱাৰি তেওঁ সীতাক মাজ বয়সত হাবিত মেলিছিল, অৰ্থাৎ বনবাস দিছিল। বনবাসৰ সময়ত সীতা গৰ্ভৱতী আছিল।

ভগৱানৰ অৱতাৰ স্বয়ং শ্ৰীৰামচন্দ্ৰই যদি মনক সন্দেহ মুক্ত কৰিব পৰা নাছিল, তেতিয়া ডাক্টৰ অভনৱ বৰুৱা কোন কৃটা?

অভিনৱ বৰুৱাই প্ৰকৃততেই ভুগিছিল। যিমানেই দিন যায়—সিমানেই তেওঁৰ সন্দেহ বাঢ়ি যায়। অশান্তি বাঢ়ি যায়। অস্থিৰতা বাঢ়ি যায়। পৰিত্ৰাণ নেপায়। কথাবোৰ পাহৰিবলৈ চেষ্টা কৰে। নোৱাৰে।

এদিন তেওঁ দেওবাৰ এটাত জুৱেলক মাতিলে, অলপ একেলগে বহি ড্ৰিঙ্ক কৰি মনটো ভাল লগাবৰ কাৰণে। সেইদিনা পলী ঘৰত নাছিল। ল'ৰা-ছোৱালীহালক লগত লৈ মাকৰ ঘৰলৈ গৈছিল। দুদিন থাকিব হেনো। কিমান নো আৰু একেটা পৰিবেশতে কটাব? "আমনি লাগে কেতিয়াবা।" পলীয়ে কৈছিল। জুলি আৰু অভিষেকেও ভাল পায়, শনিবাৰ-দেওবাৰে বা অন্যান্য বন্ধত বাগানত কটাবলৈ।

আইতাক-ককাকৰ লগত নাতিহঁতৰ বেলেগ সম্পৰ্ক। ল'ৰা-ছোৱালীহালে বৰ ভাল পায় ককাক-আইতাকৰ লগত ধেমালি-ধুমুলা কৰিবলৈ, চাহগছবোৰৰ মাজে মাজে দৌৰি ফুৰিবলৈ, আৰু কলঘৰত চাহপাত বনোৱা মেছিনবোৰ ঘৰ্ঘৰাই চলি থকা চাবলৈ। চাহৰ গছবোৰৰ পৰা মাইকী মজদুৰবোৰে খৰ-খৰকৈ পাত তোলা চায়ো সিহঁত দুটাই বৰ আনন্দ পাইছিল। ইমান খৰকৈ চলে সিহঁতৰ হাতবোৰ! হাতৰ আঙুলিবোৰ! কেনেকৈ পাত চিঙি পিছফালৰ পিঠিত ওলোমাই লোৱা পাচিবোৰলৈ পাতবোৰ দলিয়াই থাকে!

পত্নী আৰু ল'ৰা-ছোৱালীহাল ঘৰৰ পৰা আঁতৰি থকাৰ সময়ত ইচ্ছামতে ড্ৰিঙ্ক কৰিবলৈ ইয়াতকৈ ভাল আৰু কি সুযোগ লাগে? অভিনৱে ফোন কৰি প্ৰস্তাৱটো দিবলৈহে পালে, জুবেলে তৎক্ষণাৎ মান্তি হ'ল। ক'লে, "ঐ! তই ড্ৰিঙ্কচ্ যোগাৰ কৰিব নেলাগে। মোৰ old smuggler এটা আনি থোৱা আছে। Indian Foreign whisky নহয়। Real Foreign Foreign whisky! বুইছ? খাম দে! বহুদিনৰ মূৰত একেলগে। তোৰ মাইকীটোও নাই যেতিয়া! ভালেই হৈছে। নহয় জানো?"

"এই গৰু! খোৱাৰ আগতেই তোৰ নিচা ধৰিলে যেন পাইছো। আহিবি-আহিবি। আনিবি বাৰু তোৰ old smuggler। ঠিক ব্ৰেণ্ডেই আনিছ তই! smuggler, তাকো old! মানে veteran! নহয় জানো?" অভিনৱে ক'লে।

অভিনৱে আকৌ ক'লে,

"অ' এটা কথা! মোৰো Foreign, Foreign মানে imported এটা আছে। Black Dog। খতম হ'লে Dogত ধৰিম দে! সোনকালে আহিবি।"

জুবেল সময়তেই আহিল। ৰমেনে জানে ফুৰ্তি পানীটো খালে তেওঁলোকে লগত কি খাই ভাল পায়। সি সেইটোও জানে যে তেওঁলোকে সেইবিধ খালে ভাত বেলেগে নাখায় আৰু। এতেকে ৰমেনে ভাল জোগাৰেই কৰিলে। চাৰৰ প্ৰিয় মিছামাছ ভজাৰ নাম প্ৰথমেই ল'ব লাগিব। তাৰ পিছত জুবেলদাদাই ভালপোৱা হাড় গুছাই মাখনত ভজা কুকুৰাৰ মাংস। চীজটো আছেই। আমুলৰ প্লেইন চীজ নহয়। ব্ৰিটানিয়াৰ জালুক দিয়া চীজ। সেইবোৰৰ উপৰুৱাকৈ কাজু আৰু মগু ভজা আছেই।

সেইদিনা দুয়োটা বন্ধুয়ে খুব খালে। বস্তুবিধো বৰ ভাল আছিল। স্নেক্চবোৰো আছিল উত্তম। ঘৰত মাইকী মানুহ নাই, ল'ৰা-ছোৱালী নাই। এতেকে কি চিন্তা? গানা-বাজানা আৰু খানা পিনা! দুয়ো বন্ধুয়ে বেছ enjoy কৰিলে— বহুদিনৰ মূৰত।

অলপ বেছি খালে অভিনৱৰ বেজাৰ লাগে। (অন্ততঃ দেখাত তেনেকুৱা যেন লাগে।) দুখৰ কথাবোৰ কয়। অলপ বেছিকৈয়েই কয়। জুবেলৰ একেবাৰে ওলোটা। তেওঁৰ ফুৰ্তি বাঢ়ি যায়। তেৱোঁ খুব কথা কয় ; কিন্তু ফুৰ্তিৰ কথা। চিৰিয়াচ কথা পাতিবলৈ মন নকৰে।

সুযোগ চাই চাই এবাৰ অভিনৱে কথাটো উলিয়ালে। ল'ৰা-ছোৱালী হালৰ কথা

ওলাওঁতেই তেওঁ সুযোগ ল'লে। জুবেলক খুব চিৰিয়াচ্লি সুধিলে।

"জুবেল। তই ডাক্তৰ নহৱ। বিজ্ঞানী নহৱ। প্ৰফেচাৰ টফেচাৰো নহয়। তথাপিও এটা কথা স্বীকাৰ কৰিব লাগিব যে তই বহুত কথা জান। যথেষ্ট পঢ়া-শুনা কৰ। সেইকাৰণে তোক কথা এটা সোধো অ'? মই কেইদিনমানৰ পৰা এটা কথা ভাবি আছো। জানই নহয়? কিবা এটা কথা, সৰুয়েই হওক বা ডাঙৰেই হওক, সাধাৰণেই হওক বা অসাধাৰণেই হওক, মোৰ মনলৈ আহিলে তাৰ এটা উত্তৰ নোপোৱালৈকে মোৰ মনলৈ শান্তি নাহে। মই ছটফটাই থাকো। ভুলেই হওক, শুদ্ধই হওক, উত্তৰ এটা পালেহে মই ক্ষান্ত হওঁ।"

"ঐ আই! ইমান দীঘলীয়া পাতনি মেলিছ কিয়? খপকৈ সুধিব নোৱাৰ নেকি তোৰ লাখটকীয়া প্ৰশ্নটো?" জুবেলে মাজতে ক'লে।

"ৰ-ৰ। ধৈৰ্য নেহেৰুৱাবি। পাতনিৰ প্ৰয়োজন কাৰণেই পাতনি মেলিছোঁ। এটা কথা অ'! মোৰ ছোৱালীজনী মাকৰ নিচিনা হ'ল। ল'ৰাটো মাকৰ নিচিনাও নহ'ল, মোৰ নিচিনাও নহ'ল। কিয় এনে হ'ল বাৰু? এনেকুৱা হয় জানো?" অভিনৱে অলপ থেৰো গোঁৰো কৰি সুধিলে।

"হাঃ, হাঃ, হাঃ! হাঃ, হাঃ, হাঃ...." জুবেলে হাঁহি ৰখাব নোৱাৰা হ'ল। অভিনৱ লাজত ৰঙা-চঙা পৰিল।

"অভিনৱ! তই এটা আধা পাগল! এই এটা সাধাৰণ কথাৰ কাৰণে তই মূৰ ঘঁমাব লাগে নে? ল'ৰাটোৰ ৰংটো ক'লা হ'ল নে বগা হ'ল, তাৰ চেহেৰা তোৰ লগত মিলেনে কোনোবা দেৱতাৰ লগত মিলে, নাইবা কোনোবা অসুৰৰ লগত মিলে— সেইবোৰনো প্ৰশ্ন হ'ল নে? এইবোৰ প্ৰশ্ন মোক নুসুধিবি। মই উত্তৰ দিব নোৱাৰোঁ। মোৰ উত্তৰ দিয়াৰ ক্ষমতা নাই।"

সেইদিনাৰ কথা সিমানতেই শেষ। পাৰ্টিও সেইদিনালৈ শেষ।

০০০০

## ।। বাইশ ।।

## বিস্ফোৰণ

জুবেলৰ সেইদিনা সচাকৈয়ে হাঁহি উঠিছিল। অভিনৱে সোধা প্ৰশ্নৰ বাবে তেওঁৰ হাঁহি নুঠিব কিয়? "মহামুৰ্খ! এইটো প্ৰশ্নৰ অৱতাৰণা কৰিবলৈ তোৰ আঁঠবছৰ লাগিল? যোৱা আঁঠবছৰ, অৰ্থাৎ দুহেজাৰ নশ বিছদিন তোৰ মনত এইটো প্ৰশ্ন নেখেলালে?" — জুবেলে অভিনৱৰ ঘৰৰ পৰা ঘূৰি আহি, চকী এখনত আঁউজি বহি চিগাৰেট এটাত দীঘলীয়া হোঁপা দি দি ভাবিলে। "মহামুৰ্খ। তোক মই কি বুদ্ধু বনাইছো— তই বুজি নেপাবি। তই নো কোন? তই এটা চকিদাৰহে? তই পলীৰ নাইট চকিদাৰ! তই নেজান, তই কি হেৰুৱাইছ! তই এইটোও নেজান—মই কি পাইছো। এটাৰ লাভ, এটাৰ লোকচান। তই পাইছ মৌবিছনি, মই খাইছোঁ মৌজোল।"

জুবেলৰ মদৰ নিচা তেতিয়াও যোৱা নাছিল। নিচাৰ আমেজত তেওঁৰ গাটো টলং-ভটং লাগিলেও মনটো তেতিয়াও ৰঞ্জিত-ৰঞ্জিত লাগি আছিল। চকু কিটা আবেশত মুদি দিয়াৰ লগে লগে ৰঙীন ছবিবোৰে আগত নাচিবলৈ ধৰে ; কোৱা বাহুল্য, পলীৰ বিভিন্ন ভঙ্গীৰ ছবিবোৰে!

"সেইদিনা, অভিনৱে প্ৰশ্ন সোধা দিনা মই ইচ্ছা কৰিয়েই হাঁহি কথাটো উৰুৱাই দিছিলোঁ। তাৰ বাহিৰে মোৰ অন্য উপায়ো নাছিল। তাৰ ঘৰত সেইধৰণৰ কথা কোৱাটো প্ৰকৃততেই বিপজ্জনক হ'লহেঁতেন। আপ্না ঘৰমে কুত্তা ভি শ্বেৰ হোতা হ্যায়।

ক'ম। তাক ক'ম—সময়ত। সি জানক। তাক জনাইহে মই সুখ পাম। সি suffer কৰা দেখিলে, ভোগা দেখিলে, মই বেলেগ মজা পাম। বিস্ফোৰণৰ সময় আৰু স্থান মই নিৰূপন কৰিম। আগতে ৰক্ষা কবচৰ ব্যৱস্থা কৰিব লাগিব। মই মুৰ্খ নহয় যে নিজৰ বিপদ মই নিজে ঘটিবলৈ দিম।

কিন্তু মই কিছুদিন খেলিম। সহজেই ধৰা নিদিওঁ।"

জুবেল যোৱাৰ পিছত অভিনৱে চিগাৰেট এটা জ্বলাই বিচনাত ভৰি তুলি বহিল। ওচৰলৈ এছট্ৰেটো চপাই ল'লে। বেৰত আঁৰি থোৱা পলীৰ ফটোখনলৈ অলপ সময় চাই মুখ ঘূৰালে। এইবেলি কাজিৰঙাৰ গড়ৰ ছবিখনলৈ চকু দিলে। দৃষ্টি তাতে নিবদ্ধ কৰিলে। সিখন বেৰত ওলোমাই থোৱা জুলি আৰু অভিবেকৰ ফটো কিখনলৈ সমূলিকে

চকু নিদিলে। চিগাৰেটটোত ঘন-ঘনকৈ হোঁপা কেইটামান মাৰি সেইটো ভাঙি-মুচ্ছৰি এছ-ট্ৰেত পেলাই দি নতুন এটা জ্বলালে।

"সি বেটাই অসুৰৰ দৰে হাঁহিলে। মোৰ sentiment বুজিবলৈ চেষ্টা নকৰিলে। মই গুৰুত্বসহকাৰে এটা প্ৰশ্ন সুধিলোঁ। সি ভাবি-চিন্তি কিবা এটা কোবাৰ সলনি টুলুঙা জবাব এটা দিলে। নে সি ভাও ধৰিলে? বহুতো নোম-টেঙৰ মানুহৰ নিচিনাকৈ হাঁহিৰে সি আচল উত্তৰটো ঢাকিব খুজিছিলে নেকি?

অভিনবৰ মনৰ আকাশৰ পৰা সন্দেহৰ ক'লা ডাৱৰ নাতবিল। বৰঞ্চ ডাৱৰবোৰ বেছি ঘণীভূত হ'ল।

অভিনবে সুৰুঙা বিচাৰিবলৈ ধৰিলে। তেওঁৰ Sixth sense অৰ্থাৎ ষষ্ঠ ইন্দ্ৰিয়ই অনুমান কৰিছে যে জুবেলেই তেওঁক সঠিক উত্তৰ দিব পাৰিব। এই অনুমানৰ কোনো যুক্তিসঙ্গত ভিত্তি নাই – অনুভৱহে আছে।

অভিনবে পাং পাতিলে। এইবাৰ জুবেলক এনে ভাবে মদ খুৱাব লাগিব, যাতে তাৰ মনৰ বান্ধোন নাইকিয়া হৈ যায়। তেতিয়াতো কথাবোৰ স্পষ্ট বাবে, স্পষ্ট ভাষাৰে, লুক-ঢাক নোহোৱাকৈ ক'ব। Inhibition নাইকিয়া হ'ব।

ছেগ বুজি অভিনবে আকৌ এবাৰ জুবেলক নিমন্ত্ৰণ কৰিলে—পলীহঁত ঘৰত নথকা অৱস্থাত। জুবেলৰ কিন্তু মনে গোন্ধালে। নিশ্চয় কিবা এটা পাক আছে, something fishy!

তেওঁ পোনছাটেই অভিনবৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিলে। অৱশ্যে বৰ মোলায়েম, ভদ্ৰ ভাষাত। জুবেলে এনেকুৱা এটা আশংকা কৰি আছিল ; আৰু তাৰ কাৰণে সাজু আছিল।

তেওঁ ওলোটাই অভিনবকহে মাতিলে। ক'লে যে কাৰবাৰ সংক্ৰান্ত কথাত তেওঁ ঘৰ এৰিব নোৱাৰে। বাহিৰৰ কেইটামান ফোন আহিব লগা আছে। দুই-চাৰিজন মানুহো আহিব, জৰুৰী কথাত। মানুহকিজনক খেদাব পৰা হ'ব—কোনো সমস্যা নাই। কিন্তু টেলিফোনবোৰৰ কথাহে ক'ব নোৱাৰি। যেতিয়াই তেতিয়াই আহিব পাৰে। এতেকে জুবেলৰ ঘৰলৈকে অভিনৱ আহক। খানা-পিনা তাতেই হওক।

জুবেলে জানে যে অভিনবে অভিষেকৰ কথাৰ অৱতাৰণা কৰিব। মদৰ জালত জুবেলও সচা কথা ক'বলৈ সংকোচ নকৰিব। প্ৰকৃত কথাৰ গম পালে অভিনৱ বলীয়াৰ নিচিনা হ'ব আৰু তেতিয়া, প্ৰলয়ৰ সূচনা হ'ব।

সেইকাৰণেই জুবেলে অলপ চালাকি কৰিব লগা হ'ল আৰু সাৱধানতা অৱলম্বন কৰি নিজৰ প্ৰাণ ৰক্ষাৰ কাৰণে কিছু ব্যৱস্থা ল'লে।

প্ৰথমেই—পাৰ্টিটো অভিনৱৰ ঘৰত নকৰি জুবেলৰ ঘৰত কৰাটো ঠিক হ'ল। দ্বিতীয়তে—দেহ ৰক্ষকৰ ব্যৱস্থা কৰা হ'ল।

গধূলি সাতটা মান বজাত অভিনৱ ওলালহি। অভিনৱ অহাৰ লৈ জুবেলে বাট চাই আছিল বোধহয়। কলিংবেলটো টিপাৰ লগে লগে জুবেলে নিজেই দুৱাৰ খুলি দি অভিনৱক আদৰিলে। আনদিনাৰ দৰে কালুখানে দুৱাৰ খোলা নাছিল।

অভিনৱে ভিতৰত ভৰি দিয়েই যাক দেখিলে, তেওঁ নেলাগে গুৱাহাটীৰ সকলো মানুহেই তেওঁৰ নাম শুনিলে ভয়ত কঁপে। বাৰান্দাত চকীখনত বহি থকা মানুহজন তেওঁ সোমোৱা দেখি লাহেকৈ উঠিল। মুখেৰে একো নেমাতিলে। মাত্ৰ সোঁহাত খন কপালত ঠেকিলে— মানে চালাম দিলে। দেখিলে ভয় লগা প্ৰকাণ্ড মানুহটো। কপালৰ সোঁফালে এটা ডাঙৰ কটা ডাগ। ডাড়িয়ে-গোফে ভোবোকাৰ। হাত-ভৰি লোদোৰ-পোদোৰ আৰু ক'লা নোমেৰে ভৰা। পিন্ধনত টি ছাৰ্ট আৰু হাফপেন্ট; কান্ধত এটা ক'লা, ডাঙৰ মোনা।

অভিনৱে মানুহটোৰ ছবিহে দেখিছে খবৰ কাগজত। কাগজৰ ছবিত সাধাৰণতে তেওঁক দুফালে দুজন সশস্ত্ৰ পুলিচৰ মাজতহে দেখা পোৱা যায়।

আজিহে তেওঁক অভিনৱে সোঁ-শৰীৰে দেখিছে। মানুহজন আন কোনো নহয়। আমাৰ—চাফাই চৰ্দাৰ।

দুয়ো ভিতৰ সোমাই গ'ল। একেবাৰে ডাইনিং ৰুমত বহিলগৈ।

জুবেলে, অভিনৱলৈ চাই, চকু টিপিয়াই দুষ্টামি ভৰা চাৱনিৰে সুধিলে।

"কি হেঁ দোস্ত! ভয় খালি নেকি? চাফাই চৰ্দাৰকতো চিনি পাৱই?"

"ইয়াকনো আকৌ কেলেই গোটাই লৈছে? তাকো ডিনাৰৰ নিমন্ত্ৰণ দিছ নেকি?" অভিনৱে বিদ্ৰূপৰ সুৰত ওলোটাই প্ৰশ্ন কৰিলে।

"সি মোৰ দেহৰক্ষী অ'। মোৰ আজিকালি শত্ৰুৰ সংখ্যা বাঢ়িছে ; বন্ধুৰ সংখ্যা কমিছে। সেইকাৰণেই তাৰ নিচিনা মানুহৰ মোৰ প্ৰয়োজন বেছি। অৱশ্যে শুনি ভাল পাবি যে বান্ধৱীৰ সংখ্যা কমা নাই—বাঢ়িছেহে।"

বেচেৰা অভিনৱে নুবুজিলে যে তেওঁৰ কাৰণেহে, জুবেলে গুণ্ডা চৰ্দাৰটোক মজুত কৰি ৰাখিছে। কিন্তু তেওঁ অলপ দমি গ'ল। কেতিয়াবা জুবেল আৰু তেওঁ এনেকৈ তৰ্ক কৰে যে নজনা মানুহে কাজিয়া কৰিছে বুলিহে ভাবিব। চাফাই চৰ্দাৰে যদি তেনেকুৱা পৰিস্থিতিৰ সন্মুখীন হয় তেতিয়া দেখোন তেওঁৰ কাৰণে বিপদেই। "গৰমা-গৰমি শুনিলে সি আহি মোক মাৰিয়েই পেলাব দেখোন!" অভিনৱে ভাবিলে।

অভিনৱৰ মনৰ কথা যেন জুবেলে বুজি পালে। "পিছে এটা কথা। তই ভয় খাব নেলাগে। সি মোৰ ৰখীয়া হে। মোৰ শত্ৰুৰহে সি শত্ৰু। বন্ধুৰ নহয়।"

অভিনৱে একো নক'লে। টেবুলখনলৈ চালে। টেবুলত জিলিকি আছে —

White Horse, এটা দামি বিলাতী হুইস্কি। কালুখানে তৰহে তৰহে খোৱা বস্তু সজাই থৈছে। ফ্লাস্কত বৰফৰ টুকুৰা, কেবাটাও গিলাচ, কাটা-চামুচ, প্লেট, পেপাৰ নেপকিন ইত্যাদি নিয়াৰিকৈ থোৱা আছে।

দুই বন্ধুৱে নানান আলোচনা-বিলোচনা, গল্প-গুজবৰ মাজেদি খাবলৈ লাগিল। অভিনৱৰ গিলাচ খালি হ'বলৈ নেপায়েই,—জুবেলে লগে লগে ঢালে। অভিনৱে জুবেলকো নেৰে ; "মোক বেছিকৈ মদ খুৱাই, আউট্ কৰি তামাচা চাব খুজিছ নেকি অ'?" এইবুলি জুবেলৰ গিলাচত তেওঁ এটা ডাঙৰ পেগ্ ঢালি দিয়ে। এইদৰে ইটোৱে-সিটোক খুৱাওঁতে খুৱাওঁতে দুয়োৰে পানীয়বিধৰ গলাধঃকৰণ অলপ বেছিয়েই হ'ল। প্ৰথমতে দুয়োৰো মনটো ৰঙীন হৈ উঠিছিল, কিন্তু মাত্ৰা চৰি যোৱাৰ লগে লগে তেওঁলোকৰ মনবোৰ বনৰীয়া হৈ উঠিল। কথাৰ লাগ-বান্ধ নোহোৱা হ'ল। লেকাম নোহোৱা হ'ল। মনৰ গোপন কোণত লুকাই, হেঁচা মাৰি ধৰি থোৱা শালীনতাৰ জৰীৰে বান্ধি থোৱা কথাবোৰ বাহিৰলৈ ওলাই আহিবলৈ দলদোপ-হেন্দোলদোপ লগাবলৈ ধৰিলে।

অভিনৱে নিজৰ জীৱনৰ কিছুমান 'নকবলগীয়া' কথা ক'বলৈ আৰম্ভ কৰিলে। ভাল-বেয়া নানা তৰহৰ। তাৰ ভিতৰত ডাক্তৰ আৰু নাৰ্চৰ সম্পৰ্ক, বিশেষকৈ কলিকতাৰ মেডিকেল কলেজত পি, জি কৰি থকা অৱস্থাত তেওঁৰ আৰু প্ৰশিক্ষণৰতা নাৰ্চ তুনতুন বিশ্বাসৰ লগৰ মধুৰ সম্পৰ্কৰ বিষয়ে যথেষ্ট আলোচনা হ'ল। অভিনৱ যে তলে তলে ইমান বনৰীয়া হ'ব পাৰে, জুবেলে সেইদিনাহে বুজি পালে।

অভিনৱে ডাক্তৰৰ অভিজ্ঞতাৰে কিছুমান ৰোগীৰ কথাও বখানিলে। কিছুমান ৰোগীয়ে যে ডাক্তৰৰ মাথা খাৰাপ কৰি দিব পাৰে, সেইটো ডাক্তৰসকলেহে বুজিব পাৰে। বিশেষকৈ কিছুমান ডাঙৰ মানুহৰ তৰুণী ভাৰ্যাই, ড্ৰাইভাৰে চলোৱা দামী গাড়ীত উঠি আহি, তেওঁলোকৰ স্বামী ঘৰত নথকা অৱস্থাত ঘৰত কৰিব লগীয়া একো কামেই নথকাত আমনি পাই সময় কণৰ সৎ(?) ব্যৱহাৰ কৰোঁ বুলি বাচি বাচি কিছুমান ডাক্তৰক অযথা জুলুম দি মোটা টকাৰ ফি হাতত গুজি দি গুছি যায়। কিছুমান ডাক্তৰে ভালেই পায়, কিছুমানেহে বেয়া পায়।

অলপ পিছত জুবেলে আৰম্ভ কৰিলে তেওঁৰ লুকুৱাই থকা গুপুত কথাবোৰ। তেওঁৰ কামনা-বাসনা চৰিতাৰ্থ কৰিবলৈ তেওঁ যে ইমান তললৈ বা ইমান দূৰলৈ যাব পাৰে সেইটো অভিনৱে আজিহে বুজিলে।

"ছিঃ! জুবেল! তই ইমান তললৈ যাব পাৰ নে? মই হ'লে সেইধৰণৰ কথা, সপোনতো ভাবিব নোৱাৰোঁ।" অভিনৱে নাক কোঁচাই ক'লে।

"আ-ৰে! যা যা! 'তোৰো মনে গ'লে, মোৰো মনে গ'লে, কি কৰিব.... কুলে?' মোৰ সেই চব বাচ-বিচাৰ নাই। জুবেলে সদৰ্পে ঘোষণা কৰিলে। অভিনৱৰ অলপ

খঙেৰে উঠিছিল। "নীতি নিয়ম নাই। বাচ-বিচাৰ নাই—একেবাৰেই নাই। তই মানুহ নে পশু অ'? তোৰ লাজ নেলাগেনে?"

"হয়-হয়! মই জানোৱাৰ! মোৰ মন ভাল লগাবলৈ, দিল বেহ্‌লাবলৈ, শৰীৰ সুত লগাবলৈ মই যি মন যায় কৰিব পাৰোঁ। মই চাৰা জীৱন সেইটো কৰিয়েই আহিছোঁ। তই কি কৰিবি? তোৰ কি আছে?" জুবেলৰ সচাকৈয়ে খং উঠিছিল, জানোৱাৰ বুলি কোৱাৰ কাৰণে।

"মই তোৰ নিচিনাকৈ ইমান তললৈ যাব নোৱাৰোঁ। তই মানুহৰ শ্ৰেণীত নপৰ।" অভিনৱেও খঙেৰে ক'লে।

"কি কলি? কি কলি? মই মানুহৰ শ্ৰেণীত নপৰোঁ? মই জানোৱাৰ? মোৰ ঘৰতে তই মোক গালি পাৰ? অপমান কৰ?

ক'ব লাগেনেকি আৰু কাহিনী? জানিব খুজিছ নেকি মই এটা কিমান ডাঙৰ জানোৱাৰ?

শুন তেনেহ'লে ঃ

তই পলীৰ এটা চকিদাৰ। ৰখীয়া। পলীৰ আচল মালিক মই হে। ...." অভিনৱে জুবেলক কথাখিনি সম্পূৰ্ণ কৰিবলৈ নিদি খঙেৰে চিঞৰি উঠিল।

"চুপ থাক কুকুৰ! পলী মোৰ wife।
পলীৰ তই নাম নলবি। আৰু .........................।" অভিনৱেও তেওঁৰ শেষৰ বাক্যশাৰী সম্পূৰ্ণ কৰিব নোৱাৰিলে। জুবেলে ঢলংপলংকৈ ঠিয় হৈ সাপৰ দৰে ফোঁচ-ফোঁচাবলৈ ধৰিলে,

"তোৰ বংশৰক্ষা মই কৰিছোঁ বুজিছ? তোৰ সন্তান দুটাৰ বাপেক মই। তই নহয়। তই হ'ব নোৱাৰ। তোৰ ক্ষমতা নাই! তই অক্ষম!"

"কি? তোৰ ইমান স্পৰ্দ্ধা? ইমান সাহস? মদৰ জালত আল্টু-ফাল্টু কথা কৈ মোক লঘু কৰিবলৈ আহিছ?" অভিনৱো ঠিয় হ'ল। তেৰোঁ থৰক-বৰক। তেওঁৰ এনেকুৱা লাগিছে যেন এটা সপোনহে তেওঁ দেখিছে। খুব বেয়া সপোন। সপোনতে যেন তেওঁ জুবেলৰ কথাবোৰ শুনিছে, আৰু সপোনতে উত্তৰ হিচাপে কিবা কিবি কৈছে।

"মই মদৰ জালত কথা কোৱা নাই বুইছ? মই সম্পূৰ্ণ সুস্থ। মোৰ কথা যদি বিশ্বাস নকৰ—পলীক সুধিবি। certificate লাগে নেকি? চাবি নেকি?" ডা: সুব্ৰামনিয়াম কৃষ্ণস্বামীৰ ৰিপৰ্ট চাবি নেকি? জুবেলে ঢলংপলংকৈ তেওঁৰ শোৱনি কোঠালৈ সোমাই গৈ সশব্দে গদ্‌ৰেজটো খুলিলে।

অভিনৱৰ বুকুখন চিৰিংকৈ গ'ল। ইমান পৰ এটা দুঃস্বপ্ন বুলি ভাবি থকা কথাবোৰ সচা নেকি তেনেহ'লে? তেওঁ শিল পৰা কপৌ চৰাই এজনীৰ দৰে থৰ হৈ ৰ'ল।

শোৱনিকোঠাটোৰ পৰা জুবেল লাহে লাহে ওলাই আহি কাগজ এখন অভিনৱক দি হুকুম দিয়া সুৰত ক'লে,

"হোঁ। পঢ়ি চা।"

এটা যন্ত্র চালিত ৰবটৰ দৰে অভিনৱে হাত মেলিলে। জুবেলে হাতখনত চাৰি ভাজ কৰা কাগজখন পেলাই দিলে ; ভিক্ষাৰীক এটকীয়া নোট এখন দিয়াৰ নিচিনাকৈ। অভিনৱে যন্ত্রবৎ কাগজখন খুলি দেখিলে, ডাঃ সুব্রামানিয়াম কৃষ্ণস্বামীৰ লেটাৰহেডত লিখা এটা ৰিপৰ্ট। type কৰা ৰিপৰ্ট।

ইতিমধ্যে অভিনৱৰ চকুৱে ধোৱাঁ-কোঁৱা দেখিছে। আখৰবোৰ ভালকৈ মনিব পৰা নাই দেখোন! চকুকিটা জোৰেৰে মেলি চালত কেইটামান কেপিটেল লেটাৰত লেখা কথা জিলিকি উঠিল ঃ

"SEVERE SPERM PROBLEMS NON MOTILE SPERMS
EJACULATORY FUNCTION NORMAL.."

ডাক্তৰ হিচাপে, নিচাত থকা অৱস্থাতে অভিনৱে বুজিবলৈ টান নেপালে যে প্রকৃততেই তেওঁ সন্তান উৎপাদনৰ কাৰণে অক্ষম... severe sperm problems.. Non motile sperms...পিছ মুহূর্ততে অভিনৱৰ এনেকুৱা লাগিল যেন কোনোবাই কুঠাৰৰ গাদি বা প্ৰকাণ্ড হাঁতুৰি এটাৰে তেওঁৰ মূৰৰ মাজ ভাগতে মাৰ সোধাইছে! তাৰ পিছত সকলো অন্ধকাৰ।

অভিনৱে জ্ঞান হেৰুৱাই ঢাচ-কৈ পৰি গ'ল ; ধুমুহা বতাহত কলগছ পৰাদি।

জুবেলে গিলাচ এটাত বৰফ মিহলোৱা ঠাণ্ডা পানী ভৰাই লৈ অভিনৱৰ মূৰত ঢালি দিলে। আৰু এগিলাচ পানী ছটিয়ালে চকুৱে-মুখে। অভিনৱে মূৰটো লৰাই চকুকিটা ডাঙৰ-ডাঙৰকৈ মেলি পৰি থকা অৱস্থাৰ পৰাই ওপৰৰ চিলিংখন চালে। তেওঁ ক'ত আছে, ক'ত পৰি আছে বুজি পোৱা নাই। মূৰটো ইফালে-সিফালে ঘূৰাই হঠাৎ জুবেলক দেখি সুধিলে,

"মোৰ কি হ'ল অ'? মই ইয়ালৈ কেনেকৈ আহিলোঁ?" "একো হোৱা নাই।" জুবেলে ৰুক্ষভাবে উত্তৰ দিলে। ডাইনিং ৰুমৰ পৰা ওলাই গৈ দুৱাৰমুখৰ পৰা বাহিৰলৈ চাই তেওঁ দুবাৰ মাতিলে, "চৰ্দাৰ, চৰ্দাৰ," চাফাই চৰ্দাৰ দৌৰি আহিল, 'হুজুৰ?" সি মাত দিলে।

"ই মদ খায় হুঁচ হেৰুৱাই পৰি গৈছিল। ধৰাচোন। বিচনাত শুৱাই দিওঁ।"

দুয়োটাই ধৰি অভিনৱক দাঙি বিচনাত শুৱাই দিলে।

লাহে লাহে অভিনৱে সম্বিত ঘূৰাই পালে সম্পূর্ণ ভাবে। গধূলিৰ কথাবোৰ মনলৈ আহিল। নাই, তেওঁক কোনেও মূৰত মাৰ মৰা নাই। মূৰৰ মাজ তালুত হাত দি চালে। তিতি আছে দেখোন? তেজ ওলাইছে নেকি? মূৰ ফাটিল নেকি? তিতা আঙুলি কিটা চকুৰ ওচৰলৈ আনি চাই দেখিলে—নাই, নহয়। তেজ নহয়। পানীহে।

পানীৰে মূৰ, ডিঙি, বুকু, পিঠি চব তিতি, সেমেকি আছে। বুকুখন কিন্তু তেতিয়াও ঢপঢপাই আছে আৰু গৰম হৈ আছে—খুব গৰম। ভমভমাই আছে।

তেওঁ লাহেকৈ উঠি বহিল। নাই মূৰ ঘূৰোৱা নাই। বিচনাৰ পৰা নামিল। হাতৰ মুঠিত কাগজখন তেতিয়াও আছে। অভিনৱে কাগজখন মুঠিৰ ওপৰত সুমুৱাই লাড়ু কৰি খুব জোৰেৰে হেঁচি দলিয়াই দিলে—বেৰলৈ। কাগজৰ লাড়ুটো বেৰত পৰি বাগৰি আহি জুবেলৰ ভৰিৰ কাষত ৰ'লহি।

অভিনৱে জুবেলৰ ফালে নোচোৱাকৈয়ে কোঠাটোৰ পৰা ওলাই আহিল। ক্ষন্তেক পিছত জুবেলে পিছফালৰ পৰা মাত দিলে, "নিজে ড্ৰাইভ কৰি যাব পাৰিবিনে?"

অভিনৱে ইতিমধ্যে গাড়ীৰ ষ্টাৰ্ট দিলেই। তেওঁৰ তেতিয়া নিচা নাই ; মাত্ৰ তালুৰ ভম-ভমনিটোহে আছে।

০০০০

## ।। তেইশ ।।

## ফান্দ

পাছদিনা পুৱা নটা মান বজাত পলী, জুলি আৰু অভিষেক ঘৰ পালেহি। গাড়ীৰ পৰা নামিয়েই ল'ৰা-ছোৱালী হালে, 'দেতা-দেতা' বুলি চিঞৰি দুপদুপাই দৌৰি আহি দেউতাকক নেদেখি আচৰিত হ'ল। আনকালে সিহঁতবোৰ দুৰাতি আঁতৰি থাকি পুৱা আহিবৰ সময়ত দেউতাকে বাহিৰৰ বাৰান্দাতে বহি খবৰ-কাগজ বা মেগাজিন পঢ়ি থাকে। গাড়ীখন অহা দেখিলেই আগবাঢ়ি গৈ গেটখন খুলি চকিদাৰটোৰ নিচিনাকৈ চালাম মাৰে। ল'ৰা-ছোৱালীহালে কিৰিলিয়াই হাঁহে। পলীয়ে মিচিকিয়ায়। আজি কিন্তু বাহিৰততো দেউতাক নায়েই, ভিতৰলৈ আহিও লগ নোপোৱাত সিহঁত দুটাৰ সকলো আনন্দ নাইকিয়া হৈ পৰে। ৰমেনে মুখত তৰ্জনী আঙুলিটো ৰাখি (অৰ্থাৎ সিহঁতক মনে মনে থাকিবলৈ কৈ) শোৱনি কোঠাৰ পিনে আঙুলিয়াই ক'লে "চাৰ কালি বৰ দেৰীকৈ শুইছে। বহুত সময়লৈকে বিৰ-বিৰকৈ বকি আছিল। কিতাপ-পত্ৰবোৰ দলিয়াইছিল হ'বলা। শব্দ শুনিছিলো। দুৱাৰ বন্ধ কৰি সোমাল যে সোমালেই।"

পলীয়ে চাই দেখে যে — হয়, শোৱনি কোঠাৰ দুৱাৰখন তেতিয়াও বন্ধ। ভিতৰৰ পৰা।

তেওঁ দুৱাৰখনত লাহেকৈ টুকুৰিয়াই মাতিলে,

"অভি, অভি! ইমান দেৰীলৈকে কেলেই শুই আছা? গা ভাল লগা নাই নেকি?"

অভিনৱে সাৰ পাই দুৱাৰখন খুলি দি আকৌ বিচনাত পৰিল।

ল'ৰা-ছোৱালী হাল হুৰমুৰকৈ ভিতৰলৈ সোমাই গ'ল। পলীও সোমাই গ'ল। অভিনৱে ওপৰমুৱাকৈ শুই চিলিংখনলৈ চাই আছে। পলীয়ে তেওঁৰ কপালত হাত বুলাই লাহেকৈ সুধিলে, "কি হ'ল?" অভিনৱে পলীৰ হাতখন ঠেলা মাৰি দিলে -- জোৰেৰে।

"একো নাই হোৱা।" তেওঁ উত্তৰ দিলে, "ইহঁত দুটাক ইয়াৰ পৰা ওলাই যাবলৈ কোঁৱা আৰু তুমিও যোৱাঁ — এতিয়াই।

ল'ৰা-ছোৱালী দুটাই ফেকুৰি ফেকুৰি কোঠাটোৰ পৰা ওলাই আহিল। সিহঁতে দেউতাকৰ পৰা এনেকুৱা ব্যৱহাৰ কোনো দিনে পোৱা নাছিল।

পলীয়ে বুজিলে। অথন্তৰ হ'ল। এতিয়া কি হ'ব। ইয়াৰ পিছত? এই মুহূৰ্তটোলৈ তেওঁ সদায়ে ভয় কৰি আছিল; কিন্তু জানিছিল, এদিন নহয় এদিন এনেকুৱা দিন আহিবই।

তেওঁ কোঠাটোৰ পৰা এখোজ-দুখোজ কৈ ওলাই আহিল। অভিনৱ এজন বেলেগ মানুহলৈ ৰূপান্তৰিত হ'ল। তেওঁ ল'ৰা-ছোৱালী হালক চাবলৈকে মন নকৰিলে, চালে জানোচা তেওঁৰ মনটো কোমলে! সিহঁত হালক দেখিলে তেওঁৰ শ্ৰান্ত-ক্লান্ত ভাগৰুৱা দেহ-মনত শক্তি সঞ্চাৰিত হৈছিল, সকলো দুখ-ভাগৰ তেওঁ পাহৰিছিল। কিন্তু এতিয়া সিহঁতক দেখিলে দুটা সাপৰ পোৱালি দেখা যেন লাগে! সিহঁতৰ মাত শুনিলে ফেঁটী সাপৰ ফোঁচ-ফোঁচনি শুনা যেন লাগে। "সিহঁত দুটাতো মোৰ সন্তান নহয়! সিহঁত কাল সাপৰ সন্তান!" অভিনৱে বিচনাত শুই-শুই ভাবে। যিমানেই ভাবে, সিমানেই তেওঁৰ খং বাঢ়ি যায়। গাত কঁপনি উঠে ; এটা ৰখাব নোৱাৰা কঁপনি!

"আৰু পলী! কালসৰ্পিনী! মই গাখীৰ খুৱাই সাপ পুহিলো! বুকুত সুমুৱাই সাৱতি লৈছিলোঁ—তাই মোক বুকুতে খুঁটিলে!" মাজতে তেওঁৰ এনেকুৱা ভাব হৈছিল--যেন পলীক ডিঙি চেপি মাৰি পেলাব। পিছ মুহূৰ্ততে তেওঁৰ গাটো শিয়ৰি উঠিল। এনে নীচ কাম তেওঁৰ দ্বাৰা অসম্ভৱ।

সেইদিনা অভিনৱ ক্লিনিকলৈ নগ'ল। দিনটো একো নেখালেও। মাত্ৰ ৰমেনৰ হতুৱাই চাহ অনাই, পুৱা দুটা বিস্কুট আৰু দুকাপ চাহ খালে। দিনটো বিচনাতে বাগৰি থাকিল। কাৰো লগত মাতবোল নকৰিলে। সেইদিনা গাওঁ নুধুলে আৰু দাঁতো ব্ৰাছ নকৰিলে।

তেতিয়া অভিনৱৰ মনত মাত্ৰ এটা চিন্তা। এটা ধান্দা। প্ৰতিশোধ! তেওঁ ভীষণ প্ৰতিশোধ ল'ব। প্ৰতিশোধ ল'ব ; কিন্তু ঠাণ্ডা মগজেৰে। প্ৰতিশোধৰ জুইকুৰা নুমুৱালৈকে তেওঁ অভিনয় কৰি যাব।

তেওঁ এনেকৈ ঘৰত সোমাই নেথাকে। আকৌ আগৰ নিচিনাকৈ কাম কৰি যাব। এতিয়া শত্ৰুবোৰ সাৱধান হৈ আছে। তেওঁৰ অসুবিধা হ'ব। সিহঁতৰ অসতৰ্ক মুহূৰ্তবোৰৰ তেওঁ সময়ত সৎ ব্যৱহাৰ কৰিব।

০০০০

পলীয়ে সকাহ পালে। হওক তেওঁ 'মানুহজন' আকৌ প্ৰায় আগৰ নিচিনা হৈ পৰিছে। আগৰ নিচিনাকৈয়েই কাম-কাজ চলায়। ক্লিনিকলৈ সময়ত যায়। বেমাৰী চায়। টকা ঘটে। ঘৰখনৰ আটাইবোৰৰ লগত কথা-বতৰা পাতে। কেতিয়াবা ল'ৰা-ছোৱালী হালৰ সৈতে ধেমালি-ধুমুলাও কৰে। কিন্তু সিহঁতক বৰকৈ কোলাত বা বোকোচাত নলয়। তেওঁৰ হেনো আজিকালি অলপতে কঁকালত ধৰে।

সাদিনমানৰ পিছত অভিনৱে এদিন জুবেললৈ ফোন কৰিলে।

"জুবেল! সেইদিনাৰ ঘটনাবোৰ পাহৰি যা। মদৰ জালত তয়ো নক'বলগীয়া কথা কিছুমান কলি আৰু ময়ো যিহকে-তিহকে বলকিলোঁ।

তয়ে-ময়ে একমন-একপ্ৰাণ। এক দেহ বুলিও ভাবি ল। বুইছ? আমাৰ লগত অহা-যোৱাতো বন্ধ নকৰিবি। আজিয়েই আহচোন আমাৰ ঘৰলৈ। ঘৰখনৰ সকলোৱেই তোক মিচ কৰিছে অ'!" জুবেল যেন পাই অবাক! তেওঁ সপোনতো ভাবিব পৰা নাছিল ; অভিনৱে আকৌ বন্ধুত্বৰ হাত আগ বঢ়াব বুলি।

জুবেলে সৰগ ঢুকি পোৱাদি পালে। তেওঁ জুলিক খুব মিছ্ কৰিছিল। অভিষেকক নেদেখিও বেয়া পাই আছিল। আৰু পলীক? যোৱা দুসপ্তাহ তেওঁ পলীৰ সান্নিধ্যৰ পৰা বঞ্চিত হ'ব লগা হোৱাত বলীয়াৰ দৰে হৈছিল।

জুবেলে লগে লগেই মান্তি হ'ল। তেওঁ যাব।

সেইদিনা গধূলি অভিনৱহঁতৰ ঘৰখন বহুদিনৰ মূৰত সজীব হৈ উঠিছিল। ফুৰ্তি-তামাচাৰ মাজত গধূলিটো ধুনীয়াকৈ কাটি গ'ল।

পলীয়ে মন কৰিছিল যে অভিনৱে ফুৰ্তি-ফাৰ্তা কৰিছে যদিও, অলপ যেন গহীন! মাজে-মাজে তেওঁ যেন অন্যমনস্ক হৈ যায়। আৰু এটা কথা মন কৰিছে পলীয়ে। অভিনৱে আজি-কালি ল'ৰা-ছোৱালী হালক আগৰ নিচিনাকৈ মৰম নকৰে, আৰু মাজে মাজে কোনো-দিন-নেদেখা-নিচিনাকৈ ঠৰ হৈ চায়। পলীৰ প্ৰতিও যেন আগৰ উষ্ণতা নাই। Mechanical, যন্ত্ৰবৎ! পলীয়ে জুবেলক কয়,

"কেতিয়াবা তোমালোক দুই বন্ধুয়ে outing এটা নকৰা কিয়? আমিও যাব পাৰিম, নিয়া যদি। মন-চন ভাল লাগিব। আজি কিছুদিন ধৰি অভিনৱে অলপ মন মাৰি থাকে দেখোন। ওলাই মেলি গ'লে গা মন নিশ্চয় ভাল লাগিব। কাম, বিশ্ৰাম আৰু বিনোদন – তিনিওটাৰে প্ৰয়োজন নহয় জানো?"

জুবেলে অভিনৱলৈ চালে, অভিনৱে জুবেললৈ চালে। জুবেলে পেটে-পেটে ভালেই পালে। তেওঁ এনেকৈ ওলাই মেলি যাবলৈ, ফুৰিবলৈ বৰ ভাল পায়। বিশেষকৈ পলী লগত থাকিলে বেলেগ ভাল লাগে। অভিনৱেও প্ৰস্তাৱটো ভাল পালে। তেওঁৰ মুখখন উজ্বলি উঠিল।

অভিনৱে ক'লে,

"পলীয়ে ভাল প্ৰস্তাৱকে দিছে। টকাকেনো কিমান ঘটিবা হেঁ? চাৰাজীৱন খাটোঁতেই গৈছে। লাগে, লাগে, recreation লাগে। অৱসৰ বিনোদন লাগে, চিত্তবিনোদন লাগে। বিশ্ৰাম লাগে। অৱকাশ লাগে। কামনা-বাসনা চৰিতাৰ্থ কৰিব লাগে। ভোগ-সম্ভোগ লাগে। সকলো লাগে। ঠিক কৈছে পলী ডাৰ্লিঙে।"

অভিনৱৰ কথাত পলী অলপমান আচৰিত হোৱাদি হ'ল। তেওঁ over react কৰা নাইনে?

"এদিন নৌকা বিহাৰত যাম অ' জুবেল, ওলাবি। পলী! তুমিও ওলাবা। ব্ৰহ্মপুত্ৰই দি ভটিয়াই গৈ থাকিম। সোঁতৰ লগে লগে গৈ থাকি বৰ ভাল লাগিব।

বতৰ ভাল থকা অৱস্থাত, পুৱাই গৈ দুপৰীয়াৰ আগে-আগে উভতিলে সন্ধ্যা লগাৰ আগে-আগে আমি ঘূৰি উজান বজাৰ ঘাট পাবহি পাৰিম। Boating, rowingত আমি দুটাইতো ওস্তাদ। কি চিন্তা?" এইবাৰ স্বাভাৱিক সুৰত অভিনৱে কথাবোৰ ক'লে।

নাও বোৱাত, ব'ঠা মৰাত জুবেল আৰু অভিনৱ দুয়োটাই পাকৈত। কলেজত পঢ়ি থকা দিনত টুলুঙা নাও একোখন লৈ ব্ৰহ্মপুত্ৰৰ বুকুত দুয়ো বন্ধুৱে ঘূৰি ফুৰিছিল। ভাল-বতৰ, বেয়া-বতৰৰ বাচ-বিচাৰ নকৰা এই মৰসাহসৰ ল'ৰা দুটাৰ কথা-কাণ্ডবোৰ দেখি মানুহে তবধ মানিছিল।

জুবেলে অভিনৱৰ কথাত হয়ভৰ দি ক'লে,

"মই সচাকৈয়ে ভাল পাম—এনেকুৱা এটা trip। পলী ওলাবা। অভিনৱে-ময়ে নাও চলাম। তুমি উঠিবা। জুলি আৰু অভিষেকেও বৰ ভাল পাব। সিহঁতেতো চাগৈ নাৱত উঠাই নাই। ব্ৰহ্মপুত্ৰৰ সোঁতত কৈ থাকোতে ঢৌয়ে যেতিয়া নাওখন হেন্দোলাব তেতিয়া সিহঁতে খুব ফুৰ্তি পাব।"

অভিনৱে অলপ সময় কিবা এটা ভাবিলে। তাৰ পিছত ক'লে.

"নাই, নাই। সিহঁতহাল যাব নেলাগে। সিহঁত দুটাক মই নিনিওঁ। এইবোৰ Adventure sport। সৰু ল'ৰা ছোৱালীনো নিয়ে নে? নিনিও সিহঁতক।"

"ঠিক আছে। হ'ব। তয়ে তেতিয়া হ'লে দিন-বাৰ এটা চা? চাই ঠিক কৰ। দেওবাৰ এটা হ'লে ভাল হয়। কাম কাজৰ ক্ষতি নহয়। দিন-বাৰ চোৱা মানে পঞ্জিকা চাবলৈ কোৱা নাই আকৌ! বতৰ-চতৰৰ কথা হে কৈছোঁ।" জুবেলে হাঁহি এটা মাৰি ক'লে।

অভিনৱে জুবেলৰ কথা মতে দিন এটা থিৰ কৰিবলৈ গাত ল'লে।

"বাৰু, বাৰু। সেইটো হ'ব। পলীয়ে-ময়ে খোৱা বস্তুৰ যোগাৰটো কৰিম। নহয় জানো পলী?" পলীয়ে শলাগিলে।

তেওঁ আকৌ ক'লে,

"পিছে তই ভাল চাই নাও এখনৰ যোগাৰ কৰিব লাগিব। ব'ঠা-চ'ঠাবোৰ নিজে চাই লবি। তলি ফুটা নাও ন'লবি আকৌ।"

"নাৱৰ কাৰণে তই চিন্তা কৰিব নালাগে। উজান বজাৰৰ ঘাটটো এসময়ত মোৰ আব্বাজানেই ডাকি লৈছিল। নাৱৰীয়াবোৰ, গোটেইবোৰকে মই চিনি পাওঁ। কিছুমানক মই চিনি নেপালেওঁ, মোক চিনি পায়। ভাল চাই নাও এখন ভাৰাত লৈ ল'ম। নাৱৰীয়া-চাৱৰীয়া নেলাগে। সিহঁতবোৰে বৰ কেপকেপাই থাকে।" জুবেলে ক'লে।

০০০০

## ।। চৌবিশ ।।

# নৌকাবিহাৰ ঃ শেষ খেলা

আটায়ে সাজি-কাঁচি ওলাইছে। দিন-বাৰ ঠিক হ'ল। নাও বন্দোবস্ত হ'ল। খোৱা বস্তুৰ পেকেটবোৰ সাজু হ'ল। তিনিটাৰ এটাত মচমচীয়াকৈ ভজা ইলিচ মাছ আৰু ৰৌ মাছৰ ডাঙৰ-ডাঙৰ টুকুৰা। বেছি দেৰী হ'লে সেমেকি যাব পাৰে কাৰণে সেইবোৰ নাৱত উঠিয়েই প্ৰথমেই খাব লাগিব ; পলীয়ে থিৰ কৰিলে। দ্বিতীয় আৰু তৃতীয়টোত ক্ৰমে তাণ্ডুৰী চিকেন আৰু মাংসৰ কোৰ্মা। চীজ চেণ্ডুইছ আৰু peanut butter লগোৱা ব্ৰেড্ প্ৰচুৰ লৈছে পলীয়ে। এওঁলোক দুই বন্ধুৰ ভোক অলপ বেছি। খাবও পাৰে। খোৱাত চখো আছে। তাতে নাও বাব যেতিয়া....। ফলমূল বেছি লোৱা নাই। মাত্ৰ বাৰটামান কমলা আৰু দহটামান কাশ্মীৰী আপেল। ডাঙৰ জাগ এটাত খোৱা পানী, দুটা ডাঙৰ ফ্লাস্কত কফি আৰু চাহ ল'বলৈ পলীয়ে পাহৰা নাছিল। মুঠতে যিমানবোৰ খোৱা বস্তু পলীয়ে লৈছে, নিৰ্জন দ্বীপ এটাত, নাও বুৰি, ৰ'ব লগা হ'লেও কমেও সাদিনলৈ চিন্তা কৰিব নেলাগে!

সকলোৰে মনত ফুৰ্তি। অভিনৱৰ দিহা মতে জুলিয়ানা আৰু অভিষেকক ককাক-আইতাকহঁতৰ বাগানৰ ঘৰলৈ পঠাই দিয়া হ'ল। অকলে ঘৰখনত ল'ৰা-ছোৱালী দুটাক এৰি থৈ যাবলৈ পলীৰ চিন্তা লাগে।

অভিনৱ আৰু পলী ৰাতিপুৱা চাৰিটামান বজাতে উঠি সাজু। ৰমেনো সোনকালে উঠিছে! সাতটামান বজাত জুবেল আহিলেই তিনিও ৰাওনা হ'ব। পলীয়ে জীনচ পিন্ধিছে। সেইটো পোচাকত তেওঁক বৰ স্মাৰ্ট লাগে।

সেই ড্ৰেচটো পিন্ধিবলৈ জুবেলেই পৰামৰ্শ দিছিল- আগদিনা। আগদিনা দুপৰীয়া অভিনৱ ঘৰলৈ অহা নাছিল। জুবেলক ফোন কৰি কৈছিল।

"তই দুপৰীয়া আমাৰ ঘৰলৈ যাবিচোন। মই গধূলিহে ঘূৰিম। বহুত পেচেণ্ট আছে। এতিয়া যাব নোৱাৰিম। তই পলীৰ লগত কথা পাতি কাইলৈ নিব লগা বস্তুবোৰ ঠিক কৰাত পলীক সহায় কৰিবি।

জুবেলে ভালেই পালে। পলীয়েও ভাল পালে। সেইদিনা গধূলি জুবেল ঘৰলৈ ওভটোতে প্ৰায় সাতটা বাজিল। "এই হালে কোঠাত সোমাই কি কৰি থাকে অ'? কথাই পাতেনে?" ৰমেনে ভাবে। তাৰ আজিকালি "ইহঁত হালৰ কথা-কাণ্ডবোৰ দেখি-শুনি ভাল নলগা হৈছে।" ৰমেন বৰ প্ৰভুভক্ত। সি অভিনৱক ভয় যিমান কৰে তাতকৈ ভাল বেছি পায়। ভক্তি বেছি কৰে।

চাৰে-ছটা মানত পলী আৰু অভিনৱ সাজু। জুবেল আহিলেই তাৰ গাড়ীত বস্থ-বেহানিৰে উঠিব, আৰু ঘাটত বান্ধি থোৱা নাৱত উঠি নৌকা বিহাৰ চুৰু কৰিব।

এতিয়া আৰু কাম নাই। দুয়োজন বহি আছে। হঠাৎ অভিনৱে সপোন এটা দেখাৰ পিছত সাৰ পোৱাৰ দৰে কৈ উঠিল ঃ

"পলী! কবিতা-চবিতা মই বৰ ভাল নেপাওঁ ; কিন্তু আজি দেখোন মোৰ গণেশ গগৈৰ কবিতা এফাকি বাৰে-বাৰে মনলৈ আহিছে। জুবেল অহাৰ আগতে গাওঁ, শুনিবা নেকি?"

পলীয়ে ক'লে,

"যি মন যায় কৰা। মোৰ একো আপত্তি নাই। গাবৰ মন গৈছে, গোৱাঁ।"

অভিনৱে গালে,

"আজি মোৰ জীৱনৰ
সুধা সনা সপোনৰ
শেষ হ'ল সুমধুৰ তান
শেষ হ'ল ধূপ-ধুনা
প্ৰতিমাৰ উপাসনা
দেৱীপূজা আজি অৱসান।"

অভিনৱ ৰ'ল। আৰু নেগালে। হয়তো ভাবিলে, বাকীবোৰ অংশ এই অৱস্থাত খাপ নেখাব।

অলপ ভাবি আকৌ আবৃত্তি কৰিলে,

"অভিশপ্ত পাপী মই চিৰ দুৰ্ভগীয়া
যাতনাই একমাত্ৰ লগৰীয়া মোৰ ;
যাতনাৰ লগতেই হাঁহাকাৰ কৰি
পেলাম এদিন মই জীৱনৰ ওৰ!"
"তেতিয়া নুফুৰোঁ আৰু সান্ত্বনা বিচাৰি
শেষ হ'ব সেইদিনা জ্বালা-যন্ত্ৰণাৰ ;
কপালৰ ক'লা দাগ, বুকুৰ কঁপনি
কলিজাৰ মৰা তেজ পচা কামিহাড়।"

ঠিক সেইমুহূৰ্ততে জুবেলৰ গাড়ীৰ হৰ্ণ বাজিল। অভিনৱ গিৰিসাই ঠিয় হ'ল। পলীৰ সেমেকি অহা মনটো আকৌ উদ্ভাসিত হৈ উঠিল।

জুবেলৰ ড্ৰাইভাৰ, ৰমেন, পলী আৰু অভিনৱে টোপোলাবোৰ গাড়ীত তুলি দিলে। পলী গাড়ীত উঠিলগৈ। অভিনৱে গাড়ীত উঠিব খুজি হঠাৎ কিবা এটা মনত পৰাত "এক মিনিট" বুলি বেগাই উভতি আহিল। দুৱাৰমুখত বৈ থকা ৰমেনক ক'লে

শোৱনিকোঠাৰ দুৱাৰখন বেগা-বেগিকৈ খুলিবলৈ। কোঠাত সোমায়েই দেউতাকৰ ফটোখনত কপালখন লগাই সেৱা এটি কৰিলে। তাৰ পিছত ওলাই আহি ৰমেনক মাত লগাই মণিবেগটোৰ পৰা পাঁচখন এশটকীয়া নোট উলিয়াই তাৰ হাতত দি ক'লে, "সদায় পাহৰি থাকো অ'! এই টকা কিটা ৰাখচোন। তোৰ মাৰ-দেউতাৰাক কাপোৰ-কানি কেইটুকুৰামান কিনি দিবি।"

ৰমেনে ল'ব নুখুজিছিল। "বুৰ্বকামি নকৰিবি" বুলি অভিনৱে ধমকিৰ সুৰত ক'লত হে ল'লে।

ৰমেনে অভিনৱ গাড়ীত নুঠালৈকে একেথৰে চাই আছিল। তাৰ চকু দুটা কিয় সেমেকি গৈছিল সি নিজেই ক'ব নোৱাৰিলে।

জুবেলে নাৱৰ গুৰিব'ঠা ধৰিলে। অভিনৱে ব'ঠা এপাট ল'লে ; কিন্তু মাৰিব লগা হোৱা নাই। সোঁতত নাওখন নিজে নিজেই গৈ আছে।

নাওখন নতুন। সৰু যদিও তিনিজনৰ কাৰণে যথেষ্ট। পলী মাজত বহিল। নাওখনত পৰিষ্কাৰ ত্ৰিপাল এখন পৰা আছে। তাৰ ওপৰত পলীয়ে ডাঠ বেডকভাৰ এখন পাৰিলে। বস্তুবোৰ ধুনীয়াকৈ সজাই থ'লে। ৰমেনে এটাইবোৰ বস্তু, আনকি পানী আৰু চাহৰ ফ্লাস্ক কিটাও ডাঙৰ-ডাঙৰ ডাঠ কাগজৰ বাকচত ভৰাই দিছিল। সেই কাৰণে থ'বলৈ একো অসুবিধা নহ'ল।

উজান বজাৰ ঘাটৰ পৰা উমানন্দ পাৰ হোৱাৰ পিছত তেওঁলোকৰ smooth sailing। নাও চলোৱাত তেতিয়া একো অসুবিধা নেথাকে। উমানন্দৰ ওচৰতহে পাক কেইটামান আছে। জনা মানুহে সেই পাক কিটা এৰাই ফালৰি কাটি যায়। নজনা মানুহে চাকনৈয়াত পৰি বিপদগ্ৰস্ত হয়। কেতিয়াবা অঘটনো ঘটে।

সেইখিনি পাৰ হোৱাৰ পিছত পলীয়ে ফ্লাস্কৰ পৰা ধোঁৱা ওলাই থকা, গৰম কফি দুয়োকে যাচিলে। ইলিচ আৰু ৰৌ মাছৰ ভজা টুকুৰা, চেণ্ডুইচ আৰু কাজুৰ বৰফি কেইটামান প্লাষ্টিকৰ ডাঙৰ থাল এখনত উলিয়াই দুয়োজনকে খাবলৈ দিলে। দুইজন পুৰুষে মোকোৰা মোকোৰে খাবলৈ লাগিল। পলীয়েও দুই এটা বস্তু খালে। তেওঁ কফি কিন্তু ডেৰ কাপ খালে।

নাও গৈ থাকিল। জুবেলে গুৰি ব'ঠা ধৰি সুন্দৰকৈ নাওখন নিৰ্দ্দিষ্ট দিশেদি চলাবলৈ ধৰিলে। অভিনৱৰ কৰিব লগীয়া বিশেষ নাছিল। ব'ঠা মাৰিবৰ আৱশ্যকেই নাই। সোঁতেই নাওখন লৈ গৈছে।

তেওঁলোক তিনিঘণ্টামান ভটীয়নি পানীত আৰামত গৈ আছিল। উজানবজাৰ ঘাট এৰিছিল প্ৰায় আঠটা বজাত। অভিনৱে প্ৰস্তাৱ দিলে যে নাও এতিয়া ঘূৰোৱা দৰকাৰ। কাৰণ উজাই যাওঁতে প্ৰায় দুগুণতকৈ বেছি সময় লাগিব, সোঁতৰ বিৰুদ্ধে যাওঁতে। এতিয়াই নাও ঘূৰালেহে সন্ধ্যা লগাৰ আগে-আগে উজানবজাৰ ঘাট পাব পৰা হ'ব।

জুৱেলে নাও ঘূৰালে। এইবাৰ গুৰিব'ঠা ধৰিলে অভিনৱে। ব'ঠা মৰা জাগাত বহিল জুৱেল। এইবাৰ সোঁতৰ বিৰুদ্ধে উজাই যাব লাগিব। ব'ঠা মাৰোঁতে যথেষ্ট কষ্ট হ'ব; জোৰেৰে ব'ঠা মাৰিব লাগিব।

জুৱেলে চপ-চপকৈ ব'ঠা মাৰিবলৈ ধৰিলে। নাওঁ উজাই আগবাঢ়িল।

এনেকুৱাত গুৰিয়ালৰো দায়িত্ব বহুত। সোঁতৰ বিৰুদ্ধে পোনে-পোনে নাওঁ চলাব নোৱাৰি। বেঁকা-বেঁকিকৈ নাওখন বুদ্ধি কৰি নিব লাগিব। পৰাপক্ষত মূলসোঁতটো এৰাই চলিব লাগিব। চাকনৈয়াত পৰিলেতো ৰক্ষা নায়েই। নাওখনে পাকঘূৰনি খাই মাজৰ কেন্দ্ৰবিন্দুত ঠিয়ৈ-ঠিয়ৈ সোমাই যাব। তাৰ পিছত ক'ৰবাত ওলাবগৈ। এতেকে গুৰিয়ালে চাকনৈয়া বা পাকবোৰলৈ সতৰ্ক দৃষ্টি ৰাখি সেইবোৰ এৰাই চলিব লাগিব।

অভিনৱ আৰু জুৱেল দুয়োজন নাওচলোৱাত সিদ্ধহস্ত। এইবোৰ চব জানে। গুৰিধৰোঁতাৰ যেনেকৈ সতৰ্কতা, আৰু নৈখনৰ সোঁত আৰু উপৰিভাগৰ বিষয়ে জ্ঞানৰ প্ৰয়োজন ঠিক তেনেকৈ ব'ঠা মাৰোতাজনৰ বাহুবলৰ প্ৰয়োজন। দুয়োজনৰে এই গুণ কিটা আছে ; এতেকে নিৰ্বিঘ্নে নাও চলি আছে। দুয়ো বন্ধুয়ে ঠিৰ কৰিলে যে ইজনে-সিজনে মাজে মাজে স্থান পৰিৱৰ্তন কৰিব, অৰ্থাৎ কাম সলনা-সলনি কৰিব – দুঘণ্টাৰ মূৰে মূৰে। একেলেথাৰিয়ে দুঘণ্টাৰ ওপৰত ব'ঠা মাৰিবও নোৱাৰি, একেথৰে সিমান সময় গুৰি ধৰিবও নোৱাৰি।

গুৰিয়াল অভিনৱে নাওঁৰ দিক নিৰ্ণয় কৰি সাৱধানে আগুৱাইছে। জুৱেলে ব'ঠা মাৰিছে। পলীয়ে চাহ-কফি, জা-জলপান যোগান দি দুয়োটাকে আপ্যায়িত কৰিছে। তেনেকুৱাতে অভিনৱৰ মনৰ ভিতৰৰ কুণ্ডলী পকাই থকা ফেঁটী সাপডালে সাৰ পাই ফোঁচ-ফোঁচাবলৈ ধৰিলে। জিঘাংসাৰ দাবানল জ্বলি উঠিল।

ইমান সময় তেওঁ পাহৰিয়েই আছিল যে তেওঁ পতা প্ৰতিশোধৰ ফান্দত জুৱেল আৰু পলী সোমাই পৰিছে। ই চক্ৰবেহু। সোমাব পাৰিছে ; কিন্তু ওলাব নোৱাৰিব। কিন্তু উভতি অহাৰ লগে লগে তেওঁৰ মনত পৰিল নিজৰ ঘৰখনলৈ, নিজৰ সংসাৰলৈ, নিজৰ ল'ৰা-ছোৱালীলৈ, আৰু লগে লগে মনলৈ আহিল যে সিহঁত কিটাতো তেওঁৰ নিজৰ নহয়—সেই ক'লা সাপটোৰহে! একান্ত মনে নাৱৰ ব'ঠা মাৰি যোৱা সেই ক'লা সাপটো আৰু এইমাত্ৰ সাপটোৰ মুখত হাঁহি-হাঁহি সন্দেছ এটা ভৰাই দিয়া সেই কাল-সাপিনীজনীৰ মিলনৰ ফলস্বৰূপেই জন্ম হৈছিল, সেই ল'ৰা-ছোৱালীহালৰ। জুলিয়ানা

আৰু অভিষেক তেওঁৰ সন্তান নহয় আৰু পলী তেওঁৰ ভাৰ্যা নহয়। পলীৰ তেওঁ প্ৰতিপালক, আজ্ঞাবাহী ভৃত্য আৰু দেহৰক্ষীহে!

আৰু এটা সন্দেহ পলীয়ে জুৱেলৰ মুখত গুজি দিবলৈ যাওঁতেই ঘটনাটো ঘটিল।

অভিনৱৰ মূৰৰ ঘিউখিনি বক-বককৈ উতলিবলৈ ধৰিলে। তেওঁৰ চাৰিওপিনে ৰঙা-ৰঙা জুইৰ শিখা নাচিবলৈ ধৰিলে। শৰীৰৰ সৰ্বশক্তিৰে ব'ঠাডালেৰে অভিনৱে জুৱেলৰ মূৰত এটা প্ৰচণ্ড কোব মাৰিলে, তাৰ বাওঁ কাণৰ ঠিক ওপৰতেই। মুখেৰে এটাও শব্দ নকৰাকৈ জুৱেল পানীত পৰিল। অলপ সময় ককবকাই তললৈ গৈ আকৌ ওপঙি খুব দুৰ্বল ভাবেৰে নিজকে ওপঙাই ৰাখিবলৈ জুৱেলে আপ্ৰাণ চেষ্টা কৰা দেখা গ'ল।

"কি কৰিলা? তুমি কি কৰিলা? হে ৰাম! মানুহটো মৰিব এতিয়া।" পলীয়ে চিঞৰিবলৈ ধৰিলে। "তয়ো মৰ, কালসাপিনী!" বুলি অভিনৱে ব'ঠাডালেৰে এইবাৰ পলীৰ মূৰত এটা মাৰ মাৰিলে। এই মাৰটোৰ জোৰ কম আছিল। পলী ঠাইতে মূছ-কঁছ গ'ল।

অভিনৱে তেনেতে দেখিবলৈ পালে যে জুৱেল নামৰ সাপটো মৰা নাই দেখোন! ই বৰ লেকেতা! মূৰটো চোন এতিয়াও ওপঙিয়েই আছে! কেৱল ওপঙাই নহয়, লাহে-লাহে নাওখনৰ পিনে আগুৱাই আহিছে।

নদীত জাপ দি তেওঁ জুৱেলৰ মূৰটোৰ ওপৰতে পৰিল। লগে লগে দুয়োটাই পোনে পোনে পানীৰ তললৈ সোমাই গ'ল। বুৰবুৰণি কিছুমান বহু সময়লৈকে ওলাই থাকি শেষত মাৰ গ'ল। চাৰিওপিনে নিমাত নিতাল। কাৰো ক'তো মাতবোল নাই। কেৱল ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতে, লুকাই থকা প্ৰস্তৰ খণ্ডত খুন্দা মাৰি গৰজি উঠাৰ শব্দ আৰু বতাহৰ ভয় লগা সোঁ-সোঁৱনি!

তেতিয়া ঠিক সন্ধ্যা লাগিছে। অন্ধকাৰে মাটি-পানী একাকাৰ কৰিবলৈ বিচাৰিছে। মূৰ্চা যোৱা পলীৰ দেহটো কঢ়িয়াই কাণ্ডাৰীবিহীন নাওখনে ইচ্ছা মতে আকৌ ভটিয়াই গৈছে।

পাছদিনা ৰাতিপুৱা মাছমৰীয়া কেইজনমানে জাল পেলাওঁতে নাৱৰীয়া নোহোৱা নাও এখন পাক ঘূৰনি খাই খাই উটি অহা দেখি কোবাকুবিকৈ নাও লৈ গৈ দেখে যে নাওখনত এগৰাকী মেম যেন লগা মাইকী মানহৰ মৃতদেহ পৰি আছে। ভালকৈ চাই বুজিব পাৰিলে যে মানুহগৰাকী মৰা নাই ; মাত্ৰ অজ্ঞান হৈ হে আছে।

সাদিন মানৰ পিছত গুৱাহাটীৰ বাতৰিকাকতকিখনে প্ৰকাশ কৰা বাতৰি এটা পঢ়ি গুৱাহাটীয়া ৰাইজ স্তম্ভিত হৈছিল।

বাতৰিটোৰ মতে, অতি ৰহস্যজনকভাবে, গুৱাহাটীৰ বিখ্যাত চিকিৎসক ডাঃ অভিনব বৰুৱা, আৰু অসমত জুবেল বিৰলা নামে জনাজাত, বিখ্যাত ব্যৱসায়ী আব্দুল খালেকৰ মৃতদেহ শোৱালকুচিৰ ওচৰৰ এটি ঘাটৰ ওচৰত ওপঙি থকা অৱস্থাত পোৱা গৈছে। আচৰিত কথা যে শৱদেহ দুটা সাৱটা-সাৱটিকৈ আছিল। অনুমান কৰা হৈছে যে এজনে হয়তো সিজনক পানীত ডুবাৰ পৰা উদ্ধাৰ কৰিবলৈ যাওঁতে নিজেও মৃত্যুৰ মুখত পৰিছিল। কোৱা বাহুল্য, দুয়োজন মৃতক বৰ নলে-গলে লগা বন্ধু আছিল। সেইকাৰণেই হয়তো মৃত্যুৰো তেওঁলোক সন্মুখীন হৈছিল আলিঙ্গনাৱদ্ধ অৱস্থাত।

বিশেষ সংবাদদাতাই ঘটনাৰ পম খেদি জানিব পাৰিছিল যে সাদিনমানৰ আগতে তেওঁলোক দুই বন্ধু, আৰু ডাঃ অভিনৱ বৰুৱাৰ পত্নী প্ৰখ্যাত টেবুল টেনিচ খেলুৱৈ শ্ৰীমতী পলী বৰুৱা নৌকা বিহাৰত গৈছিল। মৃতদেহ দুটা উদ্ধাৰ কৰাৰ ছদিনৰ আগতে দুৰ্ঘটনাগ্ৰস্ত, দুৰ্ভগীয়া নাওখনত শ্ৰীমতী বৰুৱাক অচেতন অৱস্থাত নাৱৰীয়া কেইজনমানে উদ্ধাৰ কৰে। তেওঁ বৰ্তমান সম্পূৰ্ণ সুস্থ। অৱশ্যে তেওঁৰ কপালৰ ক্ষত স্থানত কেবাটাও চিলাই পৰিছে, আৰু ৰক্তক্ষৰণৰ ফলত যথেষ্ট দুৰ্বল হৈ আছে। অনুমান হয় যে ঘটনাৰ সময়ত নাওখনত পৰি যাওঁতে ক'ৰবাত লাগি তেওঁ আঘাত প্ৰাপ্ত হৈছিল। ব্ৰহ্মপুত্ৰৰ বুকুত, চাকনৈয়াত পৰি বা পানীৰ তলত লুকাই থকা শিলত লাগি নাওযাত্ৰী আৰু নাৱৰীয়াৰ এনেধৰণৰ শোকাবহ দুৰ্ঘটনা একে বছৰতে কেবাটিও হোৱাত সকলো ৰাইজ মৰ্মাহত হৈছে। শোক সন্তপ্ত পৰিয়াললৈ সকলোৱে সমবেদনা জ্ঞাপন কৰিছে।

-০০০০-

## শ্ৰীঅমূল্য হাজৰিকাৰ অন্যান্য গ্ৰন্থাৱলী :

- ধ্বংসমুখী পৃথিৱী (১৯৭২ চনত প্ৰকাশিত হোৱা প্ৰথম অসমীয়া পৰিৱেশ-প্ৰদূষণৰ ওপৰত লিখা গ্ৰন্থ। সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকে পাতনি লিখিছিল।)
- আক্ৰমণ (১৯৮৩, বিজ্ঞান উপন্যাস)
- প্ৰকৃতি প্ৰকৃত বন্ধু (১৯৮৭, পৰিৱেশ-প্ৰদূষণৰ ওপৰত লিখা এই কিতাপখনিয়ে অসম সাহিত্য সভাৰ ডুমডুমা অধিবেশনৰ দ্বাৰা পুৰস্কৃত হৈছিল।)
- ৰাজআলিৰ পৰা ৰাজসভালৈ (১৯৯০, বুৰঞ্জীমূলক-জীৱনীমূলক উপন্যাস) ১৯৯২ চনত নেচনেল বুক ট্ৰাষ্টে আয়োজন কৰা গুৱাহাটী গ্ৰন্থমেলাত কিশোৰ-কিশোৰী পৰ্যায়ত উৎকৃষ্টতম গ্ৰন্থ হিচাপে স্বীকৃত।)
- সন্ধান (১৯৯২, বিজ্ঞান উপন্যাস)
- মহানগৰীৰ মহাগুণ (১৯৯৩, ২০০৩ ; হাস্যব্যঙ্গাত্মক ভ্ৰমণ কাহিনী)
- প্ৰকৃতি, পৰিৱেশ আৰু বিজ্ঞান জগত (১৯৯৬, ১৯৯৮, ১৯৯৯, শিশু উপযোগী)
- পতঙ্গ শ্ৰেষ্ঠ পিপীলিকা (১৯৯৭, শিশু উপযোগী)
- ষ্টিফেন হকিং (১৯৯৭, বিজ্ঞানীৰ জীৱনী)
- ষ্টিফেন হকিং (সংশোধিত, পৰিবৰ্দ্ধিত আৰু সচিত্ৰ বনলতা সংস্কৰণ, ২০০৩)
- বিষকন্যাৰ পৰশ (সামাজিক উপন্যাস, ২০০৩)

**অনুবাদ গ্ৰন্থসমূহ :**

- চকা কেনেকৈ ঘূৰে (১৯৬৩, বিজ্ঞানমূলক)
- মহাকাশৰ ৰহস্য (১৯৬৫, বিজ্ঞানমূলক)
- যান্ত্ৰিক মানৱ (১৯৬৮, বিজ্ঞানমূলক)
- জৰ্জ ৱাছিংটন (১৯৬৩, ১৯৯৩, শিশু উপযোগী জীৱনী)
- অ' হেনৰীৰ গল্প (১৯৭২, ১৯৮২, ১৯৮৮)

(উপৰুক্ত কিতাপসমূহ কলক'তাৰ শ্ৰীভূমি পাব্লিছিং কোংৰ দ্বাৰা প্ৰকাশিত)

- কাবুলিৱালাৰ বাঙালী স্ত্ৰী (১৯৯৯)
- কাবুলিৱালাৰ বাঙালী স্ত্ৰী (বনলতা সংস্কৰণ, ২০০৩)
- তালিবান অফিগান আৰু মই (২০০৩)
- অ' হেনৰীৰ ব্যস্ত দালালৰ প্ৰেম আৰু অন্যান্য গল্প (বনলতা সংস্কৰণ, ২০০৩)

**প্ৰকাশ হ'বলগীয়া কিতাপ কেইখনমান**

- পৰিৱেশ আৰু প্ৰদূষণ (শিশু উপযোগী — এই বিষয়ত চতুৰ্থখন গ্ৰন্থ)
- যন্ত্ৰযুগৰ কাহিনী (জনপ্ৰিয় বিজ্ঞান সাহিত্য— কিশোৰ-কিশোৰী পৰ্যায়ৰ)
- শিশু সম্ৰাট টুটেনখামেন (প্ৰত্নতাত্বিক কাহিনী)
- শুৱনি আমাৰ গাঁওখনি অতি (কিশোৰ-কিশোৰীৰ উপযোগী গল্প সংকলন)